# ডাঃ কনকচন্দ্ৰ বৰুৱা



সম্পাদনা সমিতি

| | | |
|---|---|---|
| মুখ্য সম্পাদক | ঃ | শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া |
| সম্পাদিকা | ঃ | ডঃ মঞ্জুমালা দাস |
| উপদেষ্টা | ঃ | শ্ৰীসতীশচন্দ্ৰ কাকতী |
| সদস্যসকল | ঃ | শ্ৰীৰবীন্দ্ৰনাথ বৰুৱা |
| | | শ্ৰীমতী মৃদুলা বৰুৱা |
| | | শ্ৰীসুৰজিত বৰুৱা |

DR. KANAK CHANDRA BOROOAH

A collection of articles on the life and works of eminent physician and social worker of Assam Dr Kanak Chandra Borooah published by the Board of Trustees, Dr Bhubeneswar Borooah Cancer Institute, Guwahati

Price Rs 75 00 (Rupees Seventy Five) only

প্ৰকাশক : ডাঃ ভুবনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠানৰ ন্যাস সমিতি,
আমবাৰী, গুৱাহাটী– ৭৮১০০১

প্ৰথম প্ৰকাশ : ছেপ্টেম্বৰ, ১৯৯৬

বেটুপাত : চম্পক বৰবৰা

মূল্য : ৭৫.০০ (পঁইসত্তৰ টকা)

মুদ্ৰক : ট্ৰিবিউন প্ৰেছ, গুৱাহাটী- ৭৮১০০৩

# ভূমিকা

ভাৰতৰ দুজনমান ক্ষণজন্মা পুৰুষ চিকিৎসকৰূপে দুৰ্লভ প্ৰতিভাৰ অধিকাৰী হৈয়ো মুক্তিযোদ্ধাৰূপে তেওঁলোকে অমৰত্ব লাভ কৰি গৈছে। দেশৰ স্বাধীনতাৰ লগতে তেওঁলোকে দেশৰ মানুহৰ স্বাস্থ্যৰ কথাও গভীৰভাৱে চিন্তা কৰিছিল। মানুহৰ স্বাস্থ্যৰ ওপৰত মানুহৰ সুস্থ চিন্তা ভাৱনা প্ৰত্যক্ষভাৱে নিৰ্ভৰ কৰে বুলি তেওঁলোকে বিশ্বাস কৰিছিল। সেইবাবে তেওঁলোকে দেশৰ স্বাধীনতাৰ বাবে নিজক ব্ৰতী কৰাৰ লগতে মানুহৰ স্বাস্থ্যৰ বাবেও নিজক সততে ব্ৰতী কৰিছিল। সৰ্বভাৰতীয় ক্ষেত্ৰত এই ক্ষেত্ৰত চিৰ স্মৰণীয় নাম হ'ল ডাঃ বিধানচন্দ্ৰ ৰায়। অসমৰ তিনিজন ব্যক্তি সেই বিৰল প্ৰতিভাৰ অধিকাৰী হৈছিল। তেওঁলোক হ'ল : ডাঃ ভুবনেশ্বৰ বৰুৱা, ডাঃ হৰেকৃষ্ণ দাস আৰু ডাঃ কনকচন্দ্ৰ বৰুৱা।

ডাঃ ভুবনেশ্বৰ বৰুৱা অসমৰ জাতীয় জীৱনত ইতিমধ্যে কিংবদন্তীত পৰিণত হৈছে। এজন চিকিৎসকৰূপে এজন মানুহ কিমান উদাৰ, পৰোপকাৰী, ইতিবাচক দৃষ্টিসম্পন্ন আৰু দূৰদৰ্শী হ'ব পাৰে, তাৰ উজ্জ্বল উদাহৰণ বিচাৰি ডাঃ ভুবনেশ্বৰ বৰুৱাৰ জীৱনলৈ চালেই হ'ব। দেশৰ স্বাধীনতা আৰু দেশৰ মানুহৰ সুস্থ স্বাস্থ্য তেওঁৰ বাবে সমাৰ্থক আছিল। তেওঁ সক্ৰিয় ৰাজনীতিত যোগ দিছিল। কিন্তু ৰাজনীতিক তেওঁ কোনো এক দলৰ অথবা কোনো এক ভৌগোলিক পৰিসীমাৰ দৃষ্টিৰে চোৱা নাছিল। ৰাজনীতিক তেওঁ জীৱন-দৰ্শনলৈ পৰিণত কৰিছিল। তেওঁ ঐকান্তিকভাৱে বিশ্বাস কৰিছিল, দেশৰ সাধাৰণ মানুহৰ শ্বাস-প্ৰশ্বাসত পৰিণত নহ'লে ৰাজনীতিয়ে জাতীয় জীৱনক উদ্বুদ্ধ কৰিব নোৱাৰে।

সেইগৰাকী কিংবদন্তীসদৃশ পুৰুষ ডা : ভুবনেশ্বৰ বৰুৱাৰে কনিষ্ঠ ভাই ডাঃ কনকচন্দ্ৰ বৰুৱা। তেওঁৰ সান্নিধ্যলৈ অহা অসমৰ যথেষ্ট সংখ্যক লোক প্ৰভাৱিত হৈছিল। অসুস্থ মানুহৰ চিকিৎসাই তেওঁ কৰা নাছিল ; সেই মানুহৰ মনৰ বাতৰি ল'বলৈয়ো সততে ব্যস্ত হৈছিল। কথা বতৰাত তেওঁৰ মনৰ এই কথা প্ৰকাশ পাইছিল যে এজন মানুহৰ মনৰ কথা আৰু জীৱনৰ ইতিবৃত্তৰ এক পৰিচয় নাপালে সেই মানুহজনৰ ভগ্নস্বাস্থ্য ওভোতাই অনাটো চিকিৎসকৰ বাবে কষ্টসাধ্য। তেওঁ এজন ৰোগীৰ চিকিৎসা কৰিবলৈ লৈ সেইজনৰ প্ৰাচীন পৰিয়াল, পিতৃ-মাতৃৰ এক চমু পৰিচয় লৈছিল। তেওঁৰ এই বিশ্বাস হৈছিল যে এজন লোকৰ ৰোগৰ বিষয়ে জানিবলৈ হ'লে মানুহ হিচাপে তেওঁৰ বিষয়ে জানি লোৱাটো একান্ত প্ৰয়োজনীয়। এন্টন ছেকভ প্ৰখ্যাত সাহিত্যিক হোৱাৰ পূৰ্বতে এজন বিখ্যাত চিকিৎসক আছিল। তেওঁ কৈছিল : এজন ৰোগীক তেওঁ ৰোগীৰূপে নহয় মানুহৰূপে চাই, সেই স্পন্দন ৰোগীৰ বুকুৰ স্পন্দন শুনিবলৈ

পালে তেওঁ সমগ্ৰ মানুহজাতিৰ বুকুৰ স্পন্দন শুনিবলৈ পায়। ডাঃ কনকচন্দ্ৰ বৰুৱা আছিল সেই প্ৰকৃতিৰ ডাক্তৰ। তেওঁ চিকিৎসা কৰা বহুতো মানুহৰ হয়তো মৃত্যু হৈছিল। কিন্তু মানুহৰ মৃত্যু হয় কিন্তু মানৱতা অ-মৃত হৈ থাকে।

অসমৰ মানুহে অজস্ৰ ধন ব্যয় কৰি ৰাজ্যৰ বাহিৰত চিকিৎসা কৰিবলৈ যোৱাৰ ঘটনাই ডাঃ বৰুৱাক বিব্ৰত আৰু অশান্ত কৰিছিল। কেন্সাৰ ৰোগৰ চিকিৎসাৰ বাবেই অসমৰ ৰোগী বাহিৰলৈ চিকিৎসাৰ বাবে যায়। সেই ধন আৰু শক্তিৰ ক্ষয় ৰোধ কৰিবৰ বাবে অসমতে এটা কেন্সাৰ ৰোগৰ চিকিৎসালয় স্থাপন কৰিব লাগিব যিটোত তেনে ৰোগীৰ চিকিৎসাৰ বাবে অত্যাধুনিক আৰু অপৰিহাৰ্য চিকিৎসা- পদ্ধতিৰ অভাৱ নহ'ব। ডাঃ ভুৱনেশ্বৰ বৰুৱা কেন্সাৰ হাস্পতাল ডাঃ বৰুৱাৰ সেই স্বপ্ন ৰূপায়ণৰ উৎকৃষ্ট ফল। হাস্পতালৰ |পৰ্যায়ৰ| পৰা এই অনুষ্ঠানক অসমৰ জাতীয় পৰ্যায়লৈ উত্তৰণ ঘটোৱাই আছিল তেওঁৰ লক্ষ্য। সেই হাস্পতাল নিৰ্মাণৰ বাবে পৰিকল্পনা কৰা, তাৰ বাবে ধন সংগ্ৰহ কৰা, সভা-সমিতিৰ আয়োজন কৰি চৰকাৰ পক্ষ, ৰাইজ আৰু চিকিৎসকসকলক সেই মহৎ কাৰ্যৰ লগত জড়িত কৰা আদি কামত ডাঃ বৰুৱাৰ প্ৰচেষ্টা আছিল নিৰৱচ্ছিন্ন আৰু ক্লান্তিহীন। কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰৰ লগত সততে যোগাযোগ কৰি ধন সংগ্ৰহ কৰাত তেওঁৰ বিচক্ষণতাৰ তুলনা নাই। ডাঃ বৰুৱাই ৰাজনীতিৰ দ্বাৰা অনুষ্ঠানটোৰ যাতে চৰিত্ৰ নষ্ট নহয়, তাৰ বাবে সদা-জাগ্ৰত হৈ আছিল। তেওঁৰ যত্নতে এই অনুষ্ঠান পৰিদৰ্শন কৰিবলৈ আহিছিল এইসকল বিখ্যাত ব্যক্তি : তেতিয়াৰ ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমেদ, তেতিয়াৰ পঞ্জাবৰ মুখ্যমন্ত্ৰী জাইল সিং, তেতিয়াৰ টাটা মেম'ৰিয়েল চেন্টাৰৰ তেতিয়াৰ ডিৰেক্টৰ ডাঃ ডি. জে. জুছাৱালা. ইংলণ্ডৰ পৃথিৱীবিখ্যাত ৰেডিয়েশ্বন অন ক'লজিষ্ট মাৰ্গাৰেট স্নেলিং, আদি।

মানৱসেৱাৰ আদৰ্শ, নিকপকপীয়া কৰ্ম-সংস্কৃতি, বিৰল নিয়মানুৱৰ্তিতা, ৰোগীক মানুহৰূপে গণ্য কৰা, ৰোগীক মুগ্ধ কৰিব পৰা ব্যৱহাৰ : হাস্পতালৰ ভিতৰত এইবোৰ দিশত ডাঃ বৰুৱাই তীক্ষ্ণ দৃষ্টি ৰাখিছিল। কৰ্ম-সংস্কৃতি আৰু নিয়মানুৱৰ্তিতাৰ কৰুণ অভাৱৰ বাবেই অসমৰ কেবাটাও জাতীয় অনুষ্ঠান নিঃশেষ হোৱালৈ লক্ষ্য কৰি সেই অনুষ্ঠান যাতে সেই ব্যাধিৰ পৰা মুক্ত হয়, তাৰ বাবে তেওঁ সতৰ্ক হৈছিল। নিজৰ দেশতে অত্যাধুনিক চিকিৎসাৰ ব্যৱস্থা থকা সত্ত্বেও দেশৰ এক সংখ্যক নেতাই বিদেশত চিকিৎসাৰ বাবে যোৱাৰ কথাক তেওঁ তীব্ৰভাৱে সমালোচনা কৰিছিল।

ডাঃ বৰুৱা আছিল মুক্তিযুঁজাৰু পৰিয়ালৰ সন্তান। ১৯২১ চনত অসহযোগ আন্দোলনত যোগ দিয়া কটন কলেজৰ প্ৰথম দলটোৰ তেওঁ আছিল অন্যতম। সৱৰমতি আশ্ৰমত গঠনমূলক কামৰ প্ৰশিক্ষণৰ বাবে মহাত্মা গান্ধীয়ে দেশৰ মাত্ৰ

পঞ্চাশজন কৰ্মীক আহ্বান জনাইছিল। অসমৰ পৰা তিনিজন নিৰ্বাচিত হৈছিল আৰু তাৰ ভিতৰৰ এজন আছিল ডাঃ বৰুৱা। ছাত্ৰ অৱস্থাৰ পৰা কংগ্ৰেছী আদৰ্শৰে দীক্ষিত হৈয়ো স্বাধীনতাৰ পিছত তেওঁ লক্ষ্য কৰিলে যে কংগ্ৰেছৰ আদৰ্শৰ বিচ্যুতি ঘটিছে, এটা বিশাল জাতীয় অনুষ্ঠান ধীৰে ধীৰে এক দললৈ পৰিৱৰ্তিত হৈছে। সেই অৱস্থাত তেওঁ কংগ্ৰেছৰ বিৰোধিতা কৰি জয়প্ৰকাশ নাৰায়ণৰ দ্বাৰা প্ৰতিষ্ঠাপিত দলত যোগ দিছিল।

সুদীৰ্ঘ কাল অসমৰ জাতীয় জীৱন সমৃদ্ধ কৰি ৯১ বছৰ বয়সত ডাঃ বৰুৱাই ইহলীলা সম্বৰণ কৰে। এনে এগৰাকী বিচক্ষণ ব্যক্তিৰ স্মৃতি যুগমীয়া কৰাটো অপৰিহাৰ্য। সেই প্ৰচেষ্টাত সামান্য বৰঙণিৰূপে আমি এই স্মৃতিগ্ৰন্থখনি যুগুতাই উলিয়াইছো। অসমৰ কেবাগৰাকীও বিশিষ্ট ব্যক্তিয়ে ডাঃ বৰুৱাৰ জীৱন আৰু কৰ্মৰাশিৰ স্মৃতিচাৰণেৰে আমাক সহায় কৰিছে। তেওঁলোকৰ প্ৰতি আমাৰ ঐকান্তিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা প্ৰকাশ কৰিলো।

চন্দ্ৰপ্ৰসাদ শইকীয়া

# সম্পাদিকাৰ দু-আষাৰ

ডাক্তৰ কনকচন্দ্ৰ বৰুৱাৰ জীৱনৰ কৰ্ম আৰু আদৰ্শ, চৰিত্ৰ আৰু ব্যক্তিত্বৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰি লিখা বিভিন্নজন লিখকৰ লিখনিৰ মাজেদি এজন সৰ্বজনশ্ৰদ্ধেয় বৰেণ্য পুৰুষৰ এটি স্পষ্ট ৰূপ এই স্মৃতিগ্ৰন্থখনিৰ মাজেদি জিলিকি উঠিছে। পাঠকৰ চকুৰ আগত উদ্ভাসি উঠে নিস্বাৰ্থ মানৱপ্ৰেমী, সুদক্ষ চিকিৎসক, স্বাধীনতা আন্দোলনৰ এজন নিৰ্ভীক যুঁজাৰু, স্বাধীন চিন্তা আৰু আধুনিক মনৰ এজন মহানুভৱ পুৰুষৰ ছবি। তদুপৰি ডাক্তৰ বৰুৱাৰ চাৰিকুৰি দহ বছৰবো ওপৰ জীৱনকালৰ লগত অসমীয়া জাতিৰ প্ৰায় এক শতিকাৰ সামাজিক, ৰাজনৈতিক, শৈক্ষিক আৰু সাংস্কৃতিক জীৱনো সাঙোৰ খাই আছে। যিসকল লিখক-লিখিকাৰ ৰচনা-সম্ভাৰেৰে এই স্মৃতিগ্ৰন্থখনি সজোৱা হৈছে তেখেতসকল হয় ডাক্তৰ বৰুৱাৰ পৰিয়ালৰ আপোনজন, নতুবা তেখেতৰ নিকট সান্নিধ্যলৈ অহা বা প্ৰত্যক্ষভাৱে তেখেতক জনা ব্যক্তি। গতিকে ডাক্তৰ বৰুৱাৰ কৰ্মবহুল জীৱনৰ এক নিৰ্ভুল পৰিচয় পোৱাৰ লগতে অসমৰ সমাজ-জীৱনৰো কিছু তাৎপৰ্যপূৰ্ণ তথ্য-পাতিৰ সন্ধেদ গ্ৰন্থখনিয়ে দিব। ভৱিষ্যতে কোনো সদাশয় ব্যক্তিয়ে ডাঃ কনকচন্দ্ৰ বৰুৱাৰ এখন পূৰ্ণাঙ্গ জীৱনী লিখিবলৈ ল'লে নিশ্চয় এই স্মৃতিগ্ৰন্থখনিয়ে প্ৰভূত সহায় কৰিব।

যিসকল গুণগ্ৰাহী ব্যক্তিয়ে আমাৰ অনুৰোধ ৰক্ষা কৰি তেখেতসকলৰ ৰচনাৰাজিৰে স্মৃতিগ্ৰন্থখনি প্ৰকাশ কৰি উলিওৱাত অকুণ্ঠচিত্তে সহায় কৰিলে সেইসকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। 'ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠান'ৰ পৰিচালনা সমিতিৰ সমূহ সদস্যলৈ আমাৰ অন্তৰভৰা ধন্যবাদ জনাইছোঁ প্ৰতিষ্ঠানটিৰ প্ৰাণ-পুৰুষ ডাক্তৰ কনকচন্দ্ৰ বৰুৱাৰ প্ৰতি শ্ৰদ্ধাৰ্ঘ্যস্বৰূপে আগবঢ়োৱা তেখেতসকলৰ নানা প্ৰকাৰৰ সাহায্য আৰু বদান্যৰ বাবে।

শেষত সহৃদয় পাঠকসমাজলৈ আমাৰ অনুৰোধ— অনিচ্ছাকৃতভাৱে ৰৈ যোৱা ভুল-ত্ৰুটিৰ বাবে যেন আমাক ক্ষমা কৰে।

মঞ্জুমালা দাস

# সূচী



জন্ম : মার্চ ১৯০২ মৃত্যু : সেপ্টেম্বর ১৯৯২

# ডাঃ কনকচন্দ্ৰ বৰুৱাৰ স্মৃতিত

সতীশ চন্দ্ৰ কাকতী

মহাত্মা গান্ধীৰ দ্বাৰা পৰিচালিত ভাৰতৰ স্বাধীনতা আন্দোলন বিশ্ব ইতিহাসৰ এটা স্মৰণীয় অধ্যায়। তাৰ কাৰণ একাধিক। মূলতঃ এই আন্দোলন আছিল অহিংসা নীতিত প্ৰতিষ্ঠিত। গান্ধীজীয়ে এই নীতিৰ কিঞ্চিৎমানো হেৰফেৰ হ'বলৈ নিদিছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত সংঘটিত উত্তৰ প্ৰদেশৰ চৌৰিচৌৰাত এদল উন্মত্ত কংগ্ৰেছ স্বেচ্ছাসেৱকে স্থানীয় আৰক্ষী থানাত ২১ জন চিপাহীক জীয়ন্তে হত্যা কৰিছিল। অৱশ্যে কংগ্ৰেছ সেৱকসকল স্বাভাৱিকতে বা হঠাতে উত্তেজিত হৈ হিংসাত্মক কামত লিপ্ত হোৱা নাছিল। আৰক্ষীয়ে স্বেচ্ছাসেৱকৰ এটা শোভাযাত্ৰা যিটো শোভাযাত্ৰা শান্তিপূৰ্ণ আছিল, সেই শোভাযাত্ৰাৰ ওপৰত উৎপীড়ন কৰি স্বেচ্ছাসেৱক দলটোক ছত্ৰভংগ কৰি দিছিল। তাৰ প্ৰত্যুত্তৰ স্বৰূপেই স্বেচ্ছোসেৱকৰ দলটো উত্তেজিত হৈ থানা আক্ৰমণ কৰি চিপাহীকিটাক হত্যা কৰিছিল। কিন্তু গান্ধীজীয়ে যিজনে অহিংস নীতিৰ দ্বাৰা পৰিচালিত হ'লে ভাৰতৰ স্বাধীনতা এবছৰৰ ভিতৰতে লাভৰ প্ৰতিশ্ৰুতি দিছিল চৌৰিচৌৰাত ঘটা ঘটনাক তেওঁ সমৰ্থনতো কৰা নাছিল, বৰং তাৰ কাৰণে গান্ধীজীয়ে তেওঁৰ আন্দোলন স্থগিত কৰিছিল। গান্ধীজীৰ এই সিদ্ধান্তত কংগ্ৰেছৰ আন নেতাসকল আচৰিত হৈছিল আৰু তেওঁৰ সিদ্ধান্তৰ প্ৰতিবাদ কৰিছিল, জৱাহৰলাল নেহৰুৱেও তাৰ প্ৰতিবাদ কৰিছিল। আমাৰ অসমৰ অগ্ৰণী কংগ্ৰেছ নেতা চন্দ্ৰনাথ শৰ্মাইও গান্ধীজীৰ সিদ্ধান্তৰ প্ৰতিবাদ কৰি গান্ধীজীলৈ চিঠি প্ৰেৰণ কৰিছিল, কিন্তু অহিংস নীতিত গান্ধীজীৰ ইমান বিশ্বাস আছিল যে সেই নীতি কদাপিও পৰিবৰ্তন নকৰিছিল বা এই বিষয়ত কোনো আপোচ কৰা নাছিল। সেই কাৰণেই বিশ্ব ইতিহাসত ভাৰতৰ স্বাধীনতা আন্দোলন অভিনৱ আৰু গান্ধীজী আছিল এজন এনে ব্যক্তি যাৰ সমতুল্য লোক নাই। বিখ্যাত বুৰঞ্জীবিদ আৰ্নল্ড টয়নবিয়ে কৈছিল : "Gandhi's epithet is not honorific, it tells the truth about him. He was indeed a great soul (Mahatma).He may have been the

greatest of any that have made their appearance in our time. He was undoubtedly the peer of the greatest souls of previous ages from whom we have surviving records of outstanding personalities."

মহাত্মা গান্ধীৰ নেতৃত্বত পৰিচালিত স্বাধীনতা আন্দোলনৰ আন কেবাটাও উল্লেখনীয় দিশ আছে; অহিংস নীতিৰ উপৰি তেওঁৰ আহ্বানত ভাৰতৰ সকলো শ্ৰেণীৰ লোকে, সকলো সম্প্ৰদায়ৰ লোকে, মুনিহ-তিৰোতাই, ছাত্ৰ-অছাত্ৰই, খেতিয়ক-শ্ৰমিক, ধনী-নিৰ্ধনীয়ে, শিক্ষিত-অশিক্ষিত লোকে স্বাধীনতা যুঁজত জঁপিয়াই পৰিছিল, জেল-জৰিমনা ভুগিছিল, আনকি ফাঁচিকাঠত উঠি মৃত্যুবৰণো কৰিছিল। ভাৰতৰ অনেক পৰিয়ালৰ, যি পৰিয়ালৰ লোকে শিক্ষাৰ উচ্চ আসন পাইছিল আৰু সেই গুণে আকৰ্ষণীয় আৰু সন্মানীয় বৃটিছৰ চাকৰি লাভ কৰিছিল তাকো বিসৰ্জন দিছিল। উদাহৰণস্বৰূপে, বঙ্গ দেশৰ বসু পৰিয়ালৰ কথা উল্লেখ কৰিব পাৰি। সেই পৰিয়ালৰ আই-চি-এছ পাছ কৰা সুভাষচন্দ্ৰ বসু আৰু তেওঁৰ ককায়েক বিখ্যাত বেৰিষ্টাৰ শৰৎচন্দ্ৰ বসুৰ নাম ল'ব পাৰি। সেইদৰে আন আন প্ৰদেশতো তেনে অসংখ্য উদাহৰণ আছে। আমাৰ অসম প্ৰদেশো তাৰ ব্যতিক্ৰম নাছিল, যেনে গুৱাহাটীৰ ফুকন পৰিয়াল, বৰদলৈ পৰিয়াল, যোৰহাটৰ চলিহা পৰিয়াল আৰু ডিব্ৰুগড়ৰ বৰুৱা পৰিয়ালৰ কথা স্মৰণ কৰিব পাৰি।

প্ৰয়াত ডাঃ কনকচন্দ্ৰ বৰুৱা আছিল ডিব্ৰুগড়ৰ বিখ্যাত মজিন্দাৰবৰুৱা পৰিয়ালৰ। স্মৰণ কৰিব পাৰি যে এই পৰিয়ালৰ আছিল লক্ষেশ্বৰ বৰুৱা আৰু স্বনামধন্য ডাঃ ভুবনেশ্বৰ বৰুৱা। বৰুৱা পৰিয়ালটো যেনেকৈ সম্ভ্ৰান্ত আছিল তেনেকৈ চহকী অৰ্থাৎ আৰ্থিকভাৱে মধ্যবিত্ত শ্ৰেণীৰ আছিল, শিক্ষাতো আগবঢ়া আছিল। তথাপি এই পৰিয়ালটোৰ পৰাই যে একাধিক শিক্ষিত ব্যক্তিয়ে স্বাধীনতা আন্দোলনত যোগ দিছিল আৰু যোগ দি ১৯২১ চনৰ অসহযোগ সত্যাগ্ৰহ আন্দোলনত, ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত, ১৯৪১ চনত ব্যক্তিগত সত্যাগ্ৰহ আন্দোলনত আৰু শেহতীয়াকৈ ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় ভূমিকা লৈছিল সেয়া বৰুৱা পৰিয়ালটোৰ গৌৰৱময় পৰিচয়। ইতিমধ্যে অসমৰ গুণমুগ্ধ ৰাইজে প্ৰয়াত লক্ষেশ্বৰ বৰুৱাৰ আৰু তেওঁৰ ভাতৃ ডাঃ ভুবনেশ্বৰ বৰুৱাৰ জন্ম শতবাৰ্ষিকী পালন কৰি তেওঁলোকৰ দেশপ্ৰেম সুঁৱৰিছে।

প্ৰয়াত ডাঃ কনকচন্দ্ৰ বৰুৱাই জন্ম লাভ কৰিছিল সেই পৰিয়ালত ১৯০২ চনত। যিহেতু তেওঁৰ দেউতাকে চৰকাৰী কাম কৰিছিল, সেই হেতুকে শিক্ষা লাভৰ ক্ষেত্ৰত কনক বৰুৱাৰ কোনো অসুবিধা নাছিল আৰু যথা সময়ত প্ৰবেশিকা শিক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ ১৯২০ চনত বিজ্ঞান বিষয়ত আই-এছ-চি কটন কলেজৰ পৰা পাছ কৰি সেই কলেজতে স্নাতকৰ বিজ্ঞান শ্ৰেণীত স্নাতক উপাধিৰ কাৰণে নিজকে প্ৰস্তুত কৰিছিল। কিন্তু তেওঁৰ স্নাতক উপাধি লাভ

কৰা নহ'ল, মানে ১৯২১ চনত মহাত্মা গান্ধীৰ আহ্বানত তেওঁ আইন অমান্য আন্দোলনত যোগ দিয়ে যি দৰে তেওঁৰ কেবাজনো সহপাঠীয়ে যোগ দিছিল। তেওঁ আছিল ১৯২১ চনত অসহযোগ আন্দোলনত যোগ দিবলৈ কটন কলেজৰ পৰা ওলাই অহা প্ৰথম দলটোৰ অন্যতম ছাত্ৰ। তাৰ দ্বাৰা তেওঁৰ পৰিয়ালৰ দেশপ্ৰেমৰ পৰম্পৰা স্থাপন কৰিছিল। কোৱা নিষ্প্ৰয়োজন যে তাৰ ফলত বৰুৱাৰ উচ্চ শিক্ষা লাভত বিজুতি ঘটিল অৰ্থাৎ কনক বৰুৱাই সিমানতে কলেজীয়া জীৱন অন্ত কৰিব লগা হৈছিল। তাৰ কাৰণে কিন্তু তেওঁ বা তেওঁৰ পৰিয়ালবৰ্গই কোনো খেদ কৰা নাছিল, বৰং গৌৰৱ বোধ কৰিছিল।

১৯২২ চনত অসহযোগ আন্দোলন শাম কটাত কনক বৰুৱা গান্ধীজীয়ে স্থাপন কৰা আহমেদাবাদতৰ সবৰমতীআশ্ৰমলৈ গৈছিল। তেওঁৰ লগত আন দুজন অসমীয়া ছাত্ৰও গৈছিল। উল্লেখ কৰিব পাৰি যে সমগ্ৰ ভাৰতবৰ্ষৰ পৰা ৫০ জন কৰ্মীৰ ভিতৰত সবৰমতী আশ্ৰমত গঠনমূলক কামত প্ৰশিক্ষণ দিবলৈ গান্ধীজীয়ে অসমৰ মাত্ৰ তিনিজন কৰ্মীকহে বাছনি কৰিছিল। এই তিনিজনৰ ভিতৰত এজন আছিল কনকচন্দ্ৰ বৰুৱা। ছমাহ প্ৰশিক্ষণ লোৱাৰ পিছত তেওঁ অসমলৈ ঘূৰি আহি গান্ধীজীৰ বাণী প্ৰচাৰ কৰিছিল। কিন্তু তেওঁ ইতিমধ্যে তেওঁৰ ককায়েক ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ উপদেশক্ৰমে সেই সময়ৰ অসমৰ একমাত্ৰ চিকিৎসা বিদ্যালয় বেৰী হোৱাইট মেডিকেল স্কুলত ভৰ্তি হয়। সেই সময়ত কেবাজনো ছাত্ৰই যি সকলে ১৯২১ চনত অসহযোগ আন্দোলনত যোগ দিছিল আৰু উচ্চ শিক্ষাৰ পৰা বঞ্চিত হৈছিল তেওঁলোকে ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুল বা ঢাকা নাইবা কলিকতাৰ বে-চৰকাৰী চিকিৎসা বিদ্যালয়ত ভৰ্তি হৈছিল। এক হিচাপে তেওঁলোকেই সেই কালত অসমত চিকিৎসকৰ অভাৱ আংশিকভাৱে পূৰণ কৰিছিল। ডাঃ কনকচন্দ্ৰ বৰুৱাও তেনে এজন চিকিৎসক আছিল।

কিন্তু ১৯৩৬ চনত তেওঁৰ ককায়েক ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ চেষ্টা আৰু উৎসাহত চিকিৎসাৰ উচ্চ শিক্ষা লাভৰ কাৰণে য়ুৰোপৰ ভিয়েনা বিশ্ববিদ্যালয়ৰ অন্তৰ্গত আমেৰিকান মেডিকেল এছোচিয়েচনৰ তত্ত্বাৱধানত চিকিৎসা শিক্ষা লাভ কৰেগৈ। ১৯৩৭ চনত অসমলৈ প্ৰত্যাৱৰ্তন কৰি চিকিৎসা বৃত্তি আৰম্ভ কৰে। মৃত্যুৰ সময়লৈকে ডাঃ বৰুৱা চিকিৎসক হিচাপে একাপপতীয়াকৈ ব্যস্ত আছিল; ব্যস্ত আছিল যদিও, তেওঁ গুৱাহাটীৰ সামাজিক , সাংস্কৃতিক, খেল-ধেমালিৰ ক্ষেত্ৰত সক্ৰিয়ভাৱে জড়িত হৈ সংশ্লিষ্ট সংগঠনবোৰলৈ যথেষ্ট সেৱা আগবঢ়াইছিল। চিকিৎসা ক্ষেত্ৰত ডাঃ কনকচন্দ্ৰ বৰুৱাৰ আজীৱন সেৱাৰ স্বীকৃতি হিচাপে ইণ্ডিয়ান মেডিকেল এছোচিয়েচনৰ অসম শাখাৰ একদিক্ৰমে দুবাৰো সভাপতি নিৰ্বাচিত হৈছিল।

প্ৰয়াত কনকচন্দ্ৰ বৰুৱাই কিন্তু গুৱাহাটীত অৱস্থিত উত্তৰ-পূৱ ভাৰতৰ একমাত্ৰ কেন্সাৰ হাস্পতাল স্থাপন আৰু তাৰ উত্তৰোত্তৰ উন্নয়নৰ কাৰণে যি অৱদান দি

গৈছে তাৰ তুলনা নাই। হাস্পতালখন তেওঁৰ ককায়েক ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ নামত স্থাপন কৰা হৈছিল। প্ৰাৰম্ভিক অৱস্থাত অসমৰ মুখ্যমন্ত্ৰী আৰু পঞ্জাবৰ ৰাজ্যপাল মহেন্দ্ৰমোহন চৌধুৰী পৰিচালনা সমিতিৰ অধ্যক্ষ আৰু বৰুৱা সাধাৰণ সম্পাদক হিচাপে নিৰ্বাচিত হৈছিল আৰু ৰাইজৰ দান-বৰঙণিৰে ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট চিকিৎসালয়ৰ আৰু গৱেষণা অনুষ্ঠানটো পতা হৈছিল। এদিন প্ৰস্তাৱিত চিকিৎসালয়খনৰ বাবে অধ্যক্ষ চৌধুৰী আৰু সম্পাদক বৰুৱা (লগত এজন সদস্য হিচাপে এই লিখকো আছিল) গুৱাহাটীস্থ এজন অৱসৰপ্ৰাপ্ত উচ্চ চৰকাৰী চাকৰিয়াললৈ দানৰ কাৰণে যাওতে তেওঁ চান্দা দিবলৈ অক্ষম বুলি কৈছিল আৰু আমাক জানিবলৈ দিছিল যে তেওঁৰ ল'ৰা দুজন আমেৰিকাত উচ্চ শিক্ষা লাভ কৰি আছে আৰু তেওঁৰ পক্ষে ল'ৰাৰ শিক্ষাৰ খৰচখিনিকে দিয়াটো টান হৈছে। ডাঃ কনক বৰুৱাই কিন্তু ভদ্ৰলোকজনৰ কথাখিনি সহজভাৱে মলৈছিল; সহজে নলৈ তেওঁক কৈছিল : "তোমাৰ যদি তেনে অৱস্থা হৈছে, তেন্তে আমি যি অলপ-অচৰপ দান-বৰঙণি হিচাপে ধন সংগ্ৰহ কৰিছো, তাৰ পৰাই তোমাক সহায় কৰো।" ডাঃ বৰুৱাৰ কথাত আমি অলপ আচৰিত হৈছিলো। কিন্তু বৰুৱা আছিল এজন স্পষ্টবাদী ব্যক্তি আৰু সেইগুণেই ভদ্ৰলোকজনৰ অসমৰ্থতা তেওঁ সহজে গ্ৰহণ কৰা নাছিল।

ডাঃ কনকচন্দ্ৰ বৰুৱা নিশ্চয়কৈ এজন কংগ্ৰেছী লোক আছিল হয় আৰু গান্ধীজীৰ আদৰ্শও কায়মনোবাক্যে বিশ্বাসো কৰিছিল। কিন্তু পৰৱৰ্তী কালত কংগ্ৰেছ মহলত ক্ষমতাৰ বাবে অৰিয়াঅৰি আৰু নৈতিকতাৰ অভাৱ দেখি তেওঁ বৰ হতাশ হৈছিল। তেওঁ কংগ্ৰেছৰ সকলো নেতা বা কৰ্মীকে দেৱতুল্য অৰ্থাৎ angels হোৱাটোকে বাঞ্ছা কৰিছিল নেকি? সি যি কি নহওক, তেওঁ নিজৰ ধ্যান-ধাৰণাত আছিল অটল বিশ্বাসী। পণ্ডিত জৱাহৰলাল নেহৰুক গান্ধীজীয়ে তেওঁৰ 'ৰাজনৈতিক উত্তৰাধিকাৰী' বুলি আখ্যা দিয়াত ডাঃ কনক বৰুৱাই বেয়া পাইছিল, মানে, তেওঁৰ মতে চৰ্দাৰ বল্লভভাই পেটেলেহে ভাৰতৰ শাসনভাৰ নেহৰুতকৈ ভালকৈ চলাব পাৰিলেহেঁতেন। এই পটভূমিতে তেওঁ কংগ্ৰেছ ত্যাগ কৰি জয়প্ৰকাশ নাৰায়ণৰ নৱগঠিত ৰাজনৈতিক দল প্ৰজা ছ'চিয়েলিষ্টত যোগ দি ১৯৬২ চনত গুৱাহাটী সমষ্টিৰ পৰা অসম বিধানসভা নিৰ্বাচনত অৱতীৰ্ণ হৈছিল, কিন্তু সফল নহ'ল। তাৰ পৰৱৰ্তী কালছোৱাত ডাঃ কনকচন্দ্ৰ বৰুৱা কোনো দলৰ সক্ৰিয় সদস্য নাছিল। সমাজসেৱা তথা অ-ৰাজনৈতিক কাম-কাজত ব্যস্ত থাকি ৯১ বছৰ বয়সত ১৯৯২ চনত তেওঁ স্বৰ্গগামী হয়। এইখিনিতে উল্লেখ কৰিব পাৰি যে যেতিয়া ডাঃ কনকচন্দ্ৰ বৰুৱা ১৯৬২ চনত প্ৰজা-ছ'চিয়েলিষ্ট দলৰ প্ৰাৰ্থী হিচাপে কংগ্ৰেছ প্ৰাৰ্থীজনৰ বিৰোধিতা কৰিবলৈ সিদ্ধান্ত লৈছিল, তেতিয়া অসম কংগ্ৰেছ মহল আচৰিত হৈছিল কাৰণ লক্ষেশ্বৰ বৰুৱা আৰু ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ দৰে আগশাৰীৰ কংগ্ৰেছ নেতাদ্বয়ৰ ভাতৃয়ে যে কংগ্ৰেছ প্ৰাৰ্থীৰ বিৰোধিতা

কৰিব তেনে কথা কল্পনাৰ অতীত আছিল। কোনো কোনোৱে হেনো তেওঁৰ ভাতৃ কনক বৰুৱাই কংগ্ৰেছ প্ৰাৰ্থীৰ বিৰুদ্ধে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিব নালাগে বুলি ডাঃ ভুবনেশ্বৰ বৰুৱাক পৰামৰ্শ দিছিল। তাৰ উত্তৰত বোলে ককায়েক ডাক্তৰজনে ভাতৃ ডাক্তৰজনক তেনে পৰামৰ্শ দিব নোৱাৰে বুলি কৈছিল কাৰণ 'সোণ' অৰ্থাৎ ডাঃ কনক বৰুৱাই যিটো সিদ্ধান্ত লৈছিল সেইটো আছিল আদৰ্শজনিত আৰু তাক হেৰফেৰ কৰা বিধৰ কনক বৰুৱা ব্যক্তি নাছিল।

পোন প্ৰথমবাৰৰ কাৰণে ১৯৩৭ চনৰ শেষৰ ফালে মই ডাঃ বৰুৱাক দেখা পাও। ভিয়েনাত ডাক্তৰী বিদ্যা লৈ অহাৰ পিছত তেওঁক সম্বৰ্দ্ধনা জনাবলৈ তেতিয়াৰ কাৰ্জন হলত, আজিকালিৰ নবীন বৰদলৈ গ্ৰন্থাগাৰত এখন ৰাজহুৱা সভা পতা হৈছিল। মই সাংবাদিক হিচাপে উপস্থিত আছিলো। মোৰ যিমান দূৰ মনত পৰে সভাখন পৰিচালনা কৰিছিল কামাখ্যাপ্ৰসাদ ত্ৰিপাঠীয়ে যিজন পিছত অসম কংগ্ৰেছী মন্ত্ৰীসভাৰ এজন  যোগ্য মন্ত্ৰী আছিল। ডাঃ বৰুৱাই তেওঁৰ ভাষণত য়ুৰোপৰ চিকিৎসা পদ্ধতিৰ বিষয়ে বহলাই এটা বক্তৃতা দিছিল। তেতিয়াৰ পৰা তেওঁ গুৱাহাটীত চিকিৎসা ব্যৱসায় কৰি সকলোৰে সমাদৰ লাভ কৰিছিল। কিন্তু তেওঁৰ ককায়েক লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাৰ লেখীয়া ডাঃ কনক বৰুৱাও দুখীয়া শ্ৰেণীৰ বন্ধু আছিল।

ডাঃ বৰুৱাই গুৱাহাটীত উজানবজাৰৰ আমবাৰীত তেওঁ স্থায়ী নিজা বাসস্থান সাজিবলৈ কাম হাতত লৈছিল, কিন্তু আৰ্থিক সম্বল টনকিয়াল নাছিল। তথাপি গৃহ নিৰ্মাণৰ কামত তেওঁ আগবাঢ়িছিল। ১৯৫১ চনত গৃহ নিৰ্মাণ আৰম্ভ কৰি তিনি বছৰৰ মূৰত নিৰ্মাণ কাৰ্য সম্পূৰ্ণ কৰিছিল। শুনিছো, সেই কালছোৱাত তেওঁ পৰিয়ালবৰ্গক অনাৱশ্যকীয় খৰচ যেনে চিনেমা চোৱা বা দামী কাপোৰ ল'বলৈ বাধা কৰিছিল। কিন্তু পিন্ধন-উৰণত সকলোৱে পৰিপাটি হোৱাটো বিচাৰিছিল আৰু নিজেও তেনেদৰেই চলিছিল। ডাঃ কনক বৰুৱাই নিজে চাহাবী পোছাক পৰিধান কৰিছিল, আন আন কংগ্ৰেছীৰ দৰে খদ্দৰৰ কাপোৰ ব্যৱহাৰ নকৰিছিল; ব্যৱহাৰ নকৰিছিল যদিও ডাঃ বৰুৱা আছিল মনে-প্ৰাণে গান্ধীজীৰ আদৰ্শত পৰম বিশ্বাসী আৰু তেওঁ আছিল অবিশ্বাস্যভাৱে অনুশাসনশীলতাৰ প্ৰতীক। ব্যক্তি হিচাপে তেওঁ এজন সম্পূৰ্ণ ভদ্ৰলোক আৰু সৰু-বৰ সকলোকে  ভদ্ৰোচিত ব্যৱহাৰ কৰিছিল। সঁচাকৈয়ে তেওঁৰ বিয়োগত অসমীয়া সমাজৰ অপূৰণীয় ক্ষতি হৈছিল, কিন্তু তেওঁৰ গুণাৱলী সকলোৰে সমাদৃত হৈ থাকিব নিশ্চয়।

# ডাঃ কনকচন্দ্ৰ বৰুৱাৰ সান্নিধ্যত

পুষ্পলতা দাস

ডাঃ কনকচন্দ্ৰ বৰুৱাৰ মই এজন গুণমুগ্ধ ব্যক্তি ঠিকেই কিন্তু 'সান্নিধ্য' শব্দাটোৱে যিমান ওচৰৰ পৰা কোনো ব্যক্তিক সম্পূৰ্ণৰূপে জনাটো বুজায় সেই পিনৰ পৰা মই তেওঁক কিমান ওচৰৰ পৰা জানিছিলো নেজানো। ডাঃ ভুৱনেশ্বৰ বৰুৱা সম্বন্ধত মোৰ মহাদেউহে হয়। পিছে সৰুৰে পৰা মোমাইদেউ বুলি মাতিছিলো কাৰণে বিয়াৰ পিছতো ডাঃ মোমাইদেৱে আমাক মোমাইদেউ বুলি মাতিবলৈ কোৱাত অকল তেওঁকেই নহয়, তেওঁৰ আটাইকেউজন ভাই-ককাইকে আমি 'মোমাইদেউ' বুলিয়েই মাতিছিলো। সেই সূত্ৰে ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ ভাতৃ ডাঃ কনকচন্দ্ৰ বৰুৱা আছিল আমাৰ সোণ মোমাইদেউ। আটাইকেইজন ভায়েক-ককায়েকৰ ভিতৰত আটাইতকৈ পিছত লগ পোৱাজন হ'ল সোণ মোমাইদেউ। ইয়াৰ প্ৰধান কাৰণ হ'ল সোণ মোমাইদেউ যেতিয়া বেৰী হোৱাইট স্কুলত পঢ়ি আছিল তেতিয়া মই প্ৰথমবাৰৰ কাৰণে ডাঃ ভুৱনেশ্বৰ মোমাইদেউৰ পৰিয়ালক বৰপেটাত লগ পাওঁ। সোণ মোমাইদেউ এসপ্তাহমানৰ কাৰণে বৰপেটালৈ অহা যেন মনত পৰে, এদিন যেন চকামকাকৈ দেখিছিলো তেনেকুৱা এটা ভাব হয়। পিছে আঁতৰৰ পৰা দেখিছিলো, কথা-বতৰা পতা মনত নপৰে। একেবাৰে ওচৰৰ পৰা দেখিছিলো দেউতা গুৱাহাটীলৈ বদলি হৈ অহাৰ বহুদিন পিছত যেতিয়া ডাঃ ভুৱনেশ্বৰ মোমাইদেৱে মঙ্গলদৈৰ পৰা চাকৰি এৰি দি গুচি আহি গুৱাহাটীত ডাক্তৰী ব্যৱসায় আৰম্ভ কৰে। তেতিয়াই বুজি পাইছিলোঁ দুই ভাই-ককাইৰ কিমান মিল। মোৰ স্বৰ্গগতা মায়ে চোকা ল'ৰা-ছোৱালীবিলাকক বৰ মৰম কৰিছিল। কটন কলেজত পঢ়ি থকা বহু ছাত্ৰই পৰীক্ষাত ভালকৈ উত্তীৰ্ণ হোৱাৰ লগে লগে আমাৰ ঘৰলৈ ভাত খাবলৈ অহাৰ নিমন্ত্ৰণ পাইছিল আৰু মায়ে তেওঁবিলাকৰ ভৱিষ্যতৰ পৰিকল্পনাৰ বিষয়ে আলোচনা কৰি থকা দেখিছিলো। তেওঁবিলাক আহিলে আমি ঘৰতে আলহী হোৱা যেন হৈ যাও আৰু তেওঁবিলাকৰ

দৰে পঢ়া-শুনাত ভাল কৰিলে মায়ে আমাক সিমান ডাবি নিদিব বুলি ভাবি আগতকৈ পঢ়াত মনপূতি লাগো, চোকা ল'ৰা-ছোৱালীয়ে যাব পৰা পোৱা আদৰ-সাদৰখিনি পাবলৈ। তেনে এজন চোকা ল'ৰাৰ লিষ্টত সোণ মোমাইদেৱো আছিল। তেতিয়া তেওঁ দেখাত বৰ ক্ষীণ আৰু চেহেৰাত এটা শেঁতা শেঁতা ভাব আছিল। পিছৰ চেহেৰাৰ লগত তেতিয়াৰ চেহেৰাৰ অকণো মিল নাই।

সোণ মোমাইদেউৰ চৰিত্ৰত মই এইকেইটি গুণৰ সমাবেশ দেখিছিলোঃ অধ্যয়নশীল এটি মন, কৌতুক ৰসেৰে ভৰা কথা, নিজ চিকিৎসা বিদ্যাৰে পীড়িত জনৰ সেৱা, মানুহৰ বিপদৰ সময়ত কোমল অনুভূতিসনা এখনি অন্তৰ, কোনো কথা অন্যায় বুলি অনুভৱ কৰিলে গৰজি উঠা এটা বিদ্ৰোহী মন আৰু নিজ সংকল্পত অচল-অটল, স্থিৰ।

অধ্যয়নশীল মন আৰু খেলুৱৈসুলভ মনোভাৱৰ কথা তেওঁৰ সতীৰ্থসকলৰ পৰা শুনিছিলোঁ আৰু নিজেও দেখিছিলো। ছাত্ৰ হিচাপে কিমান অধ্যয়নশীল আৰু খেলুৱৈ হিচাপে কিমান সুনাম অৰ্জন কৰিছিল তাক সেই সময়ৰ সকলোৱে জানে। তেওঁৰ খেল দেখি তেওঁক মোহনবাগান ক্লাবে নিজ দলত যোগ দিবলৈ আমন্ত্ৰণ জনোৱা সত্ত্বেও তেওঁ নগ'ল পঢ়া-শুনাত ব্যাঘাত হ'ব বুলি। তেওঁ যে ছাত্ৰ হিচাপে অকল কিতাপহে পঢ়িছিল এনে নহয়, তেওঁ তেওঁৰ ওপজা ৰাজাখনৰ সংস্কৃতিৰ কাৰণেও কিদৰে চিন্তা কৰিছিল তাক তেওঁৰ সহকৰ্মীসকলৰ পৰাই শুনিছিলো। তেওঁৰ সৌন্দৰ্যপিয়াসী মনটোৰ পৰিচয় আমি পাওঁ বহু ক্ষেত্ৰত। তেওঁৰ পৰিপাটি বেশভূষা, ঘৰ সজোৱা বস্তু নিৰ্বাচন, খোৱা-বোৱাৰ ৰুচি আৰু মুকুতা মণিৰ গঢ়েৰে লিখা আখৰকিটিত। মানুহে কৈছিল, তেওঁৰ আখৰকেইটি যেন আখৰ নহয়, বাখৰ। বহুতে প্ৰেছৰ ছপা আখৰৰ লগত তেওঁৰ আখৰৰ তুলনা কৰিছিল। তেওঁৰ লিখা আখৰকেইটিৰ দৰে সুগঢ়িত আখৰ সাধাৰণতে দেখা নেযায়। আখৰেও কেতিয়াবা একোজন মানুহৰ ব্যক্তিত্বৰ পৰিচয় দিয়ে। অসমৰ বিহু উৎসৱৰ জৰিয়তে পৰ্বত, ভৈয়ামৰ ভাই-ভনীসকলক মৰমৰ এনাজৰীৰে বন্ধাৰ সপোনেৰে তেওঁ তেওঁৰ মনৰ কথা ককাইদেৱেক লোকবন্ধু ডাঃ ভুৱনেশ্বৰ বৰুৱা আৰু সিংহপুৰুষ ৰাধাগোবিন্দ বৰুৱাদেৱক কৈছিল—তেওঁলোকে তেওঁৰ পৰামৰ্শ মানি লৈছিল। মহাৰাষ্ট্ৰৰ মহাৰাষ্ট্ৰ কেশৰী বাল গঙ্গাধৰ তিলকে খণ্ডিত হ'ব খোজা মহাৰাষ্ট্ৰক গণেশ চতুৰ্থীৰ জৰিয়তে কিদৰে একতাৰ ডোলেৰে বান্ধিলে সেই কথা তেওঁ প্ৰায়েই কৈছিল। তেওঁৰ অধ্যয়নপুষ্ট সজীৱ মনটোৱে মৃত্যুৰ দুবছৰমান আগলৈকে আজিৰ যুগৰ জ্ঞান, বিজ্ঞানৰ সকলো কথাতে নিজৰ মতামত যুক্তিৰে দাঙি ধৰিছিল, নিৰ্ভীকভাৱে নিজৰ মন্তব্য দিছিল। ডেকা ল'ৰা-বিলাকৰ অনভিজ্ঞ কেঁচামনৰ মন্তব্যক নিজ যুক্তিৰে ওফৰাই দিব পাৰিছিল। সেয়ে ডেকাসকলে তেওঁক সমীহ কৰি চলিছিল। ডেকাসকলে তেওঁৰ

খেলুৱৈসুলভ মনটোক শ্ৰদ্ধা কৰিছিল। ডাঃ কনক বৰুৱাই যে অকল ফুটবলেই ভাল খেলিছিল তেনে নহয়; তেওঁৰ ক্ৰিকেট, টেনিছ, টেবুল টেনিছ আদিতো ৰাপ আছিল। তেৱেঁই মিঃ লীচ আৰু মিঃ ৰিচাৰ্ড বাৰ্গমেনৰ নিচিনা বিশ্ববিখ্যাত খেলুৱৈক প্ৰদৰ্শনীমূলক খেলা খেলিবলৈ গুৱাহাটীলৈ নিমন্ত্ৰণ কৰি অনাইছিল। ১৯৫০ চনত সেয়ে ডাঃ কনক বৰুৱাক অসমত এই খেলৰ প্ৰথম প্ৰৱৰ্তক বুলি কোৱা হৈছিল। তেৱেঁই এই খেল ভালপোৱা উদীয়মান খেলুৱৈসকলক পাৰদৰ্শিতা দেখুৱাবলৈ উদগণি দিয়ে। টেবুল টেনিছ এছোচিয়েচনৰ তেৱেঁই প্ৰথম সভাপতি আছিল। ১৯৫০ চনতে সংগঠিত হোৱা এই সংগঠনে পিছলৈ যে অসমৰ মুখ উজ্জলাবলৈ সমৰ্থ হ'ব তাক সকলোৱে জানিছিল। এই খেল তেওঁৰ যেন প্ৰাণ আছিল। গুৱাহাটীৰ ইণ্ডিয়া ক্লাবৰ প্ৰতিষ্ঠাতাসকলৰ ভিতৰত তেৱোঁ এগৰাকী আছিল আৰু এই অনুষ্ঠানৰ সভাপতি আৰু সম্পাদকৰ দায়িত্ব বহু দিনলৈকে বহন কৰিবলগীয়া হৈছিল। তেওঁৰ কৃতিত্বৰ কথা সকলোৱে জানে। তেওঁ যি অনুষ্ঠানতে যোগ দিছিল সেই অনুষ্ঠানকে প্ৰাণৱন্ত অনুষ্ঠান কৰি গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল আৰু সফলো হৈছিল।

ডাঃ কনক বৰুৱাৰ প্ৰতিভাৰ পৰিচয় শিক্ষকসকলে সৰুতেই পাইছিল। শদিয়া মাইনৰ স্কুল, ওৰ্য়াকশ্বপ মাইনৰ স্কুল, ডিব্ৰুগড় আৰু ডিব্ৰুগড় চৰকাৰী হাইস্কুলত পঢ়ি থকা অৱস্থাতে তেওঁ তেওঁৰ বুদ্ধিমত্তাৰ পৰিচয় দিছিল। শিক্ষকসকলৰ মৰমৰ এই ছাত্ৰজনে সুখ্যাতিৰে মেট্ৰিক পাছ কৰি যেতিয়া কটন কলেজলৈ যায় তেতিয়া তেওঁৰ ভৱিষ্যৎ যে সোণালী হ'ব সেই বিষয়ে কাৰো সন্দেহ নাছিল। ভৱিষ্যতৰ কথা ভৱিষ্যতৰ বাহিৰে কোনেও নেজানে। কটন কলেজৰ পৰা আই এছ চি পাছ কৰি বি এছ চিত নাম লগালে মনত বহুত সপোন লৈ, ৰসায়ন বিজ্ঞান তেওঁৰ প্ৰিয় বিষয় থকাত ৰসায়ন বিজ্ঞানত অনাৰ্ছ ল'লে। নিয়তিৰ হয়তো ইচ্ছা আছিল তেওঁ ডাক্তৰ হ'ব লাগিব আৰু সেই বিদ্যাৰ জৰিয়তে জনসেৱা কৰিব লাগিব, সেয়ে হ'ল। ১৯২১ চনৰ অসহযোগ আন্দোলনটোৱে ভাৰতৰ বহু মেধাৰী ছাত্ৰকে উটুৱাই নিয়াৰ দৰে তেওঁকো উটুৱাই নিলে। ভৱিষ্যতৰ সকলো আকাংক্ষাক জলাঞ্জলি দি তেওঁ আন্দোলনত জঁপিয়াই পৰিল আৰু কাৰাবৰণ কৰিলে। তিনি মাহ কাৰাবৰণ কৰাৰ পাছত তেওঁ আৰু অসমৰে আৰু দুজন কৰ্মীৰ লগত গান্ধীজীৰ সবৰমতী আশ্ৰমলৈ গ'ল। এই আশ্ৰমলৈ গৈ তেওঁৰ কিছুমান কথাত মোহভঙ্গ হোৱা বুলি মোক এবাৰ কৈছিল। তেওঁৰ ধাৰণা আছিল আশ্ৰমৰ সকলো কৰ্মীয়ে বিশেষ একোটা প্ৰেৰণা লৈ সেৱাৰ ক্ষেত্ৰ এই আশ্ৰমলৈ আহে, তেওঁবিলাকে জীৱনৰ সৰু সৰু কথাবিলাকৰ পৰা আঁতৰত থাকে, কিন্তু আশ্ৰমত তেওঁ দুগৰাকী কৰ্মী পাইছিল যি দুগৰাকীয়ে বাহিৰৰ বেশভূষাত দ্বিতীয় গান্ধীজী হৈছিল, পিছে আচৰণত আক্ৰোহী আৰু কথা আৰু কামৰ মাজত সামঞ্জস্য

নথকা। তেওঁবিলাকক দেখি তেওঁৰ স্বপ্ন ভঙ্গ হোৱা যেন লাগিছিল। সেই সময়ত গান্ধীজী আশ্ৰমত নাছিল, জেলত আছিল। সোণ মোমাইদেউৰ এই মন্তব্যটো শুনাৰ বহুদিন পিছত শৰণীয়া আশ্ৰমলৈ গান্ধীজী আহোতে শ্ৰীমান প্ৰফুল্ল গোস্বামীয়ে গান্ধীজীক এটা প্ৰশ্ন কৰিছিল এইদৰে : 'আপোনাৰ আশ্ৰমৰ সকলো কৰ্মী আপোনাৰ দৰেই নে তাতো আমাৰ আশ্ৰমবিলাকৰ দৰে দন-খৰিয়াল হয়।' উত্তৰত গান্ধীজীয়ে কৈছিল : 'আশ্ৰমত থকা সকলো মানুহকে দেৱতা বুলি নাভাবিবা, তেওঁলোকেও কেতিয়াবা দন-খৰিয়াল কৰে।' যি হওক, ছমাহ আশ্ৰমত থাকি সোণ-মোমাইদেউ ডিব্ৰুগড়লৈ উভতি আহি গাৱেঁ গাৱেঁ ঘূৰি গান্ধীজীৰ বাণী, গান্ধীজীৰ গঠনমূলক দৃষ্টিৰ কথাবোৰ প্ৰচাৰ কৰি ফুৰিবলৈ ধৰিলে। গান্ধীজীৰ নীতিৰ প্ৰতি তেওঁৰ শেষ ক্ষণলৈকে আস্থা আছিল, তেওঁৰ মনে গান্ধীজীক আচল বিপ্লৱী বুলি গ্ৰহণ কৰিছিল। গান্ধীজীৰ সকলো অনুগামীকে তেওঁ অৱশ্যে দ্বিতীয় গান্ধী বুলি গ্ৰহণ কৰিব পৰা নাছিল, এজন বা দুজনৰ বাহিৰে। তেওঁ এবাৰ মোক কৈছিল, "মই সবৰমতীত থাকোতে এজন নীৰৱ কৰ্মীক দেখিছিলো, কথা নকয়, কাম কৰে, ক'লেও এটা বা দুটা শব্দ কয়, খুব ভাল ছেটাৰ বজাইছিল। আশ্ৰমবাসীয়ে তেওঁক বিনোৱা বুলি মাতিছিল, তেতিয়া ভবা নাছিলো তেৱেঁই এদিন গান্ধীজীৰ আধ্যাত্মিক উত্তৰাধিকাৰী হ'ব।'

১৯২১ চনৰ আন্দোলনৰ অন্ত পৰাৰ পিছত কৰ্মীসকলে কি কাৰ্যপন্থা ল'ব এইবোৰ চিন্তা কৰি নিজ নিজ উপলব্ধিৰে পথ বছাত লাগে। সোণ মোমাইদেৱে জীৱনৰ সকলো কথাতে তেওঁৰ অগ্ৰজ লোকবন্ধু ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ পৰামৰ্শ লৈছিল। ডাঃ বৰুৱাই তেওঁক ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলতে পঢ়াৰ পৰামৰ্শ দিলে আৰু পঢ়োৱাৰ সকলো দায়িত্ব তেওঁ ল'ব বুলি ক'লে। বেৰী হোৱাইট মেডিকেল স্কুলত চাৰি বছৰ পঢ়াৰ পিছত তেওঁ কলিকতাৰ স্কুল অব ট্ৰপিকেল মেডিচিনত যোগ দিলেগৈ আৰু তাৰ পৰা শিক্ষা লৈ আহি তেওঁ সকলোৰে পৰামৰ্শ লৈ শিৱসাগৰত স্বাধীনভাৱে চিকিৎসা ব্যৱসায় আৰম্ভ কৰে, লগতে বৰুৱা মেডিকেল হল বুলি ফাৰ্মাচী এখনো খোলে। তেওঁ অতি কম দিনৰ ভিতৰতে শিৱসাগৰৰ এজন জনপ্ৰিয় ডাক্তৰ হৈ উঠিল। সকলোৱে ক'লে "ককায়েক নামনিত ভায়েক উজনিত" দুয়োজন জনপ্ৰিয় ডাক্তৰ।

১৯৩৬ চনত ভেষজ বিদ্যাৰ ওপৰত গভীৰ জ্ঞান থকা ভিয়েনা নগৰীৰ ভিয়েনা বিশ্ববিদ্যালয়ত ভৰ্তি হ'লগৈ। মেধাৰ স্বীকৃতি সকলোতে আছে। ভিয়েনা বিশ্ববিদ্যালয়তো তেওঁৰ মেধাই স্বীকৃতি পালে, সুখ্যাতিৰে শ্ৰেষ্ঠতাৰ ডিপ্লোমা লৈ ১৯৩৭ চনত ঘৰলৈ উভতিল। তেওঁৰ মাতৃ স্বৰ্গীয় পিৰিজা বৰুৱাৰ সেই বছৰতে মৃত্যু হয়। তেওঁ এগৰাকী সাহসী, দূৰদৰ্শী মহিলা আছিল। তেওঁৰ আদেশক অমান্য কৰাৰ ক্ষমতা পৰিয়ালৰ কাৰো নাছিল। তেওঁৰ পিতৃ জীৱেশ্বৰ বৰুৱাদেৱো

এগৰাকী ব্যক্তিত্বসম্পন্ন মানুহ আছিল। তেওঁৰ চৰিত্ৰত সেয়ে আমি দেউতাকৰ ব্যক্তিত্ব আৰু মোমাইদেৱেক স্বৰ্গীয় ফণীধৰ চলিহাৰ ব্যক্তিত্বৰ সম-প্ৰকাশ দেখো।

ভিয়েনাৰ পৰা উভতি অহাৰ পিছত ককায়েক ডাঃ ভুৱনেশ্বৰ বৰুৱাদেৱে ভায়েকক গুৱাহাটীতে চিকিৎসা ব্যৱসায় আৰম্ভ কৰিবলৈ কোৱাত তেওঁ গুৱাহাটীৰ পাণ বজাৰত প্ৰথম ব্যৱসায় আৰম্ভ কৰে আৰু অলপ দিনৰ ভিতৰতে হাৰ্টৰ অসুখৰ বিশেষজ্ঞ হিচাপে স্বীকৃতি পায়। গুৱাহাটীৰ বহু মানুহে কৈছিল "ককায়েক ভোলানাথ পিন্ধন উৰণৰ প্ৰতি উদাসীন, ভায়েক টিপটপ চাহাব, দুয়ো দুয়োৰো মৰমৰ, দুয়ো ভাল ডাক্তৰ।" ঘৰ সাজোতেও বহুতে কৈছিল "এজনে ঘৰ বান্ধিছে পাহাৰ ভাঙি, আনজনে ঘৰ বান্ধিছে সৰোবৰ পূতি" ধেমালিৰ সুৰত বন্ধু-বান্ধৱে কোৱা কথা। দুয়ো ভাই-ককাইৰ বেমাৰীৰ প্ৰতি, বিশেষকৈ দুখীয়া বেমাৰীৰ প্ৰতি গভীৰ দায়িত্ববোধ। ককায়েক ডাঃ বৰুৱাই ঘৰৰ আগত বেমাৰী চোৱাৰ সময় নিৰ্ধাৰণ কৰি দিয়া নাছিল, যেতিয়াই আহে তেতিয়াই সময়। কিন্তু ভায়েক ডাঃ বৰুৱাৰ সময় বন্ধা আছিল। সময়মতে ৰোগী চোৱা কোঠালৈ আহিব, সময় মতে যাব, তাৰ ব্যতিক্ৰম নাই। কিন্তু তেওঁৰো ব্যতিক্ৰম হয় যেতিয়া অতি টান বেমাৰীৰ ঘৰৰ মানুহ অতি বিপদত পৰি আতুৰ হৈ আহে। গুৱাহাটীৰ কালাপাহাৰৰ শ্ৰীযুত কালিচৰণ দত্তদেৱে আজিও শ্ৰদ্ধাৰে কয় যে তেওঁ (ডাঃ কনক বৰুৱাই) অসময়ত বেমাৰী নেচায় বুলি জানিও এজন সহকৰ্মীৰ অতি টান হোৱাত আৰু তেওঁ ডাক্তৰ কনক বৰুৱাৰ ঘৰৰ ওচৰতে থকাত মাতিবলৈ সাহ কৰিছিল। ডাঃ কনক বৰুৱাই বেমাৰীৰ অৱস্থাৰ কথা শুনি ভাত খাই উঠিছিল যদিও তৎক্ষণাৎ নিজৰ লগত থকা দৰবকে লৈ ওলাল, কাৰণ বেমাৰীৰ এনেকুৱা টান অৱস্থাত ফাৰ্মাচীলৈ মানুহ পঠিয়াবলৈ সময় নহ'ব। বেমাৰী চাই নিজে লৈ যোৱা দৰব দি ইনজেকশ্বন দি আহিল, দৰবৰ বেচ নল'লে ফিজো নল'লে; কিন্তু প্ৰেছক্ৰিপশানখন দি আহিল আৰু বিষ ভাল পালেই কলিকতালৈ নি অপাৰেশ্যন কৰাব লাগে বুলি ক'লে। পিছদিনা নিজেই গৈ বেমাৰীৰ খবৰ লৈ আহিল। শ্ৰীযুত দত্তই সেইবোৰ কথা শ্ৰদ্ধাৰে আজিও সোঁৱৰে।

তেওঁ সকলো কথাত চাফ-চিকুণ, পৰিপাটি কাৰণে প্ৰায় মানুহেই তেওঁক চাহাব ডাক্তৰ বুলি কৈছিল। তেওঁ চাহাবৰ ভাল গুণখিনি লৈছিল, বেয়াখিনি লোৱা নাছিল। তেওঁ ডাক্তৰ হিচাপে তেওঁৰ কোমল মনৰ পৰিচয় বহু ক্ষেত্ৰত পাইছো। আজি দুবছৰমান আগতে তেওঁ তেতিয়া প্ৰায় বেমাৰী চোৱা এৰাৰ দৰে, জালুকবাৰীৰ এজন ৰোগীয়ে তেওঁৰ বাহিৰে আনক বেমাৰ নেদেখুৱায় বুলি তেওঁকহে বিচৰাত সেই অসুস্থ শৰীৰৰেই তেওঁক চাবলৈ গৈছিল বুলি তেওঁৰ পৰাই শুনিছিলো। অথচ তেওঁ নিজেই তেওঁৰ মৰমৰ ককাইদেৱেক ডাঃ ভুৱনেশ্বৰ বৰুৱাক কৈছিল : "সৰু ককাইদেউ তই জিৰণি নোলোৱাকৈ সময় নাই, অসময়

নাই বেমাৰী চাব, ইপিনে তোৰ হাৰ্টৰ অসুখ তোৰ নিজৰ কিবা এটা হ'লে তেতিয়া কেনেকৈ বেমাৰী চাবি" এই কথাষাৰ কৈছিল ককাইদেৱেকৰ ভাণ্ডি পৰা স্বাস্থ্যৰ কথা ভাবি, ভাবিছিল ককাইদেৱেকক এইদৰে মানুহে টানি থাকিলে বেছি দিন নাবাচিব। সেয়ে শেষত হ'ল, ডাক্তৰ ভুবনেশ্বৰ বৰুৱাৰ মৃত্যুৰ কাৰণ হ'ল বুকুৰ বিষ লৈ তেওঁকে বিচাৰি থকা বেমাৰী এগৰাকীক চাবলৈ গৈ ছিৰি উঠোতে বুকু বিষালে, ছিৰিৰ পৰা নামি আহি ঘৰ পাই হাৰ্ট এটেক হ'ল। ককাইদেৱেকৰ শেষ মুহূৰ্তত শেষ ইনজেকশ্যনটো দিয়াৰ সময়ত হোৱা এটা ঘটনা মোৰ মনত আজিও স্পষ্ট হৈ আছে। ইনজেকশ্যন দিবলৈ ছিৰিঞ্জ হাতত লৈছে ভায়েক ডাঃ কনক বৰুৱাই আৰু দৰৱৰ বটলটো লৈছে পুতেক ডাঃ বিশ্বজিৎ বৰুৱাই। দুয়োৰো হাত যেন কঁপিছে। ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ হঠাতে দেখিলো জীয়েক মা-মণিয়ে ( ডাঃ ভাৰতী বৰুৱাই) দদাইদেৱেকৰ হাতৰ পৰা ছিৰিঞ্জটো ল'লে আৰু ডাঃ বৰুৱা পত্নীয়ে পুতেকৰ হাতৰ পৰা বটলটো ল'লে আৰু মা-মণিয়ে অকম্পিত হাতেৰে মাকৰ অকম্পিত হাতৰ সহায়ত ইনজেকশ্যনটো দিলে। সেইদিনা মোৰ উপলব্ধি হল সঙ্কট কালত তিৰোতা মানুহে পুৰুষ মানুহতকৈ বেছি শক্তি আৰু ধৈৰ্যৰ পৰিচয় দিব পাৰে। এই ইনজেকশ্যনটোৱেই আছিল ডাঃ মোমাইদেউৰ জীৱন ৰক্ষাৰ শেষ ইনজেকশ্যন। ভেষজ বিজ্ঞানৰ সকলো চেষ্টা ব্যৰ্থ কৰি ওঁঠত এটি মৃদু হাঁহিৰে এই জগতৰ পৰা তেওঁ বিদায় ল'লে। সেই হাঁহিৰে বিদায় লোৱা মুখখনিলৈ চাই মাহীদেৱে কৈ উঠিল 'আঐ দেহি।' এই শব্দ দুটিয়ে যেন ক'লে, 'আপুনি সহস্ৰজনক মৃত্যুৰ মুখৰ পৰা আজুৰি আনি আজি নিজে মৃত্যুৰ ওচৰত নতি স্বীকাৰ কৰিলে।'

ডাঃ কনক বৰুৱা মানুহজন আধুনিক হৈও পুৰণি অসমীয়া সংস্কৃতিৰ ৰীতি-নীতি, নিয়ম-কাৰণৰ গহীন ৰূপটোক শ্ৰদ্ধা কৰিছিল, তাত তেওঁ সৌন্দৰ্য দেখিছিল, সেয়ে আলহীক ঘৰৰ মানুহে নিজে সোধ-পোছ কৰিলে ভাল পাইছিল, ঘৰৰ বন কৰা মানুহতকৈ পৰিয়ালৰে এজনে নিজ হাতে আলহী সোধাটো পছন্দ কৰিছিল।

এবাৰ তেওঁৰ বন্ধু এজনে বিবাহ সম্পৰ্কে তেওঁক এটা প্ৰশ্ন কৰিছিল : "আপুনি ল'ৰা-ছোৱালীয়ে নিজে পছন্দ কৰি বিয়া কৰোৱাটো ভাল পায় নে অভিভাৱকসকলে ঠিক কৰি দিয়া বিয়া পছন্দ কৰে।" ডাক্তৰ বৰুৱাই উত্তৰত কৈছিল, "ল'ৰা-ছোৱালীয়ে মোহগ্ৰস্ত হৈ ভালপোৱা এটা কথা আৰু ভিতৰত কিবা এটা বস্তু দেখি ভালপোৱা এটা কথা। মোহগ্ৰস্ত হৈ কৰোৱা বিয়াৰ আনন্দ বিয়াৰ পিছতে শেষ হয়। কাৰণ বিয়াৰ আগতেই তেওঁবিলাকে পোৱাৰ সকলো আনন্দ শেষ কৰি দিয়ে। অভিভাৱকে ল'ৰা-ছোৱালীৰ সন্মতি লৈ পতা বিয়াৰ আনন্দ বহু দিনলৈকে থাকে। কাৰণ তেওঁবিলাকে এটা নতুন জীৱন আৰম্ভ কৰে মাথোন।

সেয়ে দুয়ো দুয়োৰে কাৰণে নতুন হৈ থাকে। দুয়ো দুয়োকো বুজিবলৈ চেষ্টা কৰে, নতুন পৰিবেশৰ লগত নিজকে খাপ খুৱাবলৈ চেষ্টা কৰে; দুয়ো দুয়োৰে পৰিপূৰক হৈ পৰে। এনে বিয়া সাধাৰণতে স্থায়ী হয়।"

ডিব্ৰুগড়ৰ সেই একান্নবৰ্ত্তী পৰিয়াটোত ভাই-ককাইৰ ল'ৰা-ছোৱালীৰ উপৰিও বিধৱা বাই-ভনীৰ পৰিয়ালো আছিল, এজন-দুজন অনাথেও আশ্ৰয় পাইছিল। আনন্দৰ ৰসসনা যুটীয়া সংসাৰ-সমূহীয়া চৰু, ঘৰৰ লাই-খুঁটাৰ দৰে ধৰণী ধৰিছিল মাতৃ গিৰিজা বৰুৱাই। তেওঁৰ নিৰ্দেশতে ঘৰ চলিছিল। তেওঁৰে প্ৰথম পুত্ৰ স্বৰ্গীয় কমলেশ্বৰ বৰুৱা মৌজাদাৰ হিচাপে চাবুৱাত থকাত ভায়েকহঁতেই ডিব্ৰুগড়ৰ এই ঘৰখন চাইছিল। সেই আদৰ্শ পৰিয়ালটিয়ে ঘৰখনক সুস্থ পৰিৱেশ এটি দিবলৈ যত্ন কৰি বহু আঁচনি লৈছিল। স্বৰ্গীয় লক্ষেশ্বৰ বৰুৱা ৰাজনীতি কৰা মানুহ বাবে তেওঁ সভা-সমিতিত প্ৰস্তাৱ কেনেকৈ দাঙি ধৰে কাৰ্যবিৱৰণী কেনেকৈ লিখে, বিধান সভা কেনেকৈ চলে ইত্যাদিত জোৰ দি ল'ৰা-ছোৱালীৰ হতুৱাই সভা সমিতি পতা খেল খেলাইছিল— লগতে ৰঞ্জিতা খুৱাই সুকুমাৰ কলাৰো চৰ্চা কৰিছিল। এই প্ৰসিদ্ধ মজিন্দাৰ বৰুৱাৰ জীয়াৰীসকলে অকল তাঁত সূতেই নহয় ললিত কলাৰ দিশতো চিন্তা-চৰ্চা কৰিছিল। এই কামবিলাকত তেওঁ (ঁলক্ষেশ্বৰ বৰুৱাই) সহায় পাইছিল ভায়েক কনক বৰুৱাৰ পৰা। গুৱাহাটীত ডাঃ ভুৱনেশ্বৰ বৰুৱাই 'গজালি সমিতিৰ' জৰিয়তে একে পৰিকল্পনাই লৈছিল। তেওঁ অৱশ্যে তেওঁৰ পৰিয়ালৰ ল'ৰা ছোৱালীৰ লগতে ওচৰ চুবুৰীয়াৰ উঠি অহা ল'ৰা-ছোৱালীকো সামৰি লৈছিল-সমাজখনৰ বাতাবৰণ সুস্থ কৰাৰ চেষ্টাৰে।

সোণ মোমাইদেউৰ কলাপ্ৰেমী মনটোৱে কলাৰ সূক্ষ্ম সৌন্দৰ্য সকলোতে বিচাৰি ফুৰিছিল, এনেকি কাপোৰ পিন্ধা আৰু কথা কোৱাতো। সোণ মোমাইদেউৰ এগৰাকী ধেমেলীয়া কথা কৈ ভালপোৱা বাইদেৱেক আছিল। আমি তেওঁক আইটী মাহীদেউ (ঁযজ্ঞদা লতা দুৱৰা) বুলি মাতিছিলোঁ। তেওঁ এদিন ভায়েকক জোকাই কৈছিল, "ই আকৌ লেটিয়াই কাপোৰ পিন্ধাতো আৰ্ট দেখে-পাতলিত দেখৰ বোকাখন লাগিলেও লাগক"। সোণ মোমাইদেৱে এই গৰাকী বায়েকক জোকাই ভাল পাইছিল। আইতী মাহীদেৱে নাম, কীৰ্তন, পূজা পাতল লৈয়েই থাকে, মাজে মাজে সত্যনাৰায়ণ পূজা পাতে-মৰমৰ জনৰ কল্যাণৰ কাৰণে। সোণ মোমাইদেৱে বায়েকে যাতে এই অভ্যাসটো এৰে তাকে ভাবি চাঁগে নে এনেয়ে জোকাবলৈ নেজানোঁ, বাইদেৱেকক ঈশ্বৰ নাই বুলি নানা যুক্তিৰে বুজাবলৈ ধৰিলে। ঘৰৰ সকলোৱে উদ্দেশ্যটো জানে কাৰণে মনে মনে হাঁহি হাঁহি কথাবোৰ শুনি থাকিল। এনেতে হঠাতে আইটী মাহীদেৱে কৈ উঠিল : "সোণ তই মোক এনেকৈ কৈ নাথাকিবি, এনেকৈ বুজালে মোৰ ঈশ্বৰ নাই নাই যেন লাগে।" আইটী মাহীদেউৰ অসহায় মুখখনলৈ চাই সকলোৱে হো হো কৈ হাঁহি উঠিল।

মোৰ কিন্তু মনে নাহাঁহিলে। বেচেৰীয়ে অকালতে বিধৱা হৈ এইখিনি বিশ্বাসকে পৰম আশ্ৰয় বুলি লৈ সান্ত্বনা লভি আছে, কিয়নো আমি আঘাত দিব লাগে। দুদিনমান পিছতে এটি বৰ করুণ ঘটনা ঘটিল। আইটী মাহীদেউৰ একমাত্ৰ পুত্ৰ সুৰেন দুৱৰাই কিবা কথাত মানসিকভাৱে আক্ৰান্ত হৈ নিজ হাতেৰে সিৰ কাটি সেই তেজেৰে মাকলৈ বিদায় পত্ৰ লিখি গ'ল, তেওঁ স্ব-ইচ্ছাৰে আত্মহত্যা কৰিলে বেজাৰ নকৰিবলৈ অনুৰোধেৰে বোধহয়। লিখা কথাখিনি মোৰ এতিয়া স্পষ্ট মনত নাই। পুতেকৰ মৃত্যুৰ দিনা মাহীদেৱে সত্যনাৰায়ণ পূজা কৰি আছিল। খবৰ পাই ডাঙৰ ককাইদেৱেক স্বৰ্গীয় কমলেশ্বৰ বৰুৱাদেৱ আহি চকুলো সনা চকু দুটিৰে কণ্ঠত হেনো রুদ্ৰৰস সানি কৈ উঠিল, "তইতো দেউটীৰ কাৰণে আজি সত্য-নাৰায়ণ পূজা কৰিছিলি তোৰ সত্যনাৰায়ণে দেউটীক ৰক্ষা কৰিব পাৰিলে নে?" ককায়েকে বুকু ফাটি যোৱা দুখেৰে এইকিষাৰ কথা কৈছিলে। টান মাতেৰে কলেও চকুয়ে তেওঁক ফাকি দিছিল। এই ঘটনা ঘটিছিল ডিব্ৰুগড়ত, মই তেতিয়া গুৱাহাটীত। মানুহে কোৱা শুনিছিলো যি সোণ মোমাইদেৱে বাইদেৱেকক ঈশ্বৰ নাই, তই কি ঈশ্বৰ ঈশ্বৰকৈ থাক বুলি জোকাইছিলে, সেই সোণ মোমাইদেউৰ চকু হেনো চলচলীয়া হৈ উঠিছিল, কণ্ঠৰুদ্ধ। আইটী মাহীদেৱে কেৱল ডাঙৰ ককায়েকক হেনো কৈছিল "বৰ ককাইদেউ তই ঈশ্বৰক নুদুষিবি মই কৰ্মফল ভুগিছো।" সোণ মোমাইদেৱে সৰু ল'ৰাৰ দৰে কান্দিছিল বুলি শুনিছিলোঁ। তেওঁৰ কৌতুক ৰসসনা মনটো সেইদিনা করুণাৰসেৰে ভৰি উঠিছিল। বায়েকক সান্ত্বনা দিবলৈ ভাষা বিচাৰি পোৱা নাছিল। এনে ঘটনাৰ কেবাখনিও ছবি আজি মোৰ মনৰ পটত ওপঙি উঠিছে। প্ৰবন্ধৰ পৰিধি বঢ়াব নোখোজো, গোয়ে নিলিখিলোঁ।

তেওঁৰ কাব্যিক কোমল মনটোৰ এখনি ছবি আজিও পাহৰিব পৰা নাই। মোৰ ভনী শ্ৰীমতী মাজনীক (কল্পিতা দুৱৰাক) তেওঁ নিজৰ ভতিজীৰ দৰেই মৰম কৰিছিল আৰু তেওঁৰ স্বামী তৰুণ দুৱৰালৈও তেওঁৰ বৰ মৰম আছিল। দুৱৰা অকল ইঞ্জিনিয়াৰেই নাছিল, তেওঁ ফুটবল খেলত, তবলা বজোৱাত, চেতাৰ বজোৱাত বৰ পাৰ্গত আছিল। এইবিলাক গুণৰ কাৰণেই ডাঃ কনক বৰুৱাই এই ভাগিনজনক বৰ মৰম কৰিছিল। তেওঁ হঠাতে হাৰ্টফেল কৰি ঢুকাল, নিমিষতে সকলো শেষ। খবৰটো পায়েই ডাঃ বৰুৱাই কথা কব নোৱাৰাৰ দৰে কিছুপৰ ৰহি থাকিল —"মাজনীক" চাবলৈ আহিবলৈ যেন সাহ গোটাব পৰা নাই। পিছদিনা নে সেইদিনা আবেলিয়েই মোৰ স্পষ্ট মনত নপৰে, আহিল আৰু মোক ক'লে "মাকণ" মোৰ খবৰটো শুনি মনটো কেনেকুৱা লাগিছিল বুজাব নোৱাৰোঁ, হঠাৎ পুতুটো কেনেকৈ ঢুকাই থাকিল, "মাজনীক" কেনেকৈ সান্ত্বনা দিম। মোৰ মনলৈ সেই মুহূৰ্তত কি ভাব আহিছিল জানা নে? কবিগুৰু ৰবি ঠাকুৰৰ এই কবিতা

ফাঁকি 'আজ ৰজনীতে ঝড হয়ে গেছে ৰজনীগন্ধাৰ বনে'—সিহঁতৰ সুখৰ জীৱনটোক ধুমুহাই ভাঙি দিলে"। সেইদিনা সোণ মোমাইদেউৰ কোমল অনুভূতিখিনিক মই মুখেৰে একো নোকোৱাকৈ শ্ৰদ্ধা জনাইছিলো। সোণ মোমাইদেউৰ অতি প্ৰিয় গান আছিল 'ক্লান্তি আমাৰ ক্ষমা কৰো প্ৰভু'। সোণ মোমাইদেৱে বিশ্বকবিৰ কেবাটিও গান ভাল পাইছিল আৰু ভতিজীহঁতৰ হতুৱাই সুবিধা পালেই গোৱাইছিল। ডাঃ ভুৱনেশ্বৰ মোমাইদেউৰ গান, বৰগীত মই শুনিছিলোঁ, কিন্তু সোণ মোমাইদেৱে গোৱা শুনা নাছিলো—তেওঁৰ ৰসগ্ৰাহী মনটোৰ পৰিচয় পিছে পাইছিলো।

সোণ মোমাইদেৱে তেওঁ শ্ৰদ্ধা কৰা মানুহক কোনোবাই আঘাত দিলে বৰ দুখ পাইছিল। ভালপোৱা-বেয়া পোৱাত তেওঁৰ অনুভূতি বৰ কঠোৰ আছিল। যাক ভাল পায় তেওঁৰ বাবে সকলো ত্যাগ কৰিব পাৰে। যাক বেয়া পায় তেওঁক গোটেই ব্ৰহ্মাণ্ডই শলাগিলেও তেওঁ অকলে তেওঁৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিব। তেওঁৰ এনে মনোভাৱে মোৰ জীৱনৰ এটা গুৰুত্বপূৰ্ণ সিদ্ধান্ত লোৱাত সহায় কৰিলে। সকলোৱে জানে ডাঃ কনক বৰুৱাই অমিয় কুমাৰ দাসক অতি ভাল পাইছিল, অতি শ্ৰদ্ধা কৰিছিল। অমিয় কুমাৰ দাস এজন আপোনভোলা মানুহ আছিল আৰু আনক সুখী কৰিবলৈ তেওঁ নিজৰ সকলো সুখ শান্তি সম্পূৰ্ণৰূপে বিসৰ্জন দিবলৈও প্ৰস্তুত থাকিছিল। তেওঁৰ জীৱনত অপ্ৰত্যাশিতভাৱে এটা ঘটনা ঘটিছিল যাৰ কাৰণে তেওঁ প্ৰস্তুত নাছিল আৰু সপোনতো তেনে কিবা হ'ব বুলি ভবা নাছিল। অতি অপ্ৰত্যাশিতভাৱে তাৰ কৰুণ সমাপ্তিও হ'ল। তেওঁ অন্তৰৰ কোনোবা এডাল তাঁৰত অলপ আঘাত পাইছিল যদিও বিষণ্ণ নহ'ল। পৃথিৱীৰ সকলো সুখী হওক, তাকেই কামনা কৰিলে। এই সময়ত সোণ মোমাইদেউ ডাক্তৰ ভুৱনেশ্বৰ মোমাইদেউৰ তালৈ আহি এষাৰ কথা কোৱা মই আঁতৰৰ পৰা শুনিলোঁ। তেওঁ কৈছিল, 'আমাৰ ছোৱালীবিলাকে মানুহ চিনি নাপায়, অমিয় দাদাৰ নিচিনা মানুহক অসমীয়া ছোৱালীয়ে চিনি নাপালে। ছোৱালীবিলাকে তৰল অনুভূতিৰে কিছুমান কথা কয় পিছত পাহৰি যায়। মই ছোৱলী হোৱা হ'লে অমিয় দাদাৰ বাহিৰে আন কাকো বিয়া নকৰালোহেঁতেন।' সেইদিনাই মই মনতে সংকল্প লৈছিলো যে তেওঁ মোতকৈ ১৮ বছৰে ডাঙৰ হ'লেও মই তেওঁৰ জীৱনৰ বাটত অক্ষম কালত দক্ষিণহাত হৈ থিয় হ'ম। তেওঁ যেন নাভাবে তেওঁৰ পৃথিৱীত কোনো নাই। তেওঁৰ সৰলতাক, উদাৰতাক মানুহে যেন শোষণ কৰিব নোৱাৰে।

ডাঃ কনক বৰুৱা স্বভাৱতে অলপ ভাবপ্ৰৱণ ধৰণৰ মানুহ আছিল। বাহিৰৰ পৰা চালে সেই ৰূপ ধৰা নপৰিছিল। তেওঁৰ মাজু বৌদেৱেক ঢুকুৱাৰ পাছত তেওঁৰ অতি মৰমৰ ভতিজী লখিমীয়ে যেতিয়া ক'লে যে সোণ দদাইদেৱে মাহীক

বিয়া কৰালে আমাৰ মাক পোৱা যেন লাগিব, তেতিয়া তেওঁ বহু চিন্তা কৰি মান্তি হ'ল আৰু মায়াক (স্বৰ্গীয় বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ কন্যাক) বিয়া কৰালে। তেওঁবিলাকৰ দাম্পত্য জীৱনৰ সাক্ষী চাৰিপুত্ৰ সুৰজিৎ, দেৱজিৎ, মনোজিৎ, ৰণজিৎ, চাৰিও নিজ নিজ প্ৰতিভাৰে নিজ নিজ কাৰ্যক্ষেত্ৰত নিজকে বিকাশ কৰাৰ সাধনাত।

ডাঃ কনক বৰুৱা একাধাৰে সুচিকিৎসক, নিষ্ঠাবান সমাজকৰ্মী, সুদক্ষ সংগঠক, যশস্বী খেলুৱৈ হোৱাৰ উপৰি এগৰাকী আদৰ্শ পিতা, আদৰ্শ স্বামী, আদৰ্শ গৃহাশ্ৰমী আৰু সংসাৰ চলোৱা সৰু সৰু কথাবোৰতো তেওঁক মন দিয়া দেখিছিলো। তেওঁক দেখি মনত ভাব হৈছিল তেওঁ যেন সেৱাৰ ক্ষেত্ৰত অনন্য, সম্পূৰ্ণ।

ডেকা কালত আয়ুৰ্বেদৰ প্ৰতি তেওঁৰ অকণো বিশ্বাস নাছিল। পিছৰ পিনে মতৰ পৰিবৰ্তন হৈছিল বুলি কৈছিল। ককাইদেৱেকে আয়ুৰ্বেদ কলেজ প্ৰতিষ্ঠাৰ কাৰণে খোৱা-বোৱা এৰি দেহে-কেহে লগাত কৈছিল : "সৰু ককাইদেউ! তই এলোপেথিৰ মানুহ হৈ আয়ুৰ্বেদ কলেজৰ কাৰণে খোৱা-বোৱা এৰি এইদৰে লাগিছ কিয়?" ডাঃ মোমাইদেৱে উত্তৰত কৈছিল, 'আয়ুৰ্বেদক আমি মৰিবলৈ দিব নোৱাৰো। ইয়াৰ ওপৰত আৰো গৱেষণা হ'ব লাগিব। চৰ্চাৰ অভাৱত এই বিজ্ঞান ভাৰতৰ পৰাই নিশ্চিহ্ন হ'বলৈ ওলাইছে। দৰবৰ মাত্ৰা জ্ঞান নজনাত আমাৰ মানুহে ইয়াক ব্যৱহাৰ কৰিব পৰা নাই'। ডাঃ কনক বৰুৱাই মৃত্যুৰ দুবছৰমান আগতে মোক কৈছিল, "টি, ভিত আমেৰিকাৰ এজন ডাঙৰ ডাক্তৰে (নামটো এতিয়া মই পাহৰিলো) কি কৈছে জানানে? ভৱিষ্যতৰ পৃথিৱীয়ে হেনো আয়ুৰ্বেদক আঁকোৱালি ল'বলৈ বাধ্য হ'ব।" এইখিনি কৈ তেওঁ মোক হাৰ্টৰ অসুখৰ কাৰণে ভাল বুলি আয়ুৰ্বেদৰ দৰৱ এটা খাবলৈ দিলে।

ডাঃ কনক বৰুৱাই যি অনুষ্ঠানৰে দায়িত্ব লৈছিল সেই অনুষ্ঠানলৈ প্ৰাণ শক্তি আনি দিব পাৰিছিল কাৰণ তেওঁৰ সেৱাত নিষ্ঠা আছিল। তেওঁ লোকপ্ৰিয় গোপীনাথ বৰদলৈ যক্ষ্মা হাস্পতালৰ সভাপতি আৰু কোষাধ্যক্ষ হৈ থকাৰ উপৰি অসম সেৱা সমিতি, ৰোটাৰী ক্লাবৰ অসম শাখাৰ সভাপতি হিচাপে পাৰে-ভূৱে ঔষধ পাতি দি যি সেৱাৰ কাম কৰিছিল তাৰ তুলনা নাই। গুৱাহাটী চিনে ক্লাব, গুৱাহাটী শিশু কল্যাণ সমিতি, বিবেকানন্দ মেডিকেল ছোচাইটি, গুৱাহাটী বিশ্ববিদ্যালয় মেডিকেল বোৰ্ডৰ সদস্য, ইণ্ডিয়ান মেডিকেল এছোচিয়েশ্যনৰ অসম শাখাৰ সভাপতি হিচাপে তেওঁ ১৯৫৪ চনত শিলঙত আৰু ১৯৫৫ চনত শিলচৰত যি ভাষণ দিয়ে তাতেই তেওঁৰ পীড়িতজনৰ কাৰণে উৎসৰ্গীকৃত জীৱনৰ পৰিচয় পোৱা যায়। ইণ্ডিয়ান মেডিকেল এছোচিয়েশ্যনৰ তেওঁৰ সেৱা মনোভাৱৰ ওপৰত শ্ৰদ্ধা আৰু আস্থা আছিল। এই সকলো সেৱাৰে ওপৰত আৰু এটি সেৱাৰ

অনুষ্ঠানৰ কাৰণে তেওঁৰ জীৱন উৎসৰ্গীকৃত হৈছিল, সেইটো আছিল ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট চিকিৎসালয়।

ডাঃ ভুৱনেশ্বৰ বৰুৱা কেন্সাৰ হাস্পতালখন গঢ়াত বহুতৰে সহায়, সমৰ্থন আৰু সহানুভূতি আছে। চৰকাৰ আৰু ৰাইজৰ সহযোগত গঢ লৈ উঠা এই প্ৰতিষ্ঠানৰ বুকুত এটা কথা অলিখিত ভাবাৰে লিখা আছে, 'অগ্ৰজৰ প্ৰতি অনুজৰ স্নেহসিক্ত সৌধ'।

এই অনুষ্ঠানটো অকল অসমৰেই নহয়, ভাৰতৰ পূৰ্ব প্ৰান্তৰ ভিতৰত শ্ৰেষ্ঠতম সেৱা অনুষ্ঠান হিচাপে গঢ়াৰ যি দৃঢ় সংকল্প, ভীষ্ম প্ৰতিজ্ঞা তাক তেওঁ প্ৰেৰণাৰ টুপি টুপি তেজ ঢালি গঢি তুলিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। টকা সংগ্ৰহ কৰা, ঘৰসজা, আধুনিক যন্ত্ৰপাতিৰে হাস্পতালখন সুসজ্জিত কৰা এই সকলো সপোন লৈ তেওঁ ৰাতিদিন যিদৰে খাটিছিল তাক দেখি মানুহ অবাক হৈছিল। মই সেই সময়ত দিল্লীত থাকিবলগীয়া হৈছিল। সেই সময়ত মোমাইদেউৰ চিঠিৰ উপৰি চিঠি, প্ৰত্যেক চিঠিতে অনুৰোধ স্বাস্থ্যমন্ত্ৰীক দেখা কৰি কথাবোৰ বুজাই ক'ব লাগে অসমত আৰু পূৰ্বপ্ৰান্তত এই বেমাৰৰ সৰহ সংখ্যক মানুহৰ মৃত্যু হয়, সেয়ে এই অঞ্চলৰ এই অনুষ্ঠানটোক আধুনিক যন্ত্ৰপাতিৰে সজাই তুলিব লাগে। দুখীয়া মানুহে কলিকতা, মাদ্ৰাজ, বোম্বেলৈ গৈ চিকিৎসা কৰাব নোৱাৰে। অসমৰ ৰাইজে যি পাৰে সহায় আগবঢ়াইছে, চৰকাৰে সহায়ৰ হাত আগনবঢালে ই অসম্পূৰ্ণ হৈ ৰ'ব ইত্যাদি।

যি হওক, সোণ মোমাইদেউৰ সপোনে সোণ মোমাইদেউৰ জীৱিত কালতে কিছু ৰূপ পালে। কিন্তু চিকিৎসা বিজ্ঞানৰ সকলো সুবিধা এই অনুষ্ঠানে আজিও পোৱা নাই। সাধক এজনৰ পৱিত্ৰ সপোন যাতে ব্যৰ্থ নহয় তাকে অনুগামীসকলে প্ৰয়াস কৰিব লাগিব। ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট চিকিৎসলয়টো অকল ডাক্তৰ ভুৱনেশ্বৰ বৰুৱাদেৱৰে স্মৃতিস্তম্ভ নহয়, তেওঁৰ অতি মৰমৰ সহোদৰ ডাঃ কনক চন্দ্ৰ বৰুৱাৰো স্মৃতিসৌধ, কীৰ্তিস্তম্ভ। অনুজ লক্ষ্মণে অগ্ৰজ ৰামক যি শ্ৰদ্ধা দেখুৱাইছিল সেই শ্ৰদ্ধা, ভক্তি, মৰম তাত সনা আছে। সেই দিনৰ পৰা এই চিকিৎসালয়টো এখনি সেৱাৰ তীৰ্থক্ষেত্ৰ। পৱিত্ৰ প্ৰাণৰ পৱিত্ৰ সপোন এদিন সাৰ্থক হ'বই। সৎ প্ৰেৰণাৰ মৃত্যু নাই। কাল তেনে প্ৰেৰণাৰ ওচৰত সদায়েই পৰাজিত।

# মানুহেই যাৰ বাবে দেৱতা আছিল

**ৰবীন্দ্ৰনাথ বৰুৱা**

১৯৩৭ চনত মই ক্লাছ ছেভেনত, মোৰ গালত বগা চোম হ'ল। দেউতা যোগেন্দ্ৰনাথ বৰুৱা তেতিয়া যোৰহাটত অতিৰিক্ত জিলা আৰু ফৌজদাৰী ন্যায়াধীশ পদৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ প্ৰাক মুহূৰ্তত লোৱা ছুটীত গুৱাহাটীত নিজা ঘৰতে আছেহি। মোক ডাক্তৰ পেহাদেউৰ তালৈ লৈ গ'ল দেখুৱাবলৈ। ডাক্তৰ পেহাদেউ মানে ডাঃ ভুবনেশ্বৰ বৰুৱা। তেখেতৰ পৰিবাৰ ইন্দুপ্ৰভা বৰুৱা মোৰ পেহীদেউ আছিল। দেউতাৰ দদায়েকৰ ছোৱালী। পেহাদেৱে চাই-চিতি ক'লে, "ইয়াৰ বগা চোম পৰিছে। মই দৰব দিব পাৰোঁ। পিছে সোণে এটা ভাল দৰব উলিয়াইছে। তালৈ লিখি চাব পাৰে।"

কথাটো পেহাদেৱে ভালকৈ বুজাই দিলে। সোণ হৈছে তেওঁৰে ভায়েক ডাঃ কনক বৰুৱা। শিৱসাগৰত প্ৰেক্টিছ কৰে। অলপতে ভিয়েনাৰ পৰা ডিপ্লোমা লৈ আহিছে। "সি পিছে কনক চন্দ্ৰহে লিখে", পেহাদেউ-এ ক'লে। ডাঃ ভুবনেশ্বৰ বৰুৱাৰ ককায়েক দুজন হ'ল মৌজাদাৰ কমলেশ্বৰ বৰুৱা, বিধানসভাৰ অধ্যক্ষ লক্ষেশ্বৰ বৰুৱা। সেইবাবে ভায়েকৰ নাম কনকেশ্বৰ বুলি বহুতেই ভুল কৰে। দেউতাই কিয় বুলি সোধাত পেহাদেউ-এ ক'লে, "বোধকৰোঁ ঈশ্বৰ ভাল নাপায়।" দুয়ো হাঁহিলে। মই তেতিয়া কথাটো সিমান মন কৰা নাছিলোঁ। পিছত যেতিয়া ডাঃ কনক বৰুৱাক ভালকৈ জনাৰ সুবিধা হ'ল তেতিয়া বুজিলো যে ককায়েকে যি কথা ধেমালিৰ চলতে কৈছিল তাৰ এটা অৰ্থ নোহোৱা নহয়। কিয়নো ডাঃ কনক বৰুৱাই পূজা-পাৰ্বণ আদিত বিশ্বাস নকৰিছিল। ঈশ্বৰৰ সেৱাতকৈ মানুহৰ সেৱাতহে বেছি মৰ্যাদা আৰু গুৰুত্ব দিছিল।

দেউতাই ডাঃ কনক বৰুৱালৈ লিখিলে। তেৰোঁ উত্তৰ দিলে। চিঠিখন পঢ়া মনত আছে। সুন্দৰ গোট গোট আখৰেৰে 'পূজনীয় ককাইদেউ' বুলি সম্বোধন কৰা। লগতে এখন প্ৰেস্ক্ৰিপ্‌ছন। পৰিষ্কাৰকৈ সুন্দৰ আখৰেৰে লিখা। দৰবটোত

আইডিন আছিল। গালত তুলাৰে লগাওতে চেকচেকাইছিল। সাতদিনমানৰ ভিতৰতে ভাল হৈ গ'ল চোম পৰা। 'প্ৰেস্ক্ৰিপ্ছন'খন বহুত দিন ঘৰতে আছিল। আৰু কাৰোবাৰ চোম পৰা খবৰ পালে দেউতাই সেইখন আগবঢ়াই দিছিল।

ইয়াৰ ডেৰ-দুবছৰমান পিছত ডাঃ কনকচন্দ্ৰ বৰুৱাই শিৱসাগৰৰ পৰা উঠি আহি গুৱাহাটীত প্ৰেক্টিছ কৰেহি। মোৰ মনত পৰা মতে পাণবজাৰৰ নাককটা পুখুৰীৰ পশ্চিমফালে পকা ঘৰ এটাত বসবাস কৰিছিল। তেতিয়াহে মানুহজনক প্ৰথম দেখা মনত পৰে। ডাঃ ভুৱনেশ্বৰ বৰুৱা আৰু ডাঃ কনকচন্দ্ৰ বৰুৱা। দুজন ভাই-ককাই আৰু একে বৃত্তি অৱলম্বন কৰে। কিন্তু আচাৰ-ব্যৱহাৰ, থকাৰ ধৰণ-কৰণ যে ইমান বিপৰীত হ'ব পাৰে ভাবিবলৈ টান। ডাঃ ভুৱনেশ্বৰ বৰুৱাই খদ্দৰৰ গদহা চুৰিয়া, পাঞ্জাবী পিন্ধিছিল, ডাঃ কনক বৰুৱাই ছুট, টাই পিন্ধি পূৰা চাহাব। ভুৱনেশ্বৰ ডাক্তৰ ঘৰুৱা ভাষাত ক'বলৈ গ'লে জধলা, আখৰবোৰো গঢ়-গতি নোহোৱা। কনক ডাক্তৰ পিন্ধন-উৰণত পৰিপাটি, হাতৰ লিখা সুন্দৰ। ভুৱনেশ্বৰ ডাক্তৰে গজং গজংকৈ খোজ কাঢ়ে, সাধাৰণতে ধমকিৰ সুৰত কথা কয়। কনক ডাক্তৰে গম্ভীৰভাৱে লাহে লাহে খোজ কাঢ়ে; কথা-বাৰ্তা কওঁতেও লাহে লাহে মিহিকৈ কয়। মুঠতে বহু ক্ষেত্ৰত দুয়োৰে চাল-চলন বিপৰীত বুলিয়েই ক'ব পাৰি।

কিছুমান ক্ষেত্ৰত অৱশ্যে সাদৃশ্য আছে। দুয়ো ডাক্তৰ; মানুহক সেৱা কৰা দুয়োৰো ধৰ্ম। দুয়ো স্বাধীনতা সংগ্ৰামী বা মুক্তিযোদ্ধা। দুয়ো অসহযোগ আন্দোলনৰ বাবে জেল খটা ব্যক্তি। কনক বৰুৱাই ডেকা অৱস্থাতে সবৰমতী আশ্ৰমত সূতা কটা, বাগিচা কৰা ইত্যাদি বিষয়ত প্ৰশিক্ষণ লৈছিল। পিছলৈ ডাক্তৰী পঢ়াৰ পৰা আৰু প্ৰেক্টিছ কৰা সময়ৰ পৰা ডাঃ কনক বৰুৱাৰ কংগ্ৰেছৰ প্ৰতি আনুগত্য লাহে লাহে কমিবলৈ ধৰে। শেষত জয়প্ৰকাশ নাৰায়ণ, ডঃ ৰামমনোহৰ লোহিয়া আদিৰ দ্বাৰা প্ৰভাৱান্বিত হৈ ছচিয়েলিষ্ট পাৰ্টি, প্ৰজা-ছচিয়েলিষ্ট পাৰ্টি আদিত যোগ দিয়ে। ডাঃ ভুৱনেশ্বৰ বৰুৱা হাড়ে হিমজুৱে কংগ্ৰেছী আছিল। ভায়েকে ছচিয়েলিষ্ট পাৰ্টিত যোগ দিয়াত তেওঁ বেয়া পাইছিল। এই মতবিৰোধৰ বাবে দুয়োৰো মাজত কেতিয়াবা তৰ্কও লাগিছিল হেনো। কিন্তু ককায়েকৰ পৰামৰ্শও ডাঃ কনক বৰুৱাই প্ৰত্যাখ্যান কৰিবলৈ দ্বিধাবোধ কৰা নাছিল। ডাক্তৰী বিষয়ত ককায়েকৰ পৰামৰ্শ লৈছিল ঠিকেই, কিন্তু ৰাজনীতিৰ ক্ষেত্ৰত তেওঁৰ মতবাদ সম্পূৰ্ণ সুকীয়া আৰু নিজস্ব আছিল।

ডাঃ কনকচন্দ্ৰ বৰুৱা এজন ক্ৰীড়াবিদ আছিল বুলি জানিছিলোঁ। ফুটবল, ক্ৰিকেট, টেনিছ, টেবুল টেনিছ আদি খেলত যথেষ্ট আগ্ৰহ আছিল। তেওঁক খেলা অৱশ্যে মোৰ দেখা মনত নপৰে, কিন্তু ক্ৰীড়া সংগঠক হিচাপে পাইছো আৰু দেখিছোঁ। বিশিষ্ট খেলুৱৈ আৰু ক্ৰীড়া সংগঠক পুলিন দাসে ডাঃ বৰুৱাক সভাপতি

পাতি লৈয়েই অসম টেবুল টেনিছ সংস্থা স্থাপন কৰে আৰু তেওঁৰ নেতৃত্বতে গুৱাহাটীত বিশ্ব চেম্পিয়ন জনি লিচ আৰু ৰিচাৰ্ড বাৰ্গমেনৰ প্ৰদৰ্শনী খেল আয়োজন কৰিছিল। মই আছাম ট্ৰিবিউন কাকতৰ হৈ এই খেল আৰু তাৰ আগৰ বছৰৰ কল্যাণ জয়ন্ত আৰু ৰণবীৰ ভাণ্ডাৰী প্ৰদৰ্শনী খেলকেইখনো কাভাৰ কৰা মনত আছে। এবাৰ কটন কলেজৰ টেবুল টেনিছ প্ৰতিযোগিতাৰ চূড়ান্ত খেলসমূহ ছুডমাৰ্ছেন হলত পতা হৈছিল। ডাঃ কনক বৰুৱা তেতিয়া অসম টেবুল টেনিছ সন্থাৰ সভাপতি। বঁটা বিতৰণী সভাত তেওঁ বঁটা দিবলৈ আহিছে। সক বক্তৃতাত তেওঁ আক্ষেপ কৰিছিল যে এইটো বৰ দুখৰ কথা কটন কলেজৰ এখন প্ৰতিযোগিতাত এজনো প্ৰফেছাৰ বা লেকচাৰাৰ উপস্থিত নাছিল। ভাষাটো বেছ চোকা আছিল।

ডাঃ কনক বৰুৱাক ঘৰুৱা চিকিৎসক হিচাপেও পাইছোঁ আৰু সমাজকৰ্মী তথা ক্ৰীড়া সংগঠক হিচাপেও দেখাৰ সৌভাগ্য ঘটিছে। ৰ'টাৰী ক্লাবৰ, লোকপ্ৰিয় গোপীনাথ বৰদলৈ টি বি হাস্পতাল, গুৱাহাটী শিশু কল্যাণ সমিতি, ইত্যাদি সংগঠনৰ লগতো তেওঁ ওতপ্ৰোতভাৱে জড়িত আছিল। কিন্তু অসমবাসীয়ে তেওঁক ডাঃ ভুবনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠানলৈ আগবঢ়োৱা অৱদানৰ বাবেহে বেছিকৈ মনত ৰাখিব। এই অনুষ্ঠানৰ লগত ময়ো কম-বেছি পৰিমাণে প্ৰায় প্ৰথম অৱস্থাৰ পৰাই সংশ্লিষ্ট থকা বাবে ডাঃ কনক বৰুৱাক মই অতি ওচৰৰ পৰা চাবলৈ সুবিধা পাইছিলো আৰু তেওঁৰ একাগ্ৰতা আৰু নিঃস্বাৰ্থ পৰিশ্ৰম দেখি আচৰিত নহৈ নোৱাৰিছিলোঁ।

ডাঃ ভুবনেশ্বৰ বৰুৱাৰ মৃত্যুৰ পিছত এইজনা চিকিৎসক তথা নেতাৰ স্মৃতি ৰক্ষাৰ্থে যেতিয়া এটা কৰ্কট ৰোগ চিকিৎসাৰ কেন্দ্ৰ স্থাপন কৰাৰ প্ৰস্তাৱ লোৱা হয়, ১৯৫৮ চনতে ডাঃ কনকচন্দ্ৰ বৰুৱাক সম্পাদক পাতি এটা সমিতি পতা হয় আৰু তেতিয়াৰ পৰা দেহে-কেহে খাটি কেনেকৈ এই প্ৰতিষ্ঠানটো তেওঁ গঢ়ি তুলিলে সেইটো এটা ইতিহাস বুলি ক'লেও বঢ়াই কোৱা নহ'ব। যিখন ৰাজহুৱা সভাত এই কৰ্কট প্ৰতিষ্ঠান স্থাপন কৰাৰ প্ৰস্তাৱ লোৱা হৈছিল, তাত উপস্থিত থকা ব্যক্তিসকলে হয়তো এনে এটা প্ৰতিষ্ঠান পতাৰ ব্যয়বহুলতা আদিৰ কথা ভৱা নাছিল। ডাঃ কনক বৰুৱাই অসমৰ প্ৰায়বোৰ নেতৃস্থানীয় লোকক ইয়াৰ লগত জড়িত কৰিবলৈ সমৰ্থ হৈছিল। এই প্ৰতিষ্ঠানৰ উদ্যোক্তাসকলৰ ভিতৰত আছিল বিষ্ণুৰাম মেধি, মহেন্দ্ৰ মোহন চৌধুৰী, বিমলাপ্ৰসাদ চলিহা, ফখৰুদ্দিন আলী আহমদ, বৈদ্যনাথ মুখাৰ্জী, শৰৎচন্দ্ৰ সিংহ, দেবেন্দ্ৰনাথ শৰ্মা, সতীশচন্দ্ৰ কাকতী আদি বিশিষ্ট ব্যক্তিসকল। কিন্তু ধনৰ অভাৱ। ডাঃ বৰুৱাই নিজেই বহু লোকক লগ ধৰি দান-বৰঙণি সংগ্ৰহ কৰিছিল। ৰাজ্য চৰকাৰৰ পৰাও ভাল সঁহাৰি পাইছিল।

ৰাজ্যিক লটাৰীৰ পৰা হোৱা লাভৰ কিছু অংশ এই প্ৰতিষ্ঠানৰ বাবে আছুতীয়াকৈ ৰখা হৈছিল।

আমাৰ পৰিয়ালৰ ফালৰ পৰা কৰ্কট প্ৰতিষ্ঠানলৈ ২৫,০০০ টকা দান দিয়াৰ পিছত দাতাসকলৰ ফালৰ পৰা এজন সদস্য কৰ্কট প্ৰতিষ্ঠানৰ ন্যাস সমিতিত অন্তৰ্ভুক্ত কৰিব খোজাত ডাঃ বৰুৱাৰ অনুৰোধ ক্ৰমে মই সদস্য হওঁ। পিছলৈ মোক সমিতিৰ গৱৰ্ণিং বডিৰ সদস্য নিৰ্বাচিত কৰিলে। তাৰ পিছৰ পৰা মই কৰ্কট প্ৰতিষ্ঠানৰ লগত জড়িত হৈ পৰিলোঁ আৰু ডাঃ বৰুৱাই সভা আদি হ'লে চিঠি দিয়াৰ উপৰিও টেলিফোনেৰেও মাতি পঠিয়ায়। ৰাজ্য চৰকাৰে ১৯৮৭ চনত লোৱাৰ সময়ত ডাঃ কনক বৰুৱা, ডাঃ বীৰেন্দ্ৰনাথ চৌধুৰী, দেবেন্দ্ৰনাথ শৰ্মা আৰু মোক ন্যাস সমিতিৰ পৰা গৱৰ্ণিং বডিলৈ মনোনীত কৰে আৰু সভা-সমিতিবোৰত দেখিবলৈ পাইছিলোঁ ডাঃ কনক বৰুৱাই কেনেকৈ একাগপতীয়াকৈ লাগি প্ৰতিষ্ঠানটোৰ বাবে কাম কৰিছিল। আগৰ পৰাই লক্ষ্য কৰিছিলো যে এনে এটা অনুষ্ঠান গঢ়ি তুলিবলৈ তেওঁ কি কৰা নাছিল। নিজৰ ব্যক্তিগত চিকিৎসাৰ প্ৰেক্টিছ বহু সময়ত বাদ দিও প্ৰতিষ্ঠানৰ কাম কৰিবলগীয়া হৈছিল। মই এই কথা ডাঠি ক'ব পাৰো যে ডাঃ কনক বৰুৱাৰ অৰিহণাখিনি নোপোৱা হ'লে কৰ্কট প্ৰতিষ্ঠানটো ইমান সোনকালে স্থাপন কৰা নহ'লহেঁতেন। গৱৰ্ণিং বডিৰ সভাবোৰত দেখিছিলো তেওঁ কেনেকৈ প্ৰতিষ্ঠানৰ উন্নতি আৰু বিকাশৰ বাবে দেহে-কেহে লাগিছিল। চৰকাৰে ল'বলৈ ওলোৱাত সকলোৱে ভালেই পাইছিল, কিয়নো ধনৰ সমস্যাটো লাহে লাহে কঠিন হৈ আহিবলৈ ধৰিছিল। আনহাতে নতুন যন্ত্ৰপাতি, নতুন গৃহ নিৰ্মাণ আঁচনি আদি হাতত ল'বলগীয়া হৈছিল। চৰকাৰৰ হাতলৈ দিয়াৰ সময়ত সেইবাবে প্ৰতিষ্ঠানৰ স্বাৰ্থৰ বাবেই কিছুমান চৰ্ত দিছিল। স্বাস্থ্যমন্ত্ৰী চন্দ্ৰমোহন পাটোৱাৰীক আমাৰ আগতে টানকৈ কৈছিল "তোমালোক সিদিনাৰ ল'ৰা কি জানা? এই প্ৰতিষ্ঠানৰ লগত মই আৰম্ভণিৰে পৰা আছো। কি কষ্টত গঢ়ি তুলিছোঁ মইহে জানোঁ। এই প্ৰতিষ্ঠানটো যাতে আন চৰকাৰী প্ৰতিষ্ঠানৰ দৰে অনাদৃত হৈ নপৰে মই চাবই লাগিব", ইত্যাদি। তেওঁ মাজে মাজে আবেগিক হৈ পৰিছিল আৰু মাতটোও থোকাথুকি হৈ পৰা দেখিবলৈ পাইছিলো। কাৰণ কৰ্কট প্ৰতিষ্ঠানৰ তেওঁ কেৱল জন্মদাতা পিতৃয়েই নহয়, লালন-পালন কৰা মাতৃস্বৰূপ আছিল। ডাঃ কনক বৰুৱাৰ চাৰিজন পুত্ৰ সন্তান আছে। কৰ্কট প্ৰতিষ্ঠানটো তেওঁৰ পঞ্চম পুত্ৰ বুলি ক'লেও বঢ়াই কোৱা নহ'ব।

ডাঃ কনক বৰুৱাৰ সংস্পৰ্শলৈ অহাৰ পৰা তেওঁৰ ভালেমান গুণে মোক মোহিত কৰিছিল। সাজ-পোছাক আৰু সাধাৰণ জীৱন-যাপন তেওঁৰ যেনেদৰে নিকা আৰু পৰিপাটি আছিল তেওঁৰ ব্যক্তিগত আচাৰ-ব্যৱহাৰো পৰিপাটি আৰু শৃংখলাবদ্ধ আছিল। ধূমপান নাইবা আন কোনো ৰাগিয়াল বস্তু তেওঁ সমূলি দেখিব

নোৱাৰিছিল। এই নিয়মীয়া জীৱনৰ বাবেই হয়তো তেওঁ নব্বৈ বছৰতকৈও বেছি বয়সলৈ জীয়াই আছিল। শেষলৈকে তেওঁৰ মগজুৱে সুন্দৰভাৱে কাম কৰিছিল আৰু কৰ্কট প্ৰতিষ্ঠানৰ কাম-কাজৰ খা-খবৰ লৈ আছিল। ত্ৰি-পক্ষীয় চুক্তিমতে (অসম চৰকাৰ, উত্তৰ-পূব পৰিষদ আৰু এটমিক এনাৰ্জী কমিছন) তেতিয়া প্ৰতিষ্ঠানটো এটা আঞ্চলিক গৱেষণা আৰু চিকিৎসাৰ প্ৰতিষ্ঠানলৈ ৰূপান্তৰিত কৰাৰ সিদ্ধান্ত লোৱা হয়, সেই সময়ত ন্যাস সমিতিৰ কেইবাখনো বৈঠক তেওঁৰ বাসগৃহতে পতা হৈছিল। নব্বৈৰ দেওনা পাৰ হোৱাৰ পিছত তেওঁৰ চলন-ফুৰণ সীমাবদ্ধ হৈ পৰাত বৈঠকবোৰ ঘৰতে পতা হৈছিল. সেইবোৰতো তেওঁৰ বক্তব্য আৰু পৰামৰ্শসমূহ অতি যুক্তিপূৰ্ণ আৰু কাৰ্যকৰী আছিল।

ডাঃ কনক বৰুৱাৰ মৃত্যু হোৱা দুবছৰ হ'বৰ হ'ল। কিন্তু সিদিনাখন যেনহে লাগি আছে। ডাউন টাউন হাস্পতালৰ ইন্টেনছিভ কেয়াৰ ইউনিটত দেখা কৰিবলৈ গৈছিলো। সেইদিনা অলপ ভাল। মোক দেখি হাঁহি এটাও মাৰিলে। "হাৰ্টৰ অসুখ। আজি অলপ ভাল পাইছো" বুলি ক'লে। লগতে সুধিলে, "তোমালোকৰ ভাল?" বেছিকৈ কথা কয় বুলি বেছি সময় নাথাকিলো। বাহিৰতে পুত্ৰ সোণকণহঁতৰ (সুৰজিত বৰুৱা) লগত কথা পাতিলো। ঘৰুৱা কামত যোৰহাটলৈ যাবলগীয়া হোৱাত মৃত্যুৰ সময়ত থাকিবলৈ নাপালো। দূৰদৰ্শনৰ আঞ্চলিক বাতৰিত মৃত্যু সংবাদ পাই বৰ দুখ পালো। এজন নিঃস্বাৰ্থ মানৱপ্ৰেমী হেৰুৱালোঁ। কিন্তু তেওঁৰ অৱদান ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠান জীয়াই থাকে মানে তেওঁৰ নামো জীয়াই থাকিব।

# নীৰৱ জন-সেৱক, মুক্তিযোদ্ধা ডাক্তৰ কনকচন্দ্ৰ বৰুৱা

**ৰবীন কাকতী**

কাইদেউ ডাঃ কনকচন্দ্ৰ বৰুৱাই কি আদৰ্শত অনুপ্ৰাণিত হৈ এজন মেধাৱী ছাত্ৰ হৈও ভৱিষ্যৎ জলাঞ্জলি দি ১৯২১ চনৰ গান্ধীজীৰ অসহযোগ আন্দোলনত জঁপিয়াই পৰিল সেই বিষয়ে দুষাৰমান চমুকৈ উল্লেখ কৰা প্ৰয়োজন।

ভাৰতবৰ্ষক স্বাধীন কৰিবৰ কাৰণে ১৮৫৭ চনৰ জাতীয় বিপ্লৱৰ পাছত ১৯২১ চনত গান্ধীজীৰ নেতৃত্বত জাতীয় কংগ্ৰেছৰ অসহযোগ আন্দোলনেই দ্বিতীয় জন-আন্দোলন। ভাৰতবাসী জাগ্ৰত হৈ দেশৰ স্বাধীনতা সংগ্ৰামত জঁপিয়াই পৰিছিল। ইয়াৰ আগতে ১৯০৫ চনত বঙ্গ দেশত বঙ্গবিচ্ছেদৰ প্ৰতিবাদত একক সংখ্যক ডেকাৰ উগ্ৰপন্থী ভাৱাপন্ন কেইবাটাও দল গঠন হৈছিল। খুদিৰাম আদিৰ ফাঁচি আৰু বহুতো শ-ডেকাক বন্দী কৰে। ইয়াৰ পাছত পঞ্জাব, মহাৰাষ্ট্ৰ আদিত উগ্ৰপন্থী সংগঠন গঢ়ি উঠিছিল। যুক্তৰাষ্ট্ৰ আমেৰিকা, ইউৰোপতো ভাৰতীয় ডেকাই একক সংখ্যক বিপ্লৱী সংগঠন প্ৰতিষ্ঠা কৰিছিল।

প্ৰথম মহাসমৰৰ সময়ত ইউৰোপৰ জাৰ্মানীত থকা বিপ্লৱী দল এটাই ১৯১৫ চনত জাৰ্মানীৰ কূটনৈতিক দল এটাৰ লগত আফগানিস্থানলৈ আহে আৰু কাবুলতে এওঁলোকে এটা "অস্থায়ী আজাদ হিন্দ চৰকাৰ" প্ৰতিষ্ঠা কৰি এক ডিচেম্বৰত ঘোষণা কৰিছিল। এই চৰকাৰৰ ৰাষ্ট্ৰপতি আছিল ৰাজা মহেন্দ্ৰ প্ৰতাপ। প্ৰধানমন্ত্ৰী বৰ্খৎ তুল্লা আৰু সৰাষ্ট্ৰ মন্ত্ৰী ওবেদুল্লা। এই বিপ্লৱী দলবিলাকৰ উদ্দেশ্য আছিল প্ৰথম মহাসমৰৰ সময়ত বৃটিছৰ ভাৰতীয় সৈন্যবিলাকৰ মাজত বিদ্ৰোহৰ ভাব জগাই তুলি ইংৰাজক ভাৰতৰ পৰা খেদা। আনহাতে পঞ্জাবত জনসাধাৰণৰ মাজতো এটা অশান্তিৰ ভাব গঢ়ি উঠিছিল। যিহেতু খাদ্য শস্য জোৰেৰে যুদ্ধৰ কাৰণে সংগ্ৰহ কৰা হৈছিল আৰু ডেকাসকলক সৈন্য বা বনুৱা হিচাপে যুদ্ধলৈ ধৰি লৈ যোৱা হৈছিল। যুদ্ধতো ভাৰতীয় সৈন্যবিলাকক জাৰ্মানীৰ বন্দুক-বৰটোপৰ

সন্মুখলৈ খাদ্য হিচাপে আগবঢ়াই দিছিল। বহু হেজাৰৰ মৃত্যু হ'ল আৰু বহু হেজাৰ চিৰঘৃণীয়া হ'ল আৰু ভাৰতীয় সৈন্যবিলাকক বেয়া ব্যৱহাৰ কৰিছিল। এনে বাতৱিত পঞ্জাবৰ মানুহৰ মনত এটা বিদ্বেষৰ ভাব গঢ়ি উঠিছিল। আফগানিস্থানে ভাৰতবৰ্ষক আক্ৰমণ কৰিব আৰু পঞ্জাবৰ মানুহে সহায় কৰিব এনে এটা ভয়ত বৃটিছ শাসক বিহ্বল হৈ পৰিছিল।

১৯১৭ চনত ভাৰত সচিব মণ্টেগুৱে বৃটিছ মন্ত্ৰীসভাৰ হৈ ঘোষণা কৰে যে "ভাৰতবৰ্ষক পূৰ্ণ পৰ্যায়ৰ স্বায়ত্ত শাসন প্ৰৱৰ্তন কৰাই বৃটিছ চৰকাৰৰ লক্ষ্য।" আনহাতে গৱৰ্ণমেণ্টে পঞ্জাবৰ পৰিস্থিতি অধ্যয়ন কৰিবৰ কাৰণে "ৰাওলাট" কমিটী গঠন কৰে আৰু সেই ৰাওলাট কমিটীৰ পৰামৰ্শমতে ভাৰতৰ বিপ্লৱী সংগঠন ধ্বংস আৰু বাক স্বাধীনতা বন্ধ কৰিবৰ কাৰণে দুখন বিল প্ৰণয়ন কৰিছিল যি "ৰাওলাট" বিল বুলি জনাজাত হৈ পৰে। এখন বিলৰ দ্বাৰা যুদ্ধৰ সময়ত প্ৰৱৰ্তন কৰা (ডিফেন্স অব ইণ্ডিয়া এক্ট এণ্ড ৰুলছ) স্থায়ীভাৱে ভাৰতত প্ৰৱৰ্তন কৰা আৰু দ্বিতীয়খন ভাৰতীয় দণ্ডবিধিৰ পৰিৱৰ্তন কৰি বিনা বিচাৰে ভাৰতৰ যেই সেই মানুহক সন্দেহত আটক কৰি ৰখা।

গান্ধীজী সেই সময়ত অসুস্থ হৈ আছিল খেড়া জিলাৰ কৃষকসকলৰ আন্দোলনত অধিক পৰিশ্ৰম কৰাৰ কাৰণে। কিন্তু এই বিলৰ বিৰুদ্ধে থিয় দিলে, সত্যাগ্ৰহ আৰু গোটেই ভাৰতবৰ্ষ ব্যাপী এক নৱজাগৰণ আৰম্ভ হ'ল। ৰাওলাট বিলৰ প্ৰতিবাদত ভাৰতব্যাপী হৰতাল, শোভাযাত্ৰা, সভা-সমিতি হৈছিল আৰু তাক দমন কৰিবৰ কাৰণে বিভিন্ন ঠাইত অস্ত্ৰধাৰী সৈন্য আৰু পুলিচৰ দ্বাৰা গুলীবৰ্ষণ, লাঠি চালনা কৰি জনতাক ছত্ৰভঙ্গ কৰা কাৰ্য দিল্লী, বোম্বাই আদি ঠাইত বহুতো ঘটে। কেইবাজনবো মৃত্যু আৰু বহুতৰ জখম হয় আৰু বহুতো লোকক গ্ৰেপ্তাৰ কৰে। ইয়ে ভাৰতবৰ্ষত প্ৰথম জন-জাগৰণৰ সৃষ্টি কৰে। পঞ্জাব কেশৰী, লালা ৰাজপট ৰয় প্ৰমুখ্যে নেতাসকলক বন্দী কৰে আৰু সামৰিক আইন প্ৰৱৰ্তন কৰে। পঞ্জাবৰ অমৃতচৰ আদি কেইখনমান জিলাত মানুহৰ ওপৰত বিশেষকৈ ডেকাসকলক বন্দী কৰা আৰু জনতাৰ ওপৰত অমানুষিক অত্যাচাৰ আৰম্ভ হয়। ১৯১৯ চনৰ ১৩ এপ্ৰিলত জালিয়ানবালাবাগৰ হত্যাকাণ্ড হয়। এই বিভিন্ন পৰিস্থিতি আৰু আনহাতে 'মণ্টেগুছেমছফৰ্ড শাসন সংস্কাৰত' ভাৰতৰ নেতাসকল অসন্তুষ্ট হৈ পৰে। কাৰণ তেওঁলোকে যি দাবি বা আশা কৰিছিল সেই স্বায়ত্ত শাসনৰ পৰিৱৰ্তে এক নিম্ন পৰ্যায়ৰ স্বায়ত্ত শাসনৰ ঘোষণা কৰা হয়।

আনহাতে যুদ্ধৰ সময়ত ভাৰতবৰ্ষৰ মুছলমানসকলৰ তাৰ্কি সাম্ৰাজ্যৰ বিৰুদ্ধে যুদ্ধৰ সমৰ্থনত আনিবৰ কাৰণে তেওঁলোকে তুৰস্কৰ সম্ৰাটৰ ক্ষমতা আৰু মুছলমানসকলৰ ধৰ্মগুৰু হিচাপে থকা সম্মান ৰক্ষা কৰা হ'ব বুলি যি প্ৰতিশ্ৰুতি দিছিল, সেই প্ৰতিশ্ৰুতি নেৰাখি তুৰস্ক সাম্ৰাজ্য ধ্বংস কৰি সৰু সৰু কেইবাখনো

মুছলমান ৰাষ্ট্ৰ গঠন কৰে আৰু ইহুদিসকলৰ কাৰণে "ইজৰাইল" নামে এখন নতুন ৰাজ্য সৃষ্টি কৰে। তাৰ্কিত কামাল পাচাৰ নেতৃত্বত নৱ জাগৰণ আন্দোলন হৈ তাৰ্কিত গণতন্ত্ৰ ৰাষ্ট্ৰ গঠন হয়। তুৰস্ক সাম্ৰাজ্য ভঙ্গ কৰি যিবিলাক ৰাষ্ট্ৰ গঠন কৰা হৈছিল তাতো বা অন্য মুছলমান ৰাষ্ট্ৰত খিলাফৎৰ কথাটো লৈ বিশেষ একো প্ৰতিবাদ হোৱা দেখা নাযায়। কিন্তু ভাৰতবৰ্ষৰ মুছলমানসকলৰ মাজত তাৰ প্ৰতিবাদত তীব্ৰ আন্দোলন আৰু উত্তেজনাৰ সৃষ্টি হয়।

## অসহযোগ আন্দোলন

১৯২০ চনৰ জুনত খিলাফৎ কমিটীয়ে গান্ধীজীৰ সভাপতিত্বত বহা সভাত গৱৰ্ণমেণ্টৰ লগত অসহযোগ কৰাৰ সিদ্ধান্ত কৰে আৰু এখন চাৰিদফীয়া কাৰ্যসূচী প্ৰস্তুত কৰে, যেহেতু বৃটিছ প্ৰধানমন্ত্ৰীয়ে তুৰস্কৰ খলিফৎ সমন্ধে ভাৰতীয় মুছলমানসকলক দিয়া প্ৰতিশ্ৰুতি নেৰাখিলে।

(১) চৰকাৰে দিয়া উপাধি আদি ত্যাগ।
(২) চৰকাৰী কাম ইস্তফা দিয়া।
(৩) মিলিটেৰী আদিৰ পৰা পদত্যাগ কৰা।
(৪) খাজনা, কৰ আদি দিয়া বন্ধ কৰা।

গান্ধীজীয়ে খিলাফৎ কমিটীৰ চাৰিদফীয়া কাৰ্যসূচীৰ লগতে বিলাতী বস্ত্ৰ বৰ্জন, খদ্দৰ প্ৰচলন, মাদক দ্ৰব্য বৰ্জন, ইংৰাজী স্কুল-কলেজ বৰ্জন, আদালত বৰ্জন কৰা ইত্যাদি আৰু কেইটামান গঠনমূলক কাৰ্যসূচীত যোগ দি অসহযোগ আন্দোলন কৰা এটা প্ৰস্তাৱ গ্ৰহণ কৰে। ১৯২০ চনৰ ২০ জুলাইত বেনাৰছত বহা নিখিল ভাৰত কংগ্ৰেছৰ কমিটীত গান্ধীজীৰ উক্ত অহিংসা অসহযোগ আন্দোলনৰ আলোচনা হয়। আৰু অক্টোবৰত কলিকতাত বিশেষ অধিবেশন পাতি গান্ধীজীৰ অসহযোগ আন্দোলনৰ প্ৰস্তাৱৰ বিষয়ে আলোচনা কৰে। এই অধিবেশনত মতিলাল নেহৰুৱে "স্বৰাজ" লাভ কৰা এই আন্দোলনৰ অন্যতম প্ৰধান উদ্দেশ্য এই কথাটো লগাই দিয়ে। যিহেতু এই প্ৰস্তাৱে কংগ্ৰেছৰ সংবিধানৰ আমূল পৰিৱৰ্তন আনিব গতিকে নাগপুৰত ১৯২০ চনৰ ডিচেম্বৰত কংগ্ৰেছৰ অধিবেশন বহে। অসহযোগ প্ৰস্তাৱ বিপুল ভোটত গৃহীত হয়।

## অসম কংগ্ৰেছ কমিটী গঠন

১৯২১ চনৰ পাঁচ জুনত নবীনচন্দ্ৰ বৰদলৈৰ ঘৰত অসমৰ বিভিন্ন জিলাৰ চল্লিশজনমান কংগ্ৰেছ কৰ্মীৰ কৃষ্ণকান্ত ভট্টাচাৰ্যৰ সভাপতিত্বত এখন সভা বহে। কুলধৰ চলিহা সভাপতি, নবীনচন্দ্ৰ বৰদলৈক সম্পাদক হিচাপে নিৰ্বাচিত কৰি অসম প্ৰদেশ কংগ্ৰেছ কমিটী গঠন হয়: দেশভক্ত তৰুণৰাম ফুকনে ওকালতি বৰ্জন কৰাত তেওঁক সভাপতি পতা হয়। সুৰমা উপত্যকা বঙ্গ প্ৰদেশৰ লগতে আগৰ পৰাই আছিল। আৰু ১৯৪৭ চনলৈ বঙ্গ দেশৰ লগতে আছিল।

১৯২১ চনৰ জুলাইৰ প্ৰথম সপ্তাহত বোম্বাইত নিখিল ভাৰত কংগ্ৰেছলৈ যাওঁতে তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ প্ৰমুখ্যে নেতাই মহাত্মা গান্ধীক অসমলৈ নিমন্ত্ৰণ কৰি আহে। গান্ধীজী ১৮ আগষ্টত এসপ্তাহৰ কাৰণে অসম ভ্ৰমণৰ কাৰণে আহে। তেওঁ গুৱাহাটী, তেজপুৰ, নগাওঁ, যোৰহাট, ডিব্ৰুগড় ভ্ৰমণ কৰি কাছাৰ ছিলেটেদি ঘূৰি যায়। জনসাধাৰণৰ মাজত গান্ধীজীৰ এই ভ্ৰমণত বিপুল উৎসাহ-উদ্দীপনাৰ সৃষ্টি হয়। বিলাতী বস্ত্ৰ বৰ্জন, সূতা কটা, খদ্দৰ উৎপাদন আৰু বিশেষকৈ গান্ধীজীৰ পৰামৰ্শ অনুসৰি কানি বৰ্জনত অসমব্যাপী তীব্ৰ আন্দোলন গঢ়ি উঠে।

অসমত অসহযোগ আন্দোলন কৃতকাৰ্য কৰি তোলা বিষয় লৈ কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাই কলিকতা অধিবেশনৰ পাছৰ পৰা চিন্তিত হৈ পৰিছিল। তেওঁ এইটো অনুভৱ কৰিলে যে অসমত অসহযোগ আন্দোলন উকীল আৰু স্কুল-কলেজৰ ছাত্ৰ অবিহনে জন-আন্দোলন ৰূপে গঢ়ি তোলা সম্ভৱপৰ নহয়। সেই উদ্দেশ্যৰে তেওঁ নাগপুৰ কংগ্ৰেছলৈ গুৱাহাটী আৰু কলিকতাৰ এককসংখ্যক ছাত্ৰ লৈ গৈছিল। সেই ছাত্ৰসকলে নিখিল ভাৰত ছাত্ৰ ফেডাৰেশ্বনত অসহযোগ আন্দোলন সমৰ্থন কৰি লোৱা প্ৰস্তাৱ অসমৰ পৰা যোৱা ছাত্ৰ প্ৰতিনিধিসকলে সমৰ্থন কৰে। নাগপুৰৰ পৰা ঘূৰি আহি তেওঁ কটন কলেজৰ ছাত্ৰসকলৰ মাজত কলেজ বৰ্জন কৰা বিষয়ে আলোচনা আৰম্ভ কৰে আৰু আনহাতে তৰুণৰাম ফুকন প্ৰমুখ্যে উকীলসকলে আন্দোলনত যোগ দিবৰ কাৰণে প্ৰচেষ্টা চলায়। অসম ছাত্ৰ সম্মিলন তেওঁৰেই সৃষ্টি। গতিকে সম্মিলনৰ সভাতো অসহযোগ আন্দোলন সমৰ্থন কৰায়। আনহাতে তেজপুৰত অসম এছোচিয়েচনৰ জৰুৰী সভা আহ্বান কৰি তাতো অসহযোগ আন্দোলনৰ প্ৰস্তাৱ সমৰ্থন কৰায়। তেওঁ অসমৰ বিভিন্ন জিলাৰ উকীলসকলক লগ ধৰিবৰ কাৰণে ওলাই যায়। সেই সময়ত অসমৰ জিলা, মহকুমা সকলো আদালততে বঙালীভাষী উকীলেই প্ৰধান আছিল। অসমীয়া ডেকাসকলে ক্ৰমান্বয়ে ওকালতি পাছ কৰি আদালতত ওকালতি কৰিবলৈ আৰম্ভ কৰিছিল। সৰ্বমুঠ ৭৫জন অসমীয়া উকীল আছিল। তাৰ ভিতৰত ১৫ জনে প্ৰথমতে আদালত বৰ্জন কৰি ওলাই আহি আন্দোলনত যোগ দিয়ে। পাছত আৰু পইত্ৰিশজনে আদালত বৰ্জন কৰি আন্দোলনত যোগ দিয়ে। ইতিমধ্যে কলিকতাৰ পৰা প্ৰফুল্ল বৰুৱা প্ৰমুখ্যে কেইবাজনো ছাত্ৰই কলেজ বৰ্জন কৰি গুৱাহাটী পায়হি।

কটন কলেজৰ ছাত্ৰসকলৰ মাজত কলেজ বৰ্জন কৰি অসহযোগ আন্দোলনত যোগ দিবৰ কাৰণে গ্ৰুপে গ্ৰুপে আৰু সমূহীয়া হিচাপে আলোচনা চলিল। দেশভক্ত তৰুণৰাম ফুকন আদি এককসংখ্যক নেতাই কলেজ বৰ্জন কৰাৰ সপক্ষে নাছিল। যিহেতু উপযুক্ত শিক্ষিত অসমীয়া ডেকাৰ অভাৱত যুক্তি দেখুৱাই কলিকতা ছিলেটৰ ডেকাক চাকৰিত নিয়োগ কৰা হৈছিল।

কটন কলেজত পঢ়ি থকা কালত পঞ্জাবত আগতে উল্লেখ কৰি অহা ৰাজনৈতিক ঘটনা বিশেষকৈ পঞ্জাবৰ কেশৰী লালা ৰাজপট ৰায়ক ব্ৰহ্মদেশৰ মান্দালা জেললৈ দ্বীপান্তৰ আৰু জালিয়ানলাবাগৰ হত্যাকাণ্ডই ককাইদেউ কনক বৰুৱাদেৱৰ মনত বৃটিছ শাসনৰ বিৰুদ্ধে এক বিদ্ৰোহী মনোভাব সম্ভৱ গঢ়ি তুলিছিল।

গতিকে গান্ধীজীয়ে ছাত্ৰসকলক এবছৰৰ কাৰণে স্কুল-কলেজ বৰ্জন কৰি স্বাধীনতা সংগ্ৰামলৈ যি আহ্বান জনাইছিল কটন কলেজৰ ছাত্ৰসকলৰ মাজত কি কৰো কি নকৰো এনে আলোচনা চলি থকাত অসহ্য হৈ বি, এছ, চি, চতুৰ্থ মানলৈ প্ৰমোচন পোৱা ছাত্ৰ কনক বৰুৱাই সৰ্বপ্ৰথমে কলেজ বৰ্জন কৰি অসহযোগ আন্দোলনত জঁপিয়াই পৰে।

আনহাতে কটন কলেজৰ ছাত্ৰসকলৰ ডাঙৰ সমস্যা হৈছিল যে অধিক সংখ্যক ছাত্ৰই গৱৰ্ণমেণ্টৰ কৰ্মচাৰীৰ ল'ৰা আৰু উজনি অসমৰ চাহ বাগানৰ কৰ্মচাৰীৰ ল'ৰা। গাঁৱৰ পৰা অহা সৰহ সংখ্যকেই আছিল বৃত্তিধাৰী। তেওঁলোকৰ ভয় হৈছিল কলেজ বৰ্জন কৰিলে তেওঁলোকৰ হয়তো বৃত্তি কটা যাব আৰু কিছুমানৰ দেউতাকৰ চাকৰিত অসুবিধা ঘটিব এনে ধৰণৰ চিন্তাত। কটন কলেজৰ ছাত্ৰসকলৰ মাজত এনে ধৰণৰ আলোচনা-বিলোচনা তৰ্কাতৰ্কি হৈ থাকোতে তেজপুৰ মহকুমাৰ আঠজন মেধাৱী ছাত্ৰই ৰাতিপুৱা 'নটিছ বৰ্ডত' "আমি ওলাই আহিলো" বুলি চহী কৰি এখন জাননী আঁৰি ওলাই গুচি যায়। উক্ত আঠজন ছাত্ৰৰ পাছত ক্ৰমান্বয়ে অধিক সংখ্যক ছাত্ৰ কলেজ বৰ্জন কৰি ওলাই যায়। কটন কলেজৰ ছাত্ৰসকলক তেওঁলোকৰ নিজ নিজ অঞ্চললৈ গৈ সংগঠন গঢ়ি তুলিবলৈ পঠিয়াই দিয়া হৈছিল। এওঁলোকৰ প্ৰেৰণাত বহুতো সংখ্যক হাইস্কুলৰ ছাত্ৰই স্কুল বৰ্জন কৰি গাঁৱে-ভূঞে বিয়পি পৰে। ডাঃ কনক বৰুৱায়ো গুৱাহাটীৰ আশে-পাশে প্ৰথমতে কেইসপ্তাহমান সংগঠনৰ কাম কৰি তেওঁৰ মুখ্য ঘৰ ডিব্ৰুগড়লৈ যায়। ডিব্ৰুগড়ত তেওঁৰ ককায়েক (উকীল) লক্ষেশ্বৰ বৰুৱাই আন্দোলনৰ নেতৃত্ব লৈছিল। ক'বলৈ গ'লে তেওঁলোকৰ গোটেই ঘৰখনেই আন্দোলনত জঁপিয়াই পৰিছিল। গান্ধীজীৰ পৰামৰ্শমতে অসম কংগ্ৰেছে কানি বৰ্জনত জোৰ দিছিল। কানি মহলত পিকেটিং আৰু যি সকল কানীয়াই কানি বৰ্জন নকৰে তেওঁলোকক সমাজচ্যুত কৰিবলৈ হেঁচা দিছিল। ভলণ্টিয়াৰসকলৰ পিকেটিং আৰু প্ৰচাৰৰ ফলত অসমত কানি মহলৰ যোগে ১৯১৯–২০ চনত বিক্ৰী হোৱা ১,৫১৯ মোনৰ ঠাইত ১৯২১-২২ চনত ই গৈ শ মোনলৈ নামে। ডিব্ৰুগড় জিলাত ৩৫০ মোনৰো অধিক কানি বিক্ৰী হৈছিল। ডাঃ কনক বৰুৱাই কানি খোৱা প্ৰধান অঞ্চল জয়পুৰ অঞ্চলৰ দায়িত্ব লৈ তাতেই ভদ্ৰকান্ত গগৈ প্ৰমুখ্যে স্কুলৰ ছাত্ৰ আৰু গাৱঁৰ ভলণ্টিয়াৰৰ যোগে কানিৰ মহলত পিকেটিং আৰু গাৱঁত সভা-সমিতি পাতি সংগঠনৰ কাম কৰোত, কনক বৰুৱাক ১৯২২ চনৰ ৯ ফেব্ৰুৱাৰীত

জয়পুৰত গ্ৰেপ্তাৰ কৰে। ডিব্ৰুগড় জিলা আদালতত বিচাৰ কৰি ৬০ টকা জৰিমনা অনাদায়ত তিনি মাহ সশ্ৰম কাৰাদণ্ড দিয়ে। কনক বৰুৱা ককাইদেউৰ কাৰণে ৬০ টকা জৰিমনা দিয়াটো একো টান কথা নাছিল। কিন্তু তেওঁ আদৰ্শচ্যুত কাৰ্য নকৰি জেললৈ যোৱাটোকে ঠিক কৰে। ১৯২১ চনৰ জেল আছিল এক নৰকসদৃশ। আজিৰ চাম পুৰুষে সেইটো বিশ্বাস নকৰিব। ৰাজনৈতিক বন্দীবিলাকৰ কাৰণে বিশিষ্ট নেতাসকলৰ বাহিৰে আন সকলো ৰাজনৈতিক বন্দীকে সাধাৰণ কয়দীৰ দৰে ব্যৱহাৰ কৰিছিল। সাধাৰণ কয়দীৰ দৰে ৰাজনৈতিক বন্দীসকলে ঘানি টনা, ধান বনা, কোৰ মৰা, শিলভঙা, এৰাপাত খুন্দা ইত্যাদি কঠিন কামবিলাক কৰিব লাগিছিল। পোছাক আছিল ক'লা আৰু দিয়া হাফপেন্ট। এটা ক'লা পাৰি দিয়া হাত চুটি পাঞ্জাবী, এখন গামোচা, দুখন ক'লা কম্বল, এখন দীঘল গামোচা বিছনা চাদৰৰ কাৰণে, আঁঠুৱা দিয়া নাছিল। এই বিলাক আছিল অতি ডাঠ। খোৱাৰ বাচন-এটা ডাঙৰ লোহাৰ বহল বাটি, এটা মগ, দুই ইঞ্চি বহল-চাৰি ইঞ্চি দীঘল এটা কাঠৰ বেজ, য'ত কয়দীজনৰ জেলত ভৰ্তি হোৱা তাৰিখ, খালাচৰ তাৰিখ, আৰু কি আইনত জেল হৈছিল তাক লিখা থাকে। এইটো সদায় ডোলাত ওলোমাই ৰাখিব লাগিছিল। আহাৰ আছিল অখাদ্য, ৰাতিপুৱা ভেকুৰা চাউলৰ মাৰ ভাত, দুপৰীয়া বাৰ-একমান বজাত চাৰি চতক চাউলৰ ভাত, এক চতক পৰিমাণৰ দাইলৰ পানী, দুই চতক ভাজি। চাউলবিলাক আছিল বেয়া, ধানেৰে ভৰা, দালি নহয় পানী বুলি ক'ব পাৰি। আৰু ভাজি নৰ্দমাৰ কচুগছ, তেতেলি আৰু অতিপাত জলকীয়া দি বনোৱা। মাজে সময়ে ৰঙা লাউ, আলুগুটি আৰু কয়দীয়ে কাম কৰা বাগানৰ ফুলকবি-বন্ধাকবিৰ পাত ইত্যাদি। সপ্তাহত দুসাজ মাছ, এসাজ মাংস দিয়াৰ নিয়ম; কিন্তু সাধাৰণতে কয়দীয়ে মাছ-মাংস দেখিবলৈ নেপায়, মাছৰ ঘোলহে খাবলৈ পায়। মাংসৰ কথাটো তেনেকুৱাই-পানীৰ লগত এটুকুৰা বা দুটুকুৰ মাংসৰ হাড়। জেলৰ নিয়ম মতে যি দিব লাগে সেইটো দিয়া নহয়। এক অংশ জেলৰ কৰ্মচাৰীৰ মাজত ভাগ হয়। মাছ-মাংসৰো কথা একেই। ঠিকাদাৰ, জেইলাৰ আদিৰ মাজত টকাৰ ভগাভগি হয়। লোহাৰ বাটিটো খোৱাৰ পাছতে মামৰে ধৰে, তাক চাফা কৰি ৰাখিব লাগে। দেওবাৰে কাপোৰ ধুব লাগে। পুৱা পাঁচ বজাতে উঠিব লাগে। ৰাতি ঘণ্টাই ঘণ্টাই গণনা কৰিয়েই থাকে। পুৱা উঠি পুনৰ লাইন পাতি বহিব লাগে আৰু গণ্টি কৰাৰ পাছত পাইখানা কৰি হাত-মুখ ধুব লাগে এঘণ্টাৰ ভিতৰত। পাইখানা আছিল অতি জঘন্য। যিমান কয়দী থাকে, তাতকৈ পাইখানাৰ সংখ্যা কম। ডিব্ৰুগড়ত প্ৰায় ১৫০ জন কয়দীৰ ৰখাৰ ব্যৱস্থাত পাইখানা আছিল ১৮টা, এখন টিনপাত দিয়া চালি ঘৰত বেৰ নোহোৱা তিনি ফুট ওখ টিনপাতৰ বেৰ দি একোটা সৰু সৰু পাইখানা। ইটো পাইখানাৰ পৰা সিটো পাইখানলৈ ব্যৱধান মাত্ৰ তিনি হাত। প্ৰতিটো পাইখানাতে একোটা টিনৰ গামলা দিয়া থাকে, তাত পাইখানা কৰিব লাগে। যিহেতু কয়দীৰ সংখ্যা

বেছি, পাইখানা তাকৰ গতিকে পাইখানাৰ মুখে মুখে লাইন পাতিব লাগে। পাইখানাৰ গামলা ভৰি গোটেইখন দুৰ্গন্ধময় পৰিবেশৰ সৃষ্টি হয়। জেলৰ নিৰ্দ্ধাৰিত সময়ত কাম কৰিব নোৱাৰিলে বা জেলৰ নিয়ম ভঙ্গ কৰিলে কঠোৰ শাস্তি বিহা হয়। দুই ভৰিত দাণ্ডিবিৰি লগাই থয়। দুই হাত কেৰেয়া লগাই আৰু ওপৰলৈ হাত কৰি জৰিৰে বান্ধি থয়। কেতিয়াৱা থিয়কৈ হাত কেৰেয়া দি বান্ধি থয়। তদুপৰি তুঁহগুৰি মিহলোৱা ভাত, ঠৈলাৰ পোছাক, নিজান ফাটেক ইত্যাদি বিভিন্ন ধৰণৰ শাস্তি ভাগ্যত ঘটে।

চুপাৰিনটেণ্ডণ্ট চাহাব আহোতে লাইন পাতি আগত দুখন কম্বল, বাটি মগ, পেণ্ট আৰু কয়দীজনৰ নিজৰ ফাইলটো লৈ বহি থাকিব লাগে। চুপাৰিনটেণ্ডণ্ট চাহাব অহাৰ লগে লগে সকলোৱে থিয় হৈ বাওঁহাতে ফাইলটো লৈ সোঁহাতে মূৰটো তললৈ দোৱাই চেলাম দিব লাগে। যাক চৰকাৰী চেলাম বোলে। যি সকলে এই চেলাম দিবলৈ অমান্তি হয়, তেওঁলোকে কঠোৰ শাস্তি ভুগিব লাগে। এনে অৱস্থাৰ কথা জানিও, কনক বৰুৱাই তিনি মাহ জেল খাটিবলৈ গ'ল। কাৰণ, ই আছিল এটা আদৰ্শৰ কথা। আদৰ্শ ভ্ৰষ্ট হোৱাটো তেওঁ এটা কাপুৰুষৰ আৰু নৈতিকতাহীন কাম বুলি ভাবিছিল। ওপৰত উল্লেখ কৰা কঠিন পৰিশ্ৰম কৰাৰ ভাগ্য ঘটিছিল বৰুৱা ককাইদেউৰো। ১৯২২ চনৰ পাঁচ ফেব্ৰুৱাৰীত উত্তপ্ৰদেশৰ চৌৰীচৌৰা গাঁৱত শোভাযাত্ৰাকাৰীসকলৰ ওপৰত গুলী চলোৱা পুলিচৰ দলটোৰ গুলী শেষ হোৱাত জনতাই উক্ত পুলিচৰ দলটোক খেদি নি থানাত সুমুৱাই দুৱাৰ বন্ধ কৰি জুই লগাই পুৰি ভস্ম কৰে। গান্ধীজীয়ে এই বাতৰি পাই দেশবাসী অহিংসা সংগ্ৰামৰ বাবে প্ৰস্তুত হোৱা নাই, এনে এটা ভাবত অসহযোগ আন্দোলন বন্ধ কৰে। এটা সাধাৰণ ঘটনাতে এনে এটা বিৰাট জনজাগৰণ বন্ধ কৰাত গান্ধীজীক নেতাসকলে তীব্ৰ সমালোচনা কৰিছিল। আনহাতে স্কুল-কলেজৰ ছাত্ৰ ফাটেকলৈ যোৱা-নোযোৱা লৈ আৰু ভলণ্টিয়াৰসকল বিবুদ্ধিত পৰিছিল, এতিয়া কি কৰা যাব? বৰুৱা ককাইদেউকো জেলৰ পৰা ওলাই তেনে এটা মানসিক চিন্তাই আগুৰি ধৰিছিল। তেওঁ গুৱাহাটীলৈ আহিল। গুৱাহাটীতো তেখেতৰ তৃতীয় ককায়েক ডাঃ ভুৱনেশ্বৰ বৰুৱা গৱৰ্ণমেণ্ট এচিষ্টেণ্ট চাৰ্জন আছিল। তেওঁ ১৯২১ চনত চাকৰি এৰি গুৱাহাটীত ফাৰ্মাচী খুলি চিকিৎসাৰ কাম আৰম্ভ কৰিছিল।

সেই সময়ত গুজৰাটৰ সৱৰমতী আশ্ৰমত জেলৰ পৰা মুক্ত হৈ অহা সকলৰ কাৰণে গঠনমূলক কামৰ প্ৰশিক্ষণ কেন্দ্ৰ এটা খুলিছিল। অসমৰ পৰা তিনিজন বাচিছিল তাৰ ভিতৰত বৰুৱা অন্যতম আছিল। তেওঁলোক সৱৰমতী আশ্ৰমলৈ গৈ গান্ধীজীৰ আদৰ্শ নীতি আৰু বিভিন্ন গঠনমূলক কামৰ প্ৰশিক্ষণ লৈ ঘূৰি আহে। বৰুৱা ককাইদেউ গান্ধীজীৰ আদৰ্শত দৃঢ় বিশ্বাসী হৈ পৰে যি বিশ্বাস মৃত্যুৰ সময়লৈকে আছিল। ইতিমধ্যে ১৯২৩ চনত কংগ্ৰেছৰ ভিতৰত স্বৰাজ দল গঠন

হয়। আৰু কংগ্ৰেছ ভাগ গৈ পৰে। কিন্তু ডাঃ আনচাৰি আৰু আজাদৰ মধ্যস্থতাত দুই দলে তেওঁলোকৰ নিজা নীতিত একোখন কংগ্ৰেছৰ পতাকাৰ তলত কাম কৰি যাবলৈ সম্মত হয়।

বৰুৱাই গুজৰাটত প্ৰশিক্ষণ লৈ ঘূৰি আহি অসমত গঠনমূলক কাম কৰাৰ কোনো ধৰণৰ সহায়-উৎসাহ নেপায়। ককায়েক ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ উপদেশমতে ১৯২৪ চনত ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল কলেজত ডাক্তৰী পঢ়িবলৈ যায়। তাৰ পৰা পাছ কৰি তেওঁ কলিকতা কলেজৰ ট্ৰপিকেল মেডিচিন কলেজত পঢ়িবলৈ যায়। তাত এবছৰ পঢ়ি পাছ কৰি শিৱসাগৰত ১৯৩০ চন সম্ভৱ, দলৌমুখৰ চাৰিআলিত এখন ফাৰ্মাচী খোলে। মই বিশেষকৈ এই সময়ত কটন কলেজ বৰ্জন কৰি গুৱাহাটী জেলৰ পৰা ওলাই শিৱসাগৰলৈ গৈছিলো, তাতে ডাঃ বৰুৱা ককাইদেউৰ লগত পৰিচয় হয়। বলিয়াঘাটত আমি স্বেচ্ছাসেৱক বাহিনী গঠন কৰি প্ৰশিক্ষণৰ কাম আৰম্ভ কৰিছিলো। ১৯৩১ চনৰ জানুৱাৰী মাহত। অমিয় কুমাৰ দাস, সোণাৰাম দত্তৰ লগতে ডাঃ কনকচন্দ্ৰ বৰুৱাও এই শিবিৰ পৰিদৰ্শন কৰিবলৈ গৈছিল। তেতিয়াৰ পৰা মই তেওঁৰ ঘনিষ্ঠ সম্বন্ধলৈ আহো। মাজে মাজে তেওঁ ভলণ্টিয়াৰসকলৰ স্বাস্থ্যৰ খবৰ ল'বলৈ গৈছিল আৰু সেই সুযোগতে গাৱঁৰ লোকসকলে তেওঁৰ ওচৰলৈ চিকিৎসাৰ কাৰণে আহিছিল। তেওঁ কিন্তু পইচা লোৱা নাছিল। ইয়াৰ পাছত পুনৰ মই জেললৈ যাব লগা হয়। প্ৰায় ২১ মাহ জেলত থাকি ভগ্ন স্বাস্থ্য লৈ ঘৰলৈ গৈছিলো। তেওঁ মোক চাইছিল। আৰু কোনো পা- পাইচা নোলোৱাকে দৰৱ পাতি দিছিল।

গড়মূৰ সত্ৰাধিকাৰীক সভাপতি, দেবেন শৰ্মাক সম্পাদক হিচাপে লৈ এখন হৰিজন সেৱা সংঘ গঠন হৈছিল ১৯৩৪ চনত গান্ধীজী অসমলৈ আহোতে। ইয়াৰ প্ৰধান কাৰ্যালয় আছিল শিৱসাগৰত প্ৰফুল্ল বৰুৱাৰ ঘৰত। ডাঃ কনক বৰুৱা, যাদৱ চলিহা, বিমলা চলিহা, সোণাৰাম দাস, ইত্যাদি সভ্য আছিল। মোক শিৱসাগৰ বনুৱা বস্তি আৰু পিছপৰা অঞ্চলত স্কুল স্থাপন আৰু পৰিদৰ্শনৰ দায়িত্ব দিছিল। এই কামত ঘূৰি ঘূৰি কেতিয়াবা জ্বৰ আদিও হৈছিল।

শিৱসাগৰত ১৯৩০ চনত কানিং হাম চাৰ্কুলাৰৰ প্ৰতিবাদত স্কুল-কলেজ এৰি অহা ছাত্ৰসকলৰ কাৰণে এখন 'বিদ্যাপীঠ' নাম দি অনুষ্ঠান প্ৰতিষ্ঠা কৰিছিল। এই বিদ্যাপীঠতো মেনেজিং কমিটীৰ সভ্য আছিল বৰুৱাদেউ। ১৯৩৭ চনৰ জানুৱাৰীত বলিয়াঘাটত কেইবাখনো মৌজা লগ লাগি এখন ডাঙৰ ৰায়ত সন্মিলন বহিছিল। ত্যাগবীৰ হেম বৰুৱা সভাপতি হিচাপে গৈছিল । দুৰ্ভাগ্যবশতঃ নৈৰ দাঁতিয়েদি যাওঁতে হঠাৎ তেওঁ মন কৰিব নোৱাৰি গড়াত পৰি যায় আৰু কঁকালত বেয়া ধৰণে দুখ পায়। এই বাতৰি পোৱাৰ লগে লগে আমাৰ ঘৰলৈ ঘৰৰ গাড়ী লৈ হেম বৰুৱাক ডাঃ কনক বৰুৱাই গৈ তেওঁ থকা ঘৰলৈ লৈ আহে।

বিশেষভাৱে দিনে-ৰাতিয়ে শুশ্ৰূষা কৰিছিল আৰু গুৱাহাটীলৈ পঠিয়াই দিয়াৰ সকলো ব্যৱস্থা কৰিছিল তেৱেঁই।

১৯৩৭ চনত তেওঁ বিদেশত পঢ়িবৰ কাৰণে মনস্থ কৰি ফাৰ্মাচীত কাম কৰা কম্পাউণ্ডাৰজনৰ হাতত ফাৰ্মাচীখন গতাই দি শিৱসাগৰ ত্যাগ কৰে। আজিও সেইখন 'বৰুৱা মেডিকেল হল' হিচাপে তেওঁৰ নামতে আছে। তেওঁ হৃদৰোগৰ বিশেষজ্ঞ হিচাপে প্ৰশিক্ষণ লৈ আহি তেওঁৰ ককায়েক ভুবনেশ্বৰ বৰুৱাৰ ফাৰ্মাচীৰ লগতে উজান বজাৰত হৃদৰোগৰ চিকিৎসাৰ কাম আৰম্ভ কৰে।

১৯৪২ চনৰ আন্দোলনত যদিও সক্ৰিয় হিচাপে যোগ দিয়া নাছিল কিন্তু সকলো ধৰণৰ সহায়-সহযোগ আগবঢ়াইছিল। ত্যাগবীৰ হেম বৰুৱাই স্বাস্থ্যজনিত কাৰণত আন্দোলনত তেওঁ উজান বজাৰৰ কংগ্ৰেছ অফিচতে আছিল আৰু পুলিচে গ্ৰেপ্তাৰ কৰা নাছিল। ত্যাগবীৰ বৰুৱাদেৱে এই আন্দোলনৰ গুৰি ধৰিছিল। সেই সময়ত অসম হৈ পৰিছিল মিত্ৰপক্ষ যুক্তৰাষ্ট্ৰৰ জাপানী সৈন্য প্ৰতিৰোধ কৰা প্ৰধান সামৰিক ঘাটি। নগৰে-চহৰে গাঁৱে-ভূঞে আমেৰিকান বগা আৰু নিগ্ৰো সৈন্য বিয়পি পৰিছিল। এনে পৰিস্থিতিৰ মাজতো অসমৰ কংগ্ৰেছ কৰ্মীসকলে ১৯৪২ চনৰ গণ আন্দোলন সাফল্যমণ্ডিত কৰি তুলিবলৈ সক্ষম হৈছিল। ডাঃ কনক বৰুৱা বিশেষ হিচাপে তেওঁ গান্ধীজীৰ আদৰ্শ আৰু গঠনমূলক কামত অংশ গ্ৰহণ কৰিছিল আৰু আৰ্থিক সহায় আদি আগবঢ়াইছিল। ১৯৪৪ চনত বৰদলৈক স্বাস্থ্যজনিত কাৰণত মুক্তি দিয়ে, বৰদলৈয়ে গঠনমূলক কাম আৰম্ভ কৰাত সম্পূৰ্ণ সহযোগ আগবঢ়াইছিল। দেশ স্বাধীন হ'ল, কংগ্ৰেছ গৱৰ্ণমেণ্ট প্ৰতিষ্ঠা হ'ল। অসম কংগ্ৰেছতেই কেৱল নহয়, ভাৰতৰ সকলো ৰাজ্যতে আৰু কেন্দ্ৰতো এম এল এ, এম পি, মুখ্যমন্ত্ৰী, মন্ত্ৰী বিভিন্ন পদ-পদবী ব্যৱসায়-পাৰমিট ইত্যাদিৰ কাৰণে বুজন সংখ্যক পুৰণা— নতুনকৈ কংগ্ৰেছলৈ অহা সকলো বিয়াকুল হৈ পৰিল। অসমতেই নহয়, ভাৰতবৰ্ষত এনে পদ-পদবী বা অন্য কোনো ধৰণৰ সা-সুবিধাৰ লালায়িত নোহোৱা স্বাধীনতা সংগ্ৰামত নিৰ্যাতন ভোগ কৰা সকলৰ সংখ্যা আছিল অতি বিৰল। ডাঃ কনক বৰুৱা এনে সকলৰ মাজৰে এজন। কোনো পদ-পদবী বিচৰা লোক নাছিল তেওঁ। গান্ধীজীয়ে দেশ স্বাধীন হোৱাৰ লগে লগে কংগ্ৰেছৰ ভিতৰত ক্ষমতাৰ কাৰণে দলাদলি আৰু কিছু সংখ্যক নেতাৰ দুৰ্নীতিপৰায়ণ কাৰ্য দেখি হতাশ হৈ পৰিছিল। সেই কাৰণে তেওঁৰ এটা দৃঢ় বিশ্বাস হৈছিল যে ক্ষমতাই মানুহক দুৰ্নীতিপৰায়ণ কৰে। এই দুৰ্নীতি কেৱল ঘোচ খোৱা নাইবা সা-সম্পত্তি সংগ্ৰহ কৰাই নহয়, ক্ষমতাত অধিষ্ঠিত হৈ থাকিবৰ কাৰণে আৰু পদবী লাভৰ কাৰণে দল পকোৱা, দলৰ মাজত দলাদলি সৃষ্টি কৰা, নিৰ্বাচনত জয়ী হ'বৰ কাৰণে প্ৰলোভন-অনৈতিক কাৰ্য কৰা এই বিলাকো দুৰ্নীতিৰ ভিতৰতে পৰে। সেই কাৰণে তেওঁ কংগ্ৰেছখন ভাঙি দিবৰ কাৰণে কৈছিল।

আৰু তেওঁ কৈছিল যে কংগ্ৰেছৰ মাজত এতিয়াও এদল নিষ্ঠাবান, আদৰ্শত অনুপ্ৰাণিত আৰু নৈতিক চৰিত্ৰত বলিয়ান কৰ্মী আছে। বৰ্তমান কংগ্ৰেছৰ নেতাসকলে যিদৰে নিৰ্বাচন কাৰ্য, দল পকোৱা কাৰ্যত কংগ্ৰেছ কৰ্মীসকলক লগাইছে, ই ক্ৰমান্বয়ে আদৰ্শবান কৰ্মীসকলকো দুৰ্নীতিপৰায়ণ কৰিব আৰু তেওঁলোকৰ নৈতিক চৰিত্ৰৰো পতন ঘটাব। গতিকে কংগ্ৰেছ ভঙ্গ কৰি দিলে এই আদৰ্শবান—নৈতিক চৰিত্ৰবান কৰ্মীসকল মুক্ত হ'ব। তেওঁলোকে এটা লোকসেৱা সংঘ গঠন কৰি তাৰ যোগে সেৱা আৰু গঠনমূলক কৰ্মৰ যোগে জনসাধাৰণৰ অৰ্থনৈতিক, সামাজিক উন্নয়ন আৰু আনহাতে জনসাধাৰণক গণতন্ত্ৰৰ আদৰ্শ ৰক্ষাৰ্থে সজাগ-সক্ৰিয় কৰি ৰাখিব। এওঁলোকে গণতন্ত্ৰৰ প্ৰহৰীৰ দৰে কাম কৰিব। শাসক দল গণতন্ত্ৰ আৰু আদৰ্শ নীতিৰ পৰা বিপথগামী হ'লে জনসাধাৰণক জাগৃত কৰি উক্ত শাসক দলক শাসনৰ পৰা বিচলিত কৰিব ইত্যাদি।

গান্ধীজীৰ হত্যাৰ পিছত পুনৰ নেহৰু—পেটেলৰ ক্ষমতাৰ দ্বন্দ্ব আৰম্ভ হয়। কিন্তু হঠাৎ১৯৫০ চনৰ ডিচেম্বৰত চৰ্দাৰ পেটেলৰ মৃত্যুৰ পিছত জৱাহৰলাল নেহৰু সৰ্বেসৰ্বা হৈ পুৰুষোত্তম টেণ্ডনক কংগ্ৰেছৰ সভাপতি পদৰ পৰা পদত্যাগ কৰিবলৈ বাধ্য কৰায়। নিজে একালে প্ৰধানমন্ত্ৰী আনহাতে কংগ্ৰেছৰ সভাপতি হয়। ডেপুটী প্ৰধানমন্ত্ৰী আৰু ডেপুটী লিডাৰ এই দুয়োটা পদ উঠাই দিলে। আগতে লোকসভা আৰু ৰাজ্যসভাৰ একজনেই ডেপুটী লিডাৰ আছিল, যি ডেপুটী প্ৰধানমন্ত্ৰী হৈছিল। কিন্তু নেহৰুৱে লোকসভাৰ কাৰণে এজন ডেপুটী লিডাৰ আৰু ৰাজ্যসভাৰ কাৰণে এজন ডেপুটী লিডাৰ মনোনীত কৰিছিল। কনক ককাইদেউ সমাজবাদী চিন্তাধাৰাৰ লোক আছিল। দেশে স্বৰাজ লাভ কৰিছিল, দৰিদ্ৰতা দূৰ হ'ব, শোষণৰ বাট মুকলি হ'ব—ধনী—দুখীয়াৰ মাজত ব্যৱধান কমি যাব, সফলতা স্থাপন হ'ব। কিন্তু গান্ধীজীৰ দৰে তেওঁ হতাশ হৈ পৰিছিল কংগ্ৰেছৰ কাৰ্যত। ১৯৫১-৫২ চনত কংগ্ৰেছ ত্যাগ কৰি তেওঁ জয়প্ৰকাশ নাৰায়ণৰ সমাজবাদী দলত যোগ দিয়ে। তেওঁ চকুৰ আগত দেখিবলৈ পাইছিল যে কংগ্ৰেছৰ অধিক সংখ্যক নেতা দুৰ্নীতিপৰায়ণ হৈ উঠিছে। গণতন্ত্ৰৰ নামত একনায়কত্বৰ ফালে আগবাঢ়ি গৈছে। দুখীয়া আৰু দুখীয়া হৈ যাব লাগিছে। আনহাতে ক'লাবজাৰ দালালিৰ ৰাজনৈতিক ক্ষেত্ৰত প্ৰভাৱ বৃদ্ধি হৈছে। এনেবিলাক কাৰ্য দেখি তেওঁ বেদনা অনুভৱ কৰিছিল। চ'ছিয়েলিষ্ট পাৰ্টিয়ে এটা নতুন দিশত গঢ় দিব পাৰিব। কিন্তু চ'ছিয়েলিষ্ট পাৰ্টিয়ে একক সংখ্যক নেতাৰ নীতি সমৰ্থন কৰিব পৰা নাছিল। কাৰণ এই শ্ৰেণী নেতাৰ প্ৰকৃততে সমাজবাদী নেতাই কেনেকৈ ভাবমূৰ্তি নষ্ট কৰি হেয় প্ৰতিপন্ন কৰি ভোটত জিকি গাদীত বহিব পাৰে, সেইটোৱেই প্ৰধান লক্ষ্য আছিল।

ককায়েক ভুৱনেশ্বৰ বৰুৱা কংগ্ৰেছত আছিল। ডিব্ৰুগড়ত লক্ষেশ্বৰ বৰুৱা কংগ্ৰেছৰ দায়িত্বত আছিল। ককায়েক ভুৱনেশ্বৰ বৰুৱা আৰু কনক বৰুৱাৰ মাজে

মাজে কংগ্ৰেছৰ এনে নৈতিক অধঃপতনৰ বিষয় লৈ দুয়োৰে মাজত মতভেদ হৈছিল। কিন্তু ভাতৃত্বৰ মৰম অটুট আছিল। দুয়োৰো মাজত মিলা-প্ৰীতি আছিল। ডাঃ কনক বৰুৱাই যদিও ডাক্তৰী কৰিছিল কিন্তু তেওঁ কেতিয়াও মানৱ সেৱা পাহৰি যোৱা নাছিল। ডাক্তৰী কৰি বিভিন্ন উপায়েৰে ধন ঘটি চহকী হোৱাৰ বা বিলাসী জীৱন-যাপনৰ কাৰণে ধন, সা-সম্পত্তি উপাৰ্জন কৰা তেওঁৰ উদ্দেশ্য নাছিল। দুখীয়া মানুহ আৰু ভলণ্টিয়াৰসকলক বিনা পইচাই চিকিৎসা কৰাৰ উপৰি মাজে মাজে অতি দুখীয়াসকলক বিনা পইচাই দৰব-পাতিও দিছিল। ফিজ লৈছিল পাঁচ টকা। পিছত বাধ্য হৈ ১০ টকা কৰিছিল। ককায়েক ভুৱনেশ্বৰ বৰুৱাৰ মৃত্যুৰ পিছত তেওঁ এটা কথা অনুভৱ কৰিছিল যে অসম আৰু উত্তৰ-পূৰ্ব-ভাৰতত কেন্সাৰ ৰোগটো ক্ৰমান্বয়ে বাঢ়ি আহিছে আৰু ইয়াৰ চিকিৎসাৰ কাৰণে কোনো ব্যৱস্থা হোৱা নাই। তেওঁ ডাঃ ভুৱনেশ্বৰৰ বৰুৱা কেন্সাৰ হাস্পতালৰ কাম হাতত লয়। এই কামত তেওঁ অতি পৰিশ্ৰম কৰিব লগা হৈছিল। দিনে-ৰাতিয়ে তেওঁ এনেদৰে পৰিশ্ৰম কৰিব লগা হৈছিল যে তেওঁ ডাক্তৰী ব্যৱসায় বাদ দিয়াৰ দৰে হৈছিল। ফলত পৰিয়ালৰ লোক আৰ্থিক সংকটত পৰিব লগা হৈছিল। তেওঁৰ স্বাস্থ্য পৰি আহিবলৈ ধৰে আৰু প্ৰায় ডেৰ বছৰমান শয্যাগত অৱস্থাত থাকি তেওঁৰ মৃত্যু হয় তেওঁৰ মৃত্যুত অসমে এজন সমাজসেৱক মানৱপ্ৰেমী ব্যক্তি হেৰুৱালে। তেওঁৰ আত্মাই চিৰশান্তি লাভ কৰক।

# ডাঃ কনকচন্দ্ৰ বৰুৱা ঃ শ্ৰদ্ধাঞ্জলি

**বিজয়চন্দ্ৰ ভাগৱতী**

একো একোজন মানুহৰ জীৱনকথাই, একো একোটা সময়ৰ বাণী কঢ়িয়াই আনে। তেওঁলোকৰ জীৱনৰ কামৰ মাজেদি একোটা মহান আদৰ্শ কাৰ্যকৰী কৰাৰ প্ৰণালী বাস্তৱ ৰূপত দেখিবলৈ পোৱা যায়। এনে লোকসকলৰ বিশেষ এজন হিচাপে ডাঃ কনকচন্দ্ৰ বৰুৱাই এখন উচ্চ স্থান অধিকাৰ কৰি আছে।

মহাত্মা গান্ধীয়ে দিয়া আহ্বান অনুসৰি ডাঃ বৰুৱাই কলেজ বৰ্জন কৰি ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দিছিল। সেইদিনা সমগ্ৰ ভাৰততে নিভৃত কোণত বসবাস কৰা লোকসকলক লৈ দেশমাতৃকাৰ শৃংখল মোচনৰ কাৰণে জনসমুদ্ৰত ঢৌৰ ওপৰত ঢৌ উঠিছিল। পুৰুষৰ লগতে আইসকলেও সেই আন্দোলনত সমানে ভাগ লৈছিল। ছাত্ৰ আৰু যুৱক যিসকলে সেই আন্দোলনত যোগ দিছিল তেওঁলোকৰ ওপৰত গাঁৱে-ভূঞে গণ সংগঠনৰ দায়িত্ব দিয়া হৈছিল। তাৰ উপৰি তেওঁলোকক গঠনমূলক কামৰো ভাৰ দিয়া হৈছিল। অসমত সেই সময়ত মহাত্মা গান্ধীৰ পৰামৰ্শ মতে ৰাজনৈতিক আন্দোলনৰ মাজতে ৰাজনৈতিক আন্দোলনৰে প্ৰধান এটা কাম হিচাপে কানি বন্ধৰ আঁচনি হাতত লোৱা হৈছিল। ১৯২১-২২ চনৰ এবছৰৰ ভিতৰতে সেই চেষ্টাৰ ফলত অসমত চৰকাৰী কানি দোকানত ৬০০ মোনৰো ওপৰ কানিৰ বিক্ৰী কমি গৈছিল। ৰাজনৈতিক আন্দোলনৰ মাজত এনে এটা ৰচনাত্মক কাম হাতত লোৱা আৰু সফল কৰাটো এটা অভূতপূৰ্ব কাম। ডাঃ কনকচন্দ্ৰ বৰুৱাই কলেজ বৰ্জন কৰি আন্দোলনত যোগ দিয়াৰ লগে লগে এই কামবিলাকত দেহ-কেহে লাগিছিল। তেওঁ তেতিয়াৰ দিনত স্বীকৃতি পোৱা হিচাপে এজন নিষ্ঠাবান কৰ্মী বুলি জনা গৈছিল।

অসহযোগ আন্দোলনত ডা ঃ বৰুৱাই কেবামাহো জেল খাটে।

১৯২২ চনত অসহযোগ আন্দোলন স্থগিত হোৱাৰ পিছত ডাঃ বৰুৱাই মহাত্মা গান্ধী জেলত থকা অৱস্থাত গান্ধীজীৰ আদৰ্শৰ কেন্দ্ৰ হিচাপে গুজৰাটত গঢ়ি উঠা

সবৰমতী আশ্ৰমলৈ গৈছিল আৰু তাত কিছুদিন আছিল। এনেকৈ ডাঃ বৰুৱাই মহাত্মাৰ আদৰ্শ আৰু কাৰ্য-প্ৰণালীৰ সম্যক উপলব্ধি কৰিছিল বুলি ভাবিব পাৰি।

ডাঃ বৰুৱাৰ জীৱনলৈ চাই ক'ব পাৰি যে তেওঁ যি ক্ষেত্ৰতেই যি কামেই নকৰক কিয়, যি ৰাজনৈতিক দলতেই তেওঁ নেথাকক কিয়, তেওঁ মূলতেই আছিল গান্ধীবাদী আদৰ্শত অনুপ্ৰাণিত এজন সেৱাব্ৰতী লোক।

১৯২১ চনতে অসহযোগ আন্দোলনৰ ধ্যান-ধাৰণাৰে গঢ়ি উঠা ডাঃ বৰুৱাই চিকিৎসা বিজ্ঞানত নানাভাৱে প্ৰশিক্ষণ লোৱাৰ পিছত সেই বিদ্যা ব্যৱসায় হিচাপে লোৱা নাছিল। সেই বিদ্যা তেওঁ ৰোগাক্ৰিষ্টসকলৰ সেৱাৰ কামত লগাইছিল। ডাঃ বৰুৱাৰ প্ৰেৰণাৰ স্থল আছিল তেওঁৰ ককায়েক লোকপ্ৰিয় ডাঃ ভুৱনেশ্বৰ বৰুৱা। কিন্তু সকলো প্ৰতিভাশালী লোকৰ দৰে এওঁলোক দুজনৰে বুদ্ধিমত্তাৰ আৰু অৱদানৰ স্বকীয় বৈশিষ্ট্য আছিল। হয়তো এজন আছিল আনজনৰ পৰিপূৰক।

ডাঃ কনকচন্দ্ৰ বৰুৱাৰ যুগমীয়া কীৰ্তি হ'ল, নানা অসুবিধাৰ মাজতো বন্ধুবৰ্গৰ সহযোগত অশেষ চেষ্টা কৰি গঢি তোলা গুৱাহাটীৰ ডাঃ ভুৱনেশ্বৰ বৰুৱা কেন্সাৰ অনুষ্ঠানটো। জীৱনৰ শেষলৈকে তেওঁ এই অনুষ্ঠানৰ কামত একেৰাহে যেনেকৈ লাগি আছিল তেনে দৃষ্টান্ত বিৰল।

থাপমাৰি বহুতো কামত লাগি আধৰুৱা কৰি ৰখাতকৈ এটা অতি প্ৰয়োজনীয় কামত একেৰাহে লাগি থাকি তাৰ ভেটি সুদৃঢ় কৰাৰ অতি প্ৰয়োজনীয় দিশটোৰ ওপৰত ডাঃ কনকচন্দ্ৰ বৰুৱাই গঠনমূলক কামৰ প্ৰণালীত এটা আৰ্হি ৰাখি গৈছে।

ডাঃ কনকচন্দ্ৰ বৰুৱাক মই ব্যক্তিগতভাৱে জানিবৰ সুযোগ পাইছিলো। তেওঁৰ ওচৰলৈ চিকিৎসাৰ কাৰণে দুবাৰমান বেমাৰী লৈও আহিছিলো। তেওঁক এজন সৰবৰহী আৰু আদৰ্শ ভদ্ৰলোক হিচাপেই মই জানিছিলো। তেওঁৰ সহৃদয়তাই মোক সদায়েই মুগ্ধ কৰিছিল।

মোৰ আশা আৰু বিশ্বাস, ডাঃ কনকচন্দ্ৰ বৰুৱাৰ জীৱনৰ পৰা উঠি অহা পুৰুষে প্ৰেৰণা পাব পাৰিব।

ডাঃ কনকচন্দ্ৰ বৰুৱাৰ স্মৃতিৰ প্ৰতি মই মোৰ শ্ৰদ্ধাৰ অৰ্ঘ্য নিবেদন কৰো।

# ডাঃ কনকচন্দ্ৰ বৰুৱাৰ সমাজবাদী চিন্তাধাৰা

**সুৰেন্দ্ৰদেৱ গোস্বামী**

ডাঃ কনক বৰুৱা এজন বিশিষ্ট চিকিৎসক আৰু গঠনমূলক কৰ্মী হিচাপে জনগণৰ ওচৰত সুপৰিচিত। তেখেত এজন ভাল খেলুৱৈ আৰু খেল সংগঠক হিচাপেও পৰিচিত। চাবুৱাৰ এটি প্ৰখ্যাত পৰিয়ালত জন্ম গ্ৰহণ কৰা আৰু দেশমাতৃকাৰ সেৱাত আত্মনিয়োগ কৰা পৰিয়াল এটাৰ সন্তান হিচাপে ডাঃ কনক বৰুৱাই সকলো পৰম্পৰা ৰক্ষা কৰি নিজৰ ব্যক্তিত্ব আৰু আদৰ্শ বজাই ৰাখিবলৈ সক্ষম হৈছিল। স্বাধীনতা আন্দোলনৰ এটা উত্তাল তৰঙ্গৰ দৰে বিকশিত হৈ সমাজবাদী চিন্তাধাৰাত নিজকে সঁপি দি কংগ্ৰেছ পৰিয়াল এটিত আলোড়নৰ সৃষ্টি কৰিছিল। তাৰ বাবে পৰিয়ালটিত কোনো বিভেদৰ সৃষ্টি হোৱা নাছিল। আদৰ্শগত চিন্তাধাৰাত পৰিয়ালটিত সুস্থ আৰু শুদ্ধ গণতান্ত্ৰিক বাতাবৰণৰ উৎকৰ্ষ সাধনত সহায়ক হৈছিল। লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱা অসমত কংগ্ৰেছৰ লাইখুটা মানৱদৰদী লোকবন্ধুই সৰু ভায়েক চছিয়েলিষ্ট পাৰ্টিত যোগদান কৰা জানি খং খোৱা নাছিল, বৰং আদৰ্শ চৰিতাৰ্থ কৰাৰ বাবে আগবাঢ়ি যাবলৈ উদগনি যোগাইছিল।

ডাঃ বৰুৱাৰ সমাজবাদী চিন্তাধাৰাৰ উদ্ৰেক হোৱাৰ মূলতে আছিল পণ্ডিত জৱাহৰলাল নেহৰুৰ দুমুখীয়া তোষামোদী নীতি। নিজকে সমাজবাদী বুলি দেখুৱাবলৈ গৈ ছোভিয়েট ইউনিয়নৰ লগত তেওঁ হলিগলি কৰা আৰম্ভ কৰি দিলে, কিন্তু কাৰ্যতঃ দেশী-বিদেশী পুঁজিপতিৰ ওচৰত দেশৰ অৰ্থনীতিক সঁপি দিলে। ফলত কমিউনিষ্টসকলৰ পৰা বিশ্বৰ শান্তি প্ৰতিষ্ঠাপক বুলি বাঃ বাঃ পালে। মিশ্ৰ অৰ্থনীতিৰ প্ৰয়োগ কৰি বিদেশী ঋণৰ ওপৰত গুৰুত্ব দি দেশৰ সম্পদৰাজিক অৱহেলা কৰিবলৈ ধৰিলে। ফলত দেশৰ ভিতৰত পুঁজি গঠনৰ প্ৰচেষ্টা পৰিত্যাগ কৰা হ'ল। ডাঃ কনক বৰুৱাই এই কথাৰ বাবে পণ্ডিত নেহৰুৰ ওপৰত বিশ্বাস হেৰুৱাইছিল। ডাঃ বৰুৱাই কথা প্ৰসঙ্গত প্ৰায়ে কৈছিল যে নেহৰুৱে অদূৰ ভৱিষ্যতত দেশৰ অৰ্থনীতিক বিকলাঙ্গ কৰিব। আজিৰ ভাৰতৰ লোকলগা অৰ্থনীতিৰ মূলতে আছিল পণ্ডিত নেহৰুৰ ভুল অৰ্থনীতি। সমাজতান্ত্ৰিক আহিত

পঞ্চবাৰ্ষিক পৰিকল্পনাৰ চিন্তাধাৰাৰে উৎসাহিত হৈ দেশ গঢ়াৰ প্ৰচেষ্টা প্ৰশংসনীয় যদিও প্ৰকৃতাৰ্থত ভাৰতত বৈজ্ঞানিক ভিত্তিত পঞ্চবাৰ্ষিক পৰিকল্পনাবোৰ গঢ়ি নুঠাত আৰু বিশেষকৈ জনশক্তি আৰু শুদ্ধ পৰিসংখ্যাৰ ওপৰত গুৰুত্ব নিদিয়া বাবে, পৰিকল্পনাৰ সুফল জনগণে উপভোগ কৰিব পৰা নাই। ভাৰতৰ সমাজবাদীসকলৰ লগত পণ্ডিত নেহৰুৰ এইখিনিতেই পাৰ্থক্য আছিল।

ডাঃ বৰুৱাৰ সমসাময়িক ৰাজনীতি সম্পৰ্কে যথেষ্ট অধ্যয়ন আছিল। তেখেতৰ লগত আলোচনা কালত তেখেতৰ অধ্যয়নপুষ্ট মনৰ চিনাকি ভালদৰে প্ৰকাশ পাইছিল।

ডাঃ কনক বৰুৱাৰ ৰাজনৈতিক চিন্তাধাৰা অতি পৰিষ্কাৰ আছিল। আচাৰ্য নৰেন্দ্ৰদেৱ, ডাঃ ৰামমনোহৰ লোহিয়া, লোকনায়ক জয়প্ৰকাশ নাৰায়ণ, অচ্যুত পট্টবৰ্দ্ধন, ইউছুফ মেহেৰালি, এন জি গোৰে, প্ৰেম ভাষিণ আদি ছচিয়েলিষ্ট নেতাসকলৰ প্ৰতি তেখেতৰ গভীৰ শ্ৰদ্ধা আছিল।

ডাঃ বৰুৱাই শ্ৰেণী বৈষম্যৰ বিৰুদ্ধে শ্ৰেণী-সংগ্ৰাম ৰণনীতি কিমান দূৰ কৃতকাৰ্য হ'ব সেই বিষয়ত সন্দিহান আছিল, বিশেষকৈ ভাৰতীয় পৰিস্থিতিত, য'ত অস্ত্ৰসংগ্ৰামৰ প্ৰশ্ন উঠিব নোৱাৰে। মহাত্মা গান্ধীৰ নিৰ্দেশিত পথ সত্যাগ্ৰহী নীতিৰ বাহিৰে ভাৰতৰ গণতান্ত্ৰিক আন্দোলন কৃতকাৰ্য হ'ব নোৱাৰে। বিচিত্ৰ ভাৰতবৰ্ষৰ বিচিত্ৰ জনগণৰ আশা-আকাঙ্ক্ষা পূৰণৰ বাবে সত্যাগ্ৰহী নীতিয়েই শ্ৰেষ্ঠতম উপায়। ডাঃ বৰুৱাই প্ৰজা ছচিয়েলিষ্ট পাৰ্টিৰ "গয়া থেছিছ"খনৰ প্ৰতি পূৰ্ণ আস্থা প্ৰকাশ কৰিছিল। তেখেতে কথা প্ৰসঙ্গত কৈছিল : চাণক্যৰ দেশত গয়া থেছিছে ত্ৰিবেণী সঙ্গম হিচাপে কাম কৰিব পাৰিব। আনহাতে তেখেতে অশোক মেহতাৰ Compulsions of backward Economy- ৰ প্ৰতি অকণো আগ্ৰহ দেখুওৱা নাছিল। বিশিষ্ট অৰ্থনীতিবিদ হিচাপে অশোক মেহতা দল তথা দেশৰ এজন আগশাৰীৰ অৰ্থনীতিবিদ আছিল যদিও তেখেতৰ এই তত্ত্বই দেশৰ পিছপৰা অৰ্থনীতিক সকাহ দিব নোৱাৰিব।

ডাঃ বৰুৱাই প্ৰায়ে আক্ষেপ কৰি কৈছিল যে নেহৰু আৰু দেশৰ পুঁজিপতি গোষ্ঠীয়ে ভাৰতবৰ্ষত এটা বিকল্প ৰাজনৈতিক শক্তি বা বিৰোধী দল সৃষ্টি হ'বলৈ নিদিলে। ভাৰতবৰ্ষৰ গণতান্ত্ৰিক পৰম্পৰা আৰু গাঁথনি সবল কৰাত তেওঁ গুৰুত্ব আৰোপ কৰিছিল। সেয়ে এটা শক্তিশালী বিৰোধী দলৰ প্ৰয়োজনীয়তাত খুউব জোৰ দিছিল। কাৰণ পণ্ডিত নেহৰুৱে দেশত বিৰোধী দলসমূহ নিঃশেষ কৰাৰ বাবে যি কৌশল অৱলম্বন কৰিছিল, ডাঃ বৰুৱাই সেয়া সমৰ্থন কৰিব পৰা নাছিল. উদাহৰণস্বৰূপে আচাৰ্য নৰেন্দ্ৰদেৱে যেতিয়া ছ'চিয়েলিষ্ট পাৰ্টি গঠন কৰে, তেতিয়া আচাৰ্যই উত্তৰ প্ৰদেশ বিধানসভাৰ সদস্যপদ এৰি দিয়ে। ইয়াৰ কাৰণ দল সলনি কৰি নতুন দলত যোগদান কৰিলে নিৰ্বাচিত সকলো নিকায়ৰ পৰাই পদত্যাগ

কৰাটো এটা গণতান্ত্ৰিক পৰম্পৰা হোৱাটো উচিত বুলি ভাবিয়েই, আচাৰ্য নৰেন্দ্ৰদেৱে দেশবাসীৰ সন্মুখত এই আদৰ্শ দাঙি ধৰিছিল। কিন্তু পণ্ডিত নেহৰুৱে এই আদৰ্শৰ ওপৰত কুঠাৰঘাত কৰি জধে-মধে দলত্যাগত উদগণিহে যোগাইছিল।

নিয়মানুৱৰ্তিতা ডাঃ বৰুৱাৰ জীৱনৰ এটা আদৰ্শ আছিল। নীতি-নিয়ম মানি চলাৰ ক্ষেত্ৰত তেখেত অতি কঠোৰ আছিল। এটি উদাহৰণ দাঙি ধৰিলো : হৰেশ্বৰ গোস্বামী যেতিয়া ছ'চিয়েলিষ্ট পাৰ্টিৰ সভাপতি আছিল, তেতিয়া ডাঃ বৰুৱা এবাৰ কোষাধ্যক্ষ আছিল। কিবা এটা কাৰণত টকাৰ প্ৰয়োজন হোৱাত হৰেশ্বৰ গোস্বামীয়ে পুষ্প চৌধুৰীক (সৰুবাপ) ডাঃ বৰুৱাৰ পৰা এহেজাৰ টকা আনিবলৈ পঠালে। কিন্তু কোনো চিঠিপত্ৰ নিদিলে। সৰুবাপে আহি ডাঃ বৰুৱাক কথাটো কোৱাত ডাঃ বৰুৱাই ক'লে, "তুমি হৰেশ্বৰৰ পৰা চিঠি এখন আনা। মই তোমাক ভালদৰে চিনি পাওঁ। তুমি পাৰ্টিৰ সদস্য আৰু তোমাৰ কথা মই বিশ্বাস কৰিছো। কিন্তু এটা নিয়মৰ কথা আছে নহয়।" সৰুবাপে উভতি গৈ হৰেশ্বৰ গোস্বামীক কথাটো ক'লেগৈ। তেতিয়া চিঠি এখন লিখি দিলে। লগে লগে টকা এহেজাৰ দি পঠালে। এই কথাই স্পষ্টভাৱে প্ৰমাণ কৰে যে ৰাজহুৱা অনুষ্ঠান আদিত হিচাপ আদি ৰখাৰ ক্ষেত্ৰত ডাঃ বৰুৱাই কিমান নিয়ম-নীতি মানি চলিছিল।

আন এটি কথা। ডাঃ বৰুৱাই সকলো ক্ষেত্ৰতে সময়ানুৱৰ্তিতা মানি চলিছিল। দলৰ সভাবোৰত চাৰি বজাত সময় দিলে পাঁচ বজাতহে আৰম্ভ হয়। ডাঃ বৰুৱা সদায় এই বিষয়ত সজাগ আছিল। নিৰ্দিষ্ট সময়ত উপস্থিত হৈ বহু সময়ত সভাৰ কাম আৰম্ভ হোৱাৰ আগতে উভতিছিল। ইয়াকেই Indian punctuality আখ্যা দিয়া হৈছিল আৰু ডাঃ বৰুৱাই এই Indian punctualityক বৰ বেয়া পাইছিল।

ডাঃ বৰুৱাৰ এখন অষ্টিন মটৰ আছিল। সেই সময়ত পাৰ্টিৰ আন কোনো সদস্যৰ গাড়ী নাছিল। আনকি হৰেশ্বৰ গোস্বামীৰো। সৰ্বভাৰতীয় নেতাসকলেও তেতিয়া ৰেলেৰেহে ভ্ৰমণ কৰিছিল। হয় গুৱাহাটী ৰেল ষ্টেচন, নহয় পাণ্ডুৰ পৰা সৰ্বভাৰতীয় নেতাসকলক আনিব লগা হৈছিল। ডাঃ বৰুৱাই এই বিষয়ত গাড়ীৰে অনা-নিয়া কৰাত যথেষ্ট সহায় কৰিছিল। গুৱাহাটীৰ ভিতৰত সৰ্বভাৰতীয় নেতাসকলক ঘূৰা-মেলা কৰাতো ডাঃ বৰুৱাৰ গাড়ীখন ব্যৱহাৰ কৰা হৈছিল। পঞ্চাশ-ষাঠিৰ দশকত দলৰ কৰ্মীসকলে কঠোৰ পৰিশ্ৰম কৰি দলৰ সংগঠন কৰিছিল। এজন মানুহে এবাৰ ছ'চিয়েলিষ্ট পাৰ্টিৰ সদস্য হ'লে তেওঁ আজীৱন ছ'চিয়েলিষ্ট হৈয়ে আছে— এনে লোক আজিকালিও পাৰে-ভূৰে লগ পোৱা যায়। আদৰ্শৰ বাবেই এইসকল লোক আজিও বাচি আছে। গণতান্ত্ৰিক সমাজবাদ প্ৰতিষ্ঠাৰ হকে শ্ৰেণী বৈষম্যৰ বিৰুদ্ধে শ্ৰেণী সংগ্ৰাম গঢ়ি তোলাৰ বাবে এইসকল লোকৰ চৰম ত্যাগৰ তুলনা নাই। ডাঃ বৰুৱাই ১৯৬২ চনৰ নিৰ্বাচনত এনে বহু লোক লগ পাইছিল যিসকলে স্বতস্ফূৰ্তভাৱে প্ৰয়োজনীয় সময়ত দলৰ কাম

কৰিছিল। দলৰ প্ৰতি আনুগত্যৰ এয়া চৰম নিদৰ্শন। আজিৰ মানুহে এইবোৰ কথা ভাবিবই নোৱাৰে।

১৯৬২ চন। নিৰ্বাচনৰ প্ৰাক মুহূৰ্তত প্ৰজা ছ'চিয়েলিষ্ট পাৰ্টিৰ জয়জয় ময়ময় অৱস্থা। অসমীয়া মানুহে সেইবাৰ প্ৰজা ছ'চিয়েলিষ্টক সমৰ্থন কৰাৰ এটা স্পষ্ট ইংগিত পোৱা গৈছিল। দলসমূহে নিৰ্বাচনৰ দিন ওচৰ চাপি অহাৰ লগে লগে প্ৰাৰ্থী বাছনিত মনোনিবেশ কৰিবলৈ ধৰিলে। পি এছ পি দলৰ পৰা গুৱাহাটী সমষ্টিত কোন প্ৰাৰ্থী হ'ব সেই লৈ বহু গুণা-গৰ্থা হ'বলৈ ধৰিলে। ভাষা আন্দোলনৰ সময়ত দলৰ গঠনমূলক আৰু ইতিবাচক দৃষ্টিভংগীৰ বাবে দলৰ ভাৱমূৰ্তি জনমানসত উজ্জ্বল হৈ আছিল। পি এছ পি দলৰ বাবেই যে অসমত ৰাজ্যভাষা অসমীয়া হ'ল সেই সম্বন্ধে অসমীয়া লোকৰ মাজত উচ্চ ধাৰণাৰ সৃষ্টি হৈছিল। সেয়ে দলৰ ফালৰ পৰা এজন নিকা আৰু চৰিত্ৰৱান মানুহ প্ৰাৰ্থী হিচাপে দিব লাগে, এয়া অতি জটিল কাম আছিল।

বহু আলোচনাৰ পিছত আমাৰ দলৰ সিদ্ধান্ত হ'ল, গুৱাহাটী সমষ্টিত ডাঃ বৰুৱাই প্ৰতিদ্বন্দ্বিতা কৰিব। ডাঃ বৰুৱাই বহু আপত্তি কৰিছিল। কিন্তু সেই আপত্তিবোৰ নৰজিল। বাধ্য হৈ ডাঃ বৰুৱাই মনোনয়ন পত্ৰ দাখিল কৰিলে। এজন অতি সৎ লোক বুলি পৰিচিত ডাঃ বৰুৱাই নিৰ্বাচনটোক নিষ্ঠাসহকাৰে ল'লে। নিৰ্বাচনী প্ৰচাৰ অভিযানত মই ডাঃ বৰুৱাৰ লগত অনবৰত কাম কৰিব লগা হৈছিল। তেখেতৰ লগত ঘূৰি-পকি মই পতিয়ন গৈছিলো যে গুৱাহাটী সমষ্টিৰ লগতো তেখেতৰ ভাল চিনাকি আছিল। মই আচৰিত হৈছিলো, ডাঃ বৰুৱাই ইমান ভালদৰে মানুহবোৰক কেনেকৈ জানিব পাৰিছিল। আন এটি কথা মই লক্ষ্য কৰিছিলো— ডাঃ বৰুৱাই নিৰ্বাচনী অভিযানত যাওঁতে সদায় চাৰি-পাঁচজন মানুহৰ বাবে জা-জলপানৰ যোগাৰ লগত লৈ গৈছিল। এনে কৰাৰ অৰ্থ হ'ল কাৰোবাৰ ঘৰত খাবলৈ হ'লে সময়ৰ অপচয় ঘটে, অযথা সময় খোৱাৰ বাবেই বহি কটাব লগা হয়। সেই সময়ত আজিকালিৰ দৰে বাটে-পথে চাহ-দোকান আদি নাছিল। এই প্ৰথা মই ডাঃ বৰুৱাৰ পৰাই প্ৰথমতে শিকো।

নিৰ্বাচনী সভাবোৰত ডাঃ বৰুৱাই বিপক্ষ দলৰ প্ৰাৰ্থীসকলৰ বিৰুদ্ধে কোনো বদনাম কৰা নাছিল। দলগত আদৰ্শৰ ওপৰতেই তেখেতৰ বক্তৃতা সীমাবদ্ধ আছিল। এই কথাই তেখেতৰ গণতান্ত্ৰিক কাৰ্য-পদ্ধতিৰ বিকাশৰ ক্ষেত্ৰত যথেষ্ট অৰিহণা যোগাইছিল। নিৰ্বাচন মুক্ত আৰু শুদ্ধ হ'ব লাগিলে ডাঃ বৰুৱাই দেখুৱাই দিয়া পথ একমাত্ৰ শুদ্ধ পথ হ'ব। সকলোৰে এই কথা বোধগম্য হ'ব বুলি আশা কৰা হ'ল। ডাঃ বৰুৱাই নিৰ্বাচনত হাৰিলে সঁচা, কিন্তু আদৰ্শ আৰু গণতান্ত্ৰিক পৰম্পৰা ৰক্ষা কৰাত তেখেত এজন অগ্ৰণী লোক আছিল। ডাঃ বৰুৱা প্ৰচাৰমুখী নাছিল। নিজৰ আদৰ্শ, কৰ্তব্যনিষ্ঠা বজাই ৰাখি নীৰৱেই কাম কৰি গৈছিল। উত্তেজনাৰ বশৱৰ্তী কোনো দিনে হোৱা নাছিল। এনে এজন লোক আজি আমাৰ মাজত নাই। তেখেতৰ স্মৃতিৰ প্ৰতি সশ্ৰদ্ধ প্ৰণাম আৰু শ্ৰদ্ধাঞ্জলি আগবঢ়ালো।

# ডাঃ কনকচন্দ্ৰ বৰুৱা ঃ এগৰাকী কৰ্মযোগী

**শৰৎচন্দ্ৰ সিংহ**

ডাঃ কনকচন্দ্ৰ বৰুৱাৰ কথা লিখিবলৈ ওলালেই তেওঁৰ অক্ষয়-কীৰ্তিমণ্ডিত এটা অনুষ্ঠানৰ কথা মনলৈ আহে। সেই অনুষ্ঠানটো এটা কেন্সাৰ ইনষ্টিটিউট। এই ইনষ্টিটিউটৰ লগত তেওঁ ওতপ্ৰোতভাৱে জড়িত। অসমৰ বিচক্ষণ ৰাজনীতিবিদ, সুদক্ষ চিকিৎসক, দৰিদ্ৰ জনগণৰ নেতা আৰু বন্ধু ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ নামত এই অনুষ্ঠানটো পতা হৈছিল। ডাঃ কনকচন্দ্ৰ বৰুৱা ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ ভাযেক। ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ প্ৰেৰণাত তেওঁ ডাক্তৰী পঢ়িবলৈ সিদ্ধান্ত লৈছিল। এই প্ৰসঙ্গত ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ কথা কিঞ্চিত উল্লেখ নকৰিলে ডাঃ কনকচন্দ্ৰ বৰুৱাৰ জীৱনালেখ্য আধৰুৱা হৈ ৰ'ব।

সেই সময়ত ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ সমকক্ষ ডাঙৰ, নামজ্বলা, চিকিৎসা বিদ্যাত পাৰদৰ্শী চিকিৎসক কোনো নাছিল। সকলোৱে তেওঁক শ্ৰদ্ধা কৰিছিল। চিকিৎসক বুলি নহয়, ৰোগীৰ ওচৰত তেওঁ আছিল সাক্ষাৎ ধন্বন্তৰি। ৰোগীয়ে ডাঃ বৰুৱাৰ কাষ চপাৰ লগে লগে ৰোগৰ আধা উপশম হোৱা অনুভূতিৰে অন্তৰত এটা প্ৰশান্তি লাভ কৰিছিল। ডাঃ ভুৱনেশ্বৰ বৰুৱা এনে এগৰাকী ঐশ্বৰিক শক্তিসম্পন্ন চিকিৎসক আছিল। তেওঁৰ ওচৰলৈ অহা প্ৰতিজন ৰোগীয়ে আশ্বস্ত হ'ব পাৰিছিল। ৰোগ যিমানেই কঠিন নহওক কিয়, ডাঃ বৰুৱাই চিকিৎসা কৰিলে ভাল হ'বই, ই আছিল এটা লোকবিশ্বাসৰ দৰে। কিবা ব্যতিক্ৰম হ'লে, সেইটো আছিল ৰোগীৰ বিধিৰ লিখন।

সেই ডাঃ ভুৱনেশ্বৰ বৰুৱা এদিন আমাৰ মাজৰ পৰা নাইকিয়া হ'ল। আমাৰ মাজত আৰু চিকিৎসা জগতত এটি মহাশূন্যতা সৃষ্টি হ'ল। ডাঃ বৰুৱা জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলো লোকৰ অকৃত্ৰিম বন্ধু আছিল। বিশেষকৈ গাঁৱৰ পৰা অহা খেতিয়ক— শ্ৰমিক, দুখীয়া ৰোগী তেওঁৰ ওচৰত চিকিৎসাৰ বাবে আহিলে তেওঁ কেৱল চিকিৎসাৰ বিধান দিয়েই ক্ষান্ত থকা নাছিল। বহুতো ক্ষেত্ৰত

প্ৰয়োজন অনুসৰি ৰোগীৰ পথ্যপাতিও কিনি দিছিল। সেয়ে ৰাইজে তেওঁক লোকবন্ধু আখ্যা দিছিল। এতিয়া তেওঁ লোকবন্ধু বুলিয়েই জনাজাত।

ৰাইজৰ কৃতজ্ঞতা আৰু ভাল পোৱাৰ নিদৰ্শনস্বৰূপে লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাৰ নামত এটি কেন্সাৰ ইনষ্টিটিউট পাতিবলৈ স্থিৰ কৰা হৈছিল। তাৰবাবে ১৯৫৮ চনত ডাঃ ভুবনেশ্বৰ বৰুৱা কেন্সাৰ চোছাইটি গঠন কৰা হৈছিল। বিমলাপ্ৰসাদ চলিহা, মহেন্দ্ৰমোহন চৌধুৰী, ফখৰুদ্দিন আলী আহমেদ প্ৰভৃতি নেতৃবৃন্দৰ উদ্যমত এই চোছাইটি প্ৰতিষ্ঠিত হৈছিল। পিছত ইয়াক ট্ৰাষ্টৰ ৰূপ দিয়া হৈছিল। চোছাইটি পৰিচালনাৰ দায়িত্ব সম্পাদকৰূপে ডাঃ কনকচন্দ্ৰ বৰুৱাৰ ওপৰত অৰ্পিত হৈছিল। সমাজসেৱাৰ আদৰ্শত উদ্বুদ্ধ হৈ সেই সময়ত উত্তৰ-পূব ভাৰতত কেন্সাৰৰ দৰে মাৰাত্মক ৰোগৰ চিকিৎসা ব্যৱস্থাত আগভাগ ল'বলৈ ডাঃ কনকচন্দ্ৰ বৰুৱা আগবাঢ়ি আহিছিল। তেওঁৰ আশাশুধীয়া যত্নৰ ফলত ১৯২৪ চনৰ ছেপ্তেম্বৰত ডাঃ ভুবনেশ্বৰ বৰুৱা কেন্সাৰ ইনষ্টিটিউট স্থাপন কৰা হৈছিল।

ডাঃ কনকচন্দ্ৰ বৰুৱাৰ অহোপুৰুষাৰ্থত কেন্সাৰ ইনষ্টিটিউটৰ কৰ্মক্ষেত্ৰই বিস্তাৰ লাভ কৰাত ১৯৮৬ চনত অসম চৰকাৰে ইনষ্টিটিউটৰ পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰে। ১৯৮৯ চনত নৰ্থ-ইষ্ট কাউঞ্চিল আৰু ভাৰতৰ এটমিক এনাৰ্জী বিভাগে অসম চৰকাৰৰ লগত লগ লাগি এই কেন্সাৰ ইনষ্টিটিউটৰ আধুনিকতম ব্যৱস্থাপনা আৰু বিকাশ সাধন কৰিবলৈ দায়িত্ব গ্ৰহণ কৰিছে। ডাঃ কনকচন্দ্ৰ বৰুৱাই এই ইনষ্টিটিউট স্থাপন কৰোঁতে যি সপোন দেখিছিল, আজি সি বাস্তৱত ৰূপায়িত হ'বলৈ ওলাইছে। ডাঃ ভুবনেশ্বৰ বৰুৱা কেন্সাৰ ইনষ্টিটিউট কেৱল উত্তৰ ভাৰততেই নহয়, দেশত এটি উৎকৃষ্টতৰ চিকিৎসা কেন্দ্ৰলৈ উন্নীত হ'ব। অদূৰ ভৱিষ্যতত ডাঃ ভুবনেশ্বৰ বৰুৱা কেন্সাৰ ইনষ্টিটিউট হন্তাকাৰী কেন্সাৰ ৰোগৰ চিকিৎসা, সেৱা আৰু নিৰাময়ৰ প্ৰসিদ্ধ পীঠভূমি আৰু নিৰাশ ৰোগীৰ আশাৰ বন্তি ৰূপে খ্যাতি লাভ কৰিব। ই দূৰদৃষ্টিসম্পন্ন ডাঃ কনকচন্দ্ৰ বৰুৱাৰ এটি অক্ষয় কীৰ্তি।

আগৰ দিনত যক্ষ্মা এটা মাৰাত্মক ৰোগ আছিল। যাৰ হয় যক্ষ্মা, তাৰ নাই ৰক্ষা, এনেকুৱা এটা ধাৰণা আছিল। সেই সময়ত লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নামত যক্ষ্মা হাস্পতাল পতা হৈছিল। বহুতো প্ৰতিবন্ধক অতিক্ৰম কৰি যক্ষ্মা ৰোগৰ চিকিৎসাৰ ক্ষেত্ৰত গোপীনাথ বৰদলৈ হাস্পতালে উল্লেখযোগ্য সাফল্য লাভ কৰে। পিছত যক্ষ্মাৰোগৰ উৎকৃষ্টতৰ চিকিৎসা ব্যৱস্থা হয় আৰু ৰোগৰ নিৰাময় সুগম হয়।

তেতিয়া কেন্সাৰ মাৰাত্মক, হন্তাকাৰী ৰোগ। উত্তৰ-পূব ভাৰতত দুখীয়া ৰোগীয়ে সুদূৰ বোম্বাই, দিল্লী, মাদ্ৰাজ আদি ঠাইলৈ গৈ ব্যয় সাপেক্ষ চিকিৎসা ব্যৱস্থা কৰা কিমান কঠিন কাম আছিল ই সহজে অনুমেয়। এনে এটি মাৰাত্মক ৰোগৰ নিৰাময় কৰিব পৰা উত্তৰ-পূব ভাৰতৰ গুৱাহাটীত কেন্সাৰ ইনষ্টিটিউট

স্থাপন আৰু তেতিয়াই তাৰ বাবে আধুনিক যন্ত্ৰপাতি সংগ্ৰহ আৰু বিভিন্ন ব্যৱস্থাপনাত সেই সময়ৰ নেতৃবৃন্দৰ বিশেষকৈ ডাঃ কনকচন্দ্ৰ বৰুৱাৰ দূৰদৃষ্টি আৰু চিন্তাশীল মনৰ পৰিচয় পোৱা যায়। ডাঃ কনকচন্দ্ৰ বৰুৱাই আন একো নকৰিলেও কেৱল ডাঃ ভুৱনেশ্বৰ বৰুৱা কেন্সাৰ ইনষ্টিটিউটৰ বাবে তেওঁ যি অৱদান আগবঢ়াইছিল, তাৰ বাবেই তেওঁ অমৰ হৈ থাকিলেহেঁতেন।

## ডাঃ বৰুৱাৰ প্ৰতিভা

কিন্তু বিভিন্ন দিশত ডাঃ কনকচন্দ্ৰ বৰুৱাৰ প্ৰতিভা বিকশিত হৈ পৰিছিল। চিকিৎসাৰ বাহিৰেও ভাৰতৰ স্বাধীনতা যুঁজত তেওঁৰ উল্লেখযোগ্য অৱদান আছিল। ৰাজনীতি, ক্ৰীড়া, সমাজসেৱা আদি বিভিন্ন ক্ষেত্ৰত তেওঁ যি বৰঙণি আগবঢ়াইছিল তাৰ বাবে তেওঁ প্ৰভূত প্ৰশংসা অৰ্জন কৰিছিল।

কটন কলেজত তেতিয়া ডাঃ কনকচন্দ্ৰ বৰুৱা বি-এছ-ছি চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। ১৯২১ চনত অসহযোগ আৰু আইন অমান্য আন্দোলন আৰম্ভ হ'ল। ডাঃ বৰুৱাই কলেজ এৰি আন্দোলনত জঁপিয়াই পৰিল। তেতিয়া কংগ্ৰেছ কৰ্মীসকলে গাৱঁলৈ যাব লাগিছিল। বৃটিছ সাম্ৰাজ্যবাদী চৰকাৰৰ বিৰুদ্ধে অসহযোগ আৰু আইন অমান্য আন্দোলনৰ প্ৰকৃত তাৎপৰ্য ৰাইজক বুজাই দিব লাগিছিল। কৰ্মীসকল গাঁৱলৈ গৈ ৰাইজৰ লগত থাকি স্বাধীনতাৰ বাণী প্ৰচাৰ কৰিব লাগিছিল। বৃটিছৰ বিৰুদ্ধে যুঁজখন আছিল অহিংসা যুঁজ। ৰাইজৰ জাগৰণ, অসহযোগ আৰু আইন অমান্যত ৰাইজৰ সহঁাৰিৰ ওপৰত আন্দোলনৰ কৃতকাৰ্যতা নিৰ্ভৰ কৰিছিল।

ডাঃ বৰুৱা তেতিয়া স্বাধীনতা যুঁজৰ অগ্ৰণী সেনানী। মহাত্মা গান্ধীৰ ভলণ্টিয়াৰ। কংগ্ৰেছ কৰ্মীসকল তেতিয়া গাঁৱত গান্ধীৰ ভলণ্টিয়াৰ নামেৰে অধিক জনাজাত আছিল। ডাঃ বৰুৱা তেতিয়া কংগ্ৰেছৰ প্ৰচাৰ কাৰ্যত নিজৰ জিলা উত্তৰ লক্ষীমপুৰলৈ যাব লগা হৈছিল। ডিব্ৰুগড় আৰু ওচৰ চুবুৰীয়া ঠাইত কাৰ্যৰত অৱস্থাত ডাঃ বৰুৱাক গ্ৰেপ্তাৰ কৰা হৈছিল। বিচাৰত ১৯২২ চনত ডাঃ বৰুৱাৰ তিনি মাহ কাৰাবাস হৈছিল।

কাৰা মুক্তিৰ পিছত ডাঃ বৰুৱাক আৰু দুগৰাকী সহকৰ্মীৰ সৈতে মহাত্মা গান্ধীৰ সবৰমতী আশ্ৰমলৈ পঠোৱা হৈছিল। এগৰাকী আছিল শ্ৰীকৈলাশ প্ৰধানী আৰু আন এগৰাকী আছিল ইন্দ্ৰেশ্বৰ শৰ্মা। অহিংস যুঁজত জয়লাভ কৰিবলৈ হ'লে, গাওঁবিলাকক অৰ্থনৈতিক, সামাজিক ৰাজনৈতিক আৰু সৰ্বদিশত শক্তিশালী কৰি গঢ়িব লাগিব। তাৰ বাবে মহাত্মা গান্ধীয়ে অৰ্থনীতি, শিক্ষা, সমাজ গঠন, অস্পৃশ্যতা বৰ্জন, সাম্প্ৰদায়িক সম্প্ৰীতি আৰু বুনিয়াদী শিক্ষা আদি বিভিন্ন আঁচনি প্ৰস্তুত কৰিছিল। সবৰমতী আশ্ৰমলৈ যোৱা কংগ্ৰেছ কৰ্মীসকলে এইবোৰ বিষয়ত বিশেষ ব্যুৎপত্তি লাভ কৰিছিল। ছমাহ সবৰমতী আশ্ৰমত থাকি ডাঃ বৰুৱা অসমলৈ উভতি কংগ্ৰেছৰ প্ৰচাৰ অভিযানত আত্মনিয়োগ কৰিছিল।

ভাৰতবৰ্ষত তেতিয়া ৰাজনৈতিক দল দুটাই— এটা ভাৰতীয় জাতীয় কংগ্ৰেছ আৰু আনটো মুছলিম লীগ। হিন্দু মহাসভা আছিল যদিও, কংগ্ৰেছ আৰু লীগেই ৰাজনৈতিক সিদ্ধান্ত নিৰ্ণয় কৰিছিল। কংগ্ৰেছে বিচাৰিছিল অখণ্ড ভাৰতবৰ্ষৰ স্বাধীনতা। মুছলিম লীগে বিচাৰিছিল ভাৰতবৰ্ষক খণ্ডিত কৰি ভাৰত আৰু পাকিস্তানৰ স্বাধীনতা। ভাৰতবৰ্ষ স্বাধীন হল। কিন্তু খণ্ডিত হ'ল। মুছলিম লীগ পাকিস্তান অৰ্জন কৰা এক মাথোঁ ৰাজনৈতিক দল। ভাৰতত সেইদৰে স্বাধীনতাৰ অৰ্জনৰ কৃতিত্ব লাভ কৰা কংগ্ৰেছেই এক মাথোঁ ৰাজনৈতিক দল। স্বাধীনতাৰ পিছত কংগ্ৰেছ দলেই চৰকাৰ গঠন কৰিছিল। তেতিয়া কংগ্ৰেছবিৰোধী লোকেও কংগ্ৰেছত যোগদান কৰা দেখা গৈছিল। সেই সময়ত ডাঃ কনকচন্দ্ৰ বৰুৱাই কংগ্ৰেছ ত্যাগ কৰি চোছিয়েলিষ্ট পাৰ্টিত যোগদান কৰিছিল। সেই পদত্যাগত আছিল নীতি আদৰ্শ আৰু ৰাইজৰ হিত চিন্তাকাৰীৰ কথা। নিজৰ সুখ-সুবিধাৰ কথা নাছিল। এয়ে আছিল তেওঁৰ দৃঢ় ৰাজনৈতিক চৰিত্ৰ।

১৯৫২ চনৰ ছেপ্টেম্বৰত চোছিয়েলিষ্ট পাৰ্টি আৰু কৃষক মজদুৰ প্ৰজা পাৰ্টি লগ লগাই প্ৰজা চোছিয়েলিষ্ট পাৰ্টি গঠন কৰা হৈছিল। চলি থকা অৰ্থনৈতিক আৰু সামাজিক ব্যৱস্থাৰে ভাৰতৰ জনগণৰ কোনো সমস্যাৰ সমাধান কৰিব নোৱাৰি। মৌলিক পৰিৱৰ্তন সাধন কৰিবলৈ এটা বৈপ্লৱিক গতিশীল ব্যৱস্থা ল'ব লাগিব এই উদ্দেশ্য লৈ প্ৰজা চোছিয়েলিষ্ট পাৰ্টি গঠন কৰা হৈছিল। ডাঃ কনকচন্দ্ৰ বৰুৱা সেই প্ৰজা চোছিয়েলিষ্ট পাৰ্টিৰ এগৰাকী সক্ৰিয় সদস্য আছিল। ১৯৬২ চনৰ বিধানসভা নিৰ্বাচনত গুৱাহাটী সমষ্টিৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰিছিল। স্বাধীনতাৰ পিছত হোৱা এইটো তৃতীয় সাধাৰণ নিৰ্বাচন। কংগ্ৰেছৰ ভাৱমূৰ্তি বিশেষ হীন-ডেটি হোৱা নাছিল। ৰাজনৈতিক পৰিস্থিতিও প্ৰতিকূল আছিল। এনে অৱস্থাত নিৰ্বাচনত জয়লাভ কৰিব নোৱাৰিলেও তেওঁৰ ৰাজনৈতিক চিন্তা, নীতি আৰু আদৰ্শই জনগণক আকৃষ্ট কৰিছিল।

ডাঃ কনকচন্দ্ৰ বৰুৱা এগৰাকী মেধাৱী ছাত্ৰ আছিল। ১৯০২ চনত শদিয়াত জন্ম গ্ৰহণ কৰিছিল। শদিয়াত প্ৰাথমিক শিক্ষা সাং কৰি ওখ খাপৰ স্কুলত নাম লগাবলৈ ডিব্ৰুগড়লৈ আহিছিল। ১৯১৮ চনত ডিব্ৰুগড় চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত মেট্ৰিকুলেছন পৰীক্ষাত উত্তীৰ্ণ হৈছিল। তাৰ পিছত কটন কলেজত বি এছ ছি চতুৰ্থ বাৰ্ষিক শ্ৰেণী পাওতেই ১৯২১ চনত স্বাধীনতা যুঁজত জঁপিয়াই পৰিছিল। দুবছৰ মানৰ পিছত ১৯২৪ চনত ডিব্ৰুগড় বেৰী হোৱাইট স্কুলত নাম লগাই আকৌ অধ্যয়নত মন দিছিল। ১৯৩৬ চনত ভিয়েনা বিশ্ববিদ্যালয়ত চিকিৎসা বিজ্ঞানত উচ্চ শিক্ষা লাভ কৰিছিল। তাৰ পৰা উভতি আহি ১৯৩৮ চনত গুৱাহাটীত নিজা ৰবীয়াকৈ চিকিৎসা কাৰ্য আৰম্ভ কৰিছিল। ১৯৯২ চনত আমি তেওঁক হেৰুৱালোঁ।

ডাঃ কনকচন্দ্ৰ বৰুৱা এগৰাকী পাকৈত খেলুৱৈ আছিল। ফুটবল, হকী, টেনিছ প্ৰভৃতি বিবিধ প্ৰকাৰ খেলত তেওঁ পাৰদৰ্শী আছিল। অসমত ক্ৰিকেট খেল সংগঠনত তেওঁ আগভাগ লৈছিল। তেওঁ অসম ক্ৰিকেট এছোচিয়েছনৰ উপ-সভাপতি আছিল। টেবুল টেনিছ সংগঠন কৰিছিল আৰু তাৰ সভাপতি আছিল। গুৱাহাটিত স্থাপিত হোৱা ইণ্ডিয়া ক্লাবৰ এগৰাকী প্ৰতিষ্ঠাতা আছিল। তদুপৰি তেওঁ বিভিন্ন ক্ৰীড়া অনুষ্ঠানলৈ সক্ৰিয় সহযোগ আগবঢ়াইছিল। সেই সংগঠনবোৰৰ যোগেদি অসমৰ ক্ৰীড়া জগতৰ পৰিসৰ বৃদ্ধি কৰিছিল। তেতিয়া ক্ৰীড়া সংগঠন কৰা ইমান সহজ নাছিল। যাতায়াত, যান-বাহন যোগাযোগ আদিৰ অসুবিধা সত্ত্বেও ডাঃ বৰুৱাই অসমত ক্ৰীড়া সংগঠন কৰি প্ৰতিযোগিতা পাতি আৰু প্ৰদৰ্শনী আদিৰ দ্বাৰা ক্ৰীড়াৰ উন্নয়ন সাধনত আগভাগ লৈছিল।

লোকপ্ৰিয় গোপীনাথ বৰদলৈ চেষ্ট হাস্পতাল, উত্তৰ-পূৰ ভাৰতৰ এটি আপৰুগীয়া সম্পদ। যক্ষ্মা ৰোগাক্ৰান্ত হৈ জীৱনৰ আশা এৰি পেলোৱা নিৰাশ ৰোগীৰ আশাৰ স্থল। এতিয়া ই এটি উৎকৃষ্ট চিকিৎসা সেৱা কেন্দ্ৰৰূপে গঢ় লৈ উঠিছে। ডাঃ কনকচন্দ্ৰ বৰুৱা এসময়ত ইয়াৰ সভাপতি আৰু কোষাধ্যক্ষ আছিল। অসম সেৱা সমিতি গঠন কৰা হৈছিল আন এটি দুৰাৰোগ্য ৰোগৰ চিকিৎসাৰ বাবে। অসমৰ ঠায়ে ঠায়ে কুষ্ঠৰোগ ব্যাপক আকাৰে দেখা দিছিল। চিকিৎসাৰ কোনো সুব্যৱস্থা নাছিল। কুষ্ঠৰোগীৰ চিকিৎসাৰ বাবে অসম সেৱা সমিতিয়ে বিভিন্ন ঠাইত চিকিৎসা কেন্দ্ৰ আৰু সেৱাশ্ৰম পাতিছিল। এসময়ত ডাঃ কনকচন্দ্ৰ বৰুৱা এই সেৱা সমিতিৰ সভাপতি আছিল। একালত গুৱাহাটীত শিশু কল্যাণ সমিতি স্থাপন কৰা হৈছিল। শিশুসকলৰ দেহ-মনৰ উৎকৰ্ষ সাধন আৰু তেওঁলোকৰ যত্ন লোৱাই আছিল কল্যাণ সমিতিৰ উদ্দেশ্য। ডাঃ বৰুৱা তাৰ সভাপতি আছিল। ডাঃ বৰুৱাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ মেডিকেল বোৰ্ডৰ সদস্যপদ অলঙ্কৃত কৰিছিল। এইদৰে বহুতো শিক্ষা, চিকিৎসা, সমাজৰ সেৱা আৰু জনকল্যাণমূলক অনুষ্ঠানৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈ আছিল। তেখেতে চিকিৎসকৰূপে, সমাজসেৱকৰূপে, চিন্তাশীল ব্যক্তিৰূপে, সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক আৰু সাংস্কৃতিক আদি বিভিন্ন ক্ষেত্ৰত প্ৰভূত অৱদান আগবঢ়াইছিল।

নিজৰ কৰ্ম শক্তিৰ ওপৰত ডাঃ কনকচন্দ্ৰ বৰুৱাৰ গভীৰ বিশ্বাস আছিল। সমাজৰ নীতি, আদৰ্শ আৰু অনুশাসন নিষ্ঠাৰে মানি চলিছিল। স্বাধীনতা লাভৰ পিছত যিসকল ক্ষমতাধিষ্ঠ হৈছিল, ক্ষমতা অথবা ক্ষমতাৰ পৰা উদ্ভৱ হোৱা সুবিধা লাভৰ বাবে সেই সকলৰ লগত লগ নেলাগি, সেই সকলে যাতে ক্ষমতাৰ অপব্যৱহাৰ কৰিব নোৱাৰে বা পথভ্ৰষ্ট হ'ব নোৱাৰে তাৰ বাবে গঠনমূলক দৃষ্টি-ভঙ্গী লৈ বিৰোধ কৰিছিল। তেওঁৰ দৃঢ় মন, চৰিত্ৰ বল আৰু গভীৰ নিষ্ঠাৰ

বাবে চৰকাৰক বহুত কথাত পতিয়ন নিয়াব পাৰিছিল। সেই সময়ত আমি ডাঃ বৰুৱাৰ গাত এটি বিশিষ্ট ব্যক্তিসত্তা দেখিবলৈ পাইছিলো।

ডাঃ ভুবনেশ্বৰ বৰুৱা কেন্সাৰ চোছাইটি গঠন কৰাৰ পিছত তাৰ কাৰ্যনিৰ্বাহ কৰা ইমান উজু কাম নাছিল। তেতিয়াৰ দিনত এনে একোটি অনুষ্ঠান গঢ়ি তোলা অতি টান কাম আছিল। কিন্তু ডাঃ কনকচন্দ্ৰ বৰুৱাৰ নিষ্ঠা আৰু একাগ্ৰতাৰ কাৰণে তেওঁ সাফল্য লাভ কৰিছিল। কামৰ প্ৰতি নিষ্ঠা, সমাজৰ প্ৰতি থকা দায়িত্ব পালনত আন্তৰিকতা আৰু ঐকান্তিতা তেওঁৰ চৰিত্ৰৰ বৈশিষ্ট্য আছিল।

তেওঁ নিজে যিদৰে কাম কৰিছিল আনেও সেইদৰে কাম কৰিব বুলি আশা কৰিছিল। কৰ্মবিমুখতাক বৰকৈ ঘৃণা কৰিছিল। উঠি অহা যুৱক-যুৱতীসকলৰ মাজত কৰ্মবিমুখতা দেখি কেতিয়াবা কেতিয়াবা নিৰাশব্যঞ্জকভাৱে কৈছিল যে, অসমৰ একো নহ'ব। আমি তেতিয়া উৎসাহ সূচনা কৰি তেওঁক কৈছিলো যে আপোনাৰ কৰ্মৰ আদৰ্শই যুৱক-যুৱতীসকলক নিশ্চয় কৰ্মমুখী কৰি তুলিব। তেওঁৰ ফুৰা-চকা, কথা-বতৰা, পোছাক-পৰিচ্ছদত পশ্চিমীয়া সমাজৰ প্ৰভাৱ পৰা দেখিবলৈ পোৱা গৈছিল। নিয়ম-শৃঙ্খলা মানি চলিবলৈ ভাল পাইছিল। পোছাক-পৰিচ্ছদত পশ্চিমীয়া প্ৰভাৱ থাকিলেও মনটো আছিল ভাৰতীয় সংস্কৃতিৰে গঢ়া। তেওঁৰ কৰ্মক্ষেত্ৰ আছিল নিৰাশ্ৰয়ক আশ্ৰয় দিয়া, পিছপৰাজনক আগুৱাই লৈ যোৱা, দুৰাৰোগ্য ৰোগৰ নিৰাময়ৰ ব্যৱস্থা কৰা, নিৰাশ মনত আশাৰ সঞ্চাৰ কৰা, পীড়িত সমাজৰ কল্যাণ সাধন কৰাৰ এটি বিস্তীৰ্ণ ক্ষেত্ৰ।

ডাঃ কনকচন্দ্ৰ বৰুৱাৰ জীৱনটো আছিল এটা কৰ্মযোগৰ প্ৰেৰণা।

# ৰাজনীতি আৰু ডাঃ কনকচন্দ্ৰ বৰুৱা

লক্ষ্যধৰ চৌধুৰী

ডাঃ বৰুৱা। কনকচন্দ্ৰ বৰুৱাদেৱৰ কথা কৈছো। এজন সুৰুচিপূৰ্ণ, সচেতন নাগৰিকস্বৰূপে ডাঃ কনকচন্দ্ৰ বৰুৱাদেৱৰ নাম সদায় জিলিকি থাকিব।

সিদিনা তেওঁৰ মৃত্যুৰ পিছত জনসাধাৰণে কৰা মন্তব্যবোৰ প্ৰণিধানযোগ্য। নুৰুদ্দিন এজন পাণ-তামোলৰ সৰু দোকানী। বৰুৱাদেৱৰ মৃত্যুৰ বাতৰি শুনি ক'লে, "এজন মানুহ গ'ল।" সুধিলো, কি কোৱাহে মানুহৰেইতো মৃত্যু হয়। এজন মানুহ গ'ল বুলিলা যে।

নুৰুদ্দিনে বহলাই ক'লে, " ডাঃ বৰুৱা দেখাই-শুনাই, কথাই-বতৰাই ব্যৱহাৰে আনকি সাজ-পাৰতো এজন জিলিকি থকা সঁচা মানুহ। সেয়েহে কৈছো, এজন মানুহ হানি হ'ল।" এই মন্তব্য সাধাৰণ নুৰুদ্দিনৰ মুখতেই নহয়, প্ৰায় সকলো শ্ৰেণীৰ বুদ্ধিজীৱী, শিক্ষাবিদ, শিল্পী-সাহিত্যিকৰ মুখতেই শুনিছিলো। সচাঁ কথা, ডাঃ বৰুৱাদেৱ এজন সম্বেদনশীল আৰু সৰ্বৱহী নাগৰিক আছিল।

ডাঃ কনকচন্দ্ৰ বৰুৱাদেৱৰ লগত আমাৰ প্ৰথম পৰিচয় ঘটে ডাঃ ভুৱনেশ্বৰ বৰুৱাদেৱৰ যোগেদি। তেতিয়া তৃতীয় দশকৰ শেষৰ ভাগ। আমি তেতিয়া গুৱাহাটী সন্ধিয়া সম্মিলনী আৰু অভিনয় টাৰৰ যোগেদি সঘনে বিচিত্ৰানুষ্ঠান আৰু অভিনয় পাতো। ডাঃ ভুৱনেশ্বৰ বৰুৱা আমাৰ এজন প্ৰধান পৃষ্ঠপোষক। তেওঁ কথা-প্ৰসঙ্গত ডাঃ কনক বৰুৱাদেৱক আমাৰ এনেবোৰ অনুষ্ঠানলৈ মাতিবলৈ দোহাৰে। সেই সূত্ৰেই এই দুয়োজন ৰাম-লক্ষ্মণৰূপী ভাই-ককাইৰ সান্নিধ্যলৈ আহো।

ডাঃ কনকচন্দ্ৰ বৰুৱাৰ ওচৰলৈ আমি আমাৰ অনুষ্ঠান চাবলৈ নিমন্ত্ৰণী আগবঢ়াবলৈ যাওঁ। কিন্তু প্ৰত্যেকবাৰেই তেওঁ টকা দহটা আমালৈ আগবঢ়ায়। আমি ল'বলৈ প্ৰথমে ইতস্ততঃ কৰিছিলো। তেতিয়া তেওঁ ক'লে, "তোমালোকে মোক অনুষ্ঠানৰ এজন লোক বুলিহে মাতিছা। এনেবোৰ অনুষ্ঠানত খৰচ হয়। এতেকে প্ৰত্যেক সভ্যই সাধ্যানুসাৰে এনেদৰে টকা দিয়া উচিত। তোম

যদি এই টকা নোলোৱা মই ভাবিম তোমালোকে মোক অনুষ্ঠানৰ এজন বুলি মানিব নোখোজা।" তেওঁৰ যুক্তিত আমি বন্দী হ'লো । পিছলৈ এনে অনুষ্ঠানত তেওঁৰ পৰা বহুদিনলৈকে পাঁচ টকাকৈ সংগ্ৰহ কৰা হৈছিল। এনে অভিজ্ঞতা আমাৰ দীঘলীয়া সাংস্কৃতিক জীৱনত প্ৰথম আৰু শেষ বুলি ক'লেও অত্যুক্তি কৰা নহ'ব।

এনেদৰে এজন অনন্য ব্যক্তিস্বৰূপে কনক বৰুৱাই আমাৰ চামৰ মাজত খোপনি পোতে।

ইয়াৰ পিছতে দ্বিতীয় মহাসমৰৰ দিন পৰিল। তাতোকৈও ডাঙৰ কথা, ১৯৪২ চনৰ পৰা মহাত্মা গান্ধীৰ নেতৃত্বত 'ভাৰত ত্যাগ' আন্দোলন আৰম্ভ হ'ল। আমি নিজেও তাত যোগদান কৰিলো। পিছত অজ্ঞাতবাসত কটাই এই আন্দোলনৰ এজন নিঃকিন সেৱক হ'লো। সেই সময়ত ডাঃ ভুৱনেশ্বৰ বৰুৱা আৰু ( ত্যাগবীৰ) হেম বৰুৱা আমাৰ প্ৰধান পথ-প্ৰদৰ্শক আছিল। সেই সময়তো তেওঁলোকৰ নিৰ্দেশমতে আমি ডাঃ কনকচন্দ্ৰ বৰুৱাদেৱৰ পৰা বিশেষ সহায়ৰ হাত আগবঢ়োৱা পাইছিলো।

১৯৪৭ চনত দেশ স্বাধীন হ'ল। কিন্তু এই স্বাধীনতা সকলো চামৰ সমানে মনপূত নহ'ল। দেশ বিভাগৰ কথাই বহুতকে মৰ্মান্তিক আঘাত দিলে। ১৯৪২ চনৰ বহুতো অগ্ৰণী লোকে এই বিভাজন সহজে স্বীকাৰ কৰিবলৈ টান পালেও তাকেই স্বীকাৰ কৰি লবলৈ বাধ্য হ'ল। সেই সময়ত এভাগ কংগ্ৰেছ কৰ্মী কংগ্ৰেছৰ নেতৃত্বৰ লগত সমানে আৰু সহজে জাহ যাব নোৱাৰিলে। বহুতে কংগ্ৰেছ ত্যাগ কৰিলে।

আমিও জয়প্ৰকাশ নাৰায়ণ, অৰুণা আশ্ৰফ আলী, ডাঃ ৰামমনোহৰ লোহিয়া আদিৰ লগতে কংগ্ৰেছ চছিয়েলিষ্টসকলো ১৯৪৮ চনত কংগ্ৰেছ এৰি চছিয়েলিষ্ট পাৰ্টিৰূপে এক নতুন ৰাজনৈতিক দলৰূপে গঠিত হ'লো।

১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনৰ সময়তে বিপ্লৱী বীৰ শঙ্কৰ বৰুৱা, লক্ষ্মীপ্ৰসাদ গোস্বামী আদিৰে তেতিয়াই এই চছিয়েলিষ্ট নেতৃবৃন্দৰ সান্নিধ্যলৈ আহিছিলো। দৰাচলতে সেই সান্নিধ্যই শেষত এক নতুন দল 'চছিয়েলিষ্ট পাৰ্টি'ৰূপে প্ৰতিষ্ঠিত হ'ল। অসমত এই দলৰ নেতৃত্ব দিছিল শঙ্কৰ বৰুৱা, হৰেশ্বৰ গোস্বামী, হেম বৰুৱা আদি অগ্ৰণী চছিয়েলিষ্টসকলে। তেতিয়া অৰ্থাৎ ১৯৪৭ চনতে গুৱাহাটীৰ শিলপুখুৰীত অসমৰ চছিয়েলিষ্ট পাৰ্টিৰ অফিচ বা কাৰ্যালয় নিৰ্মাণ কৰা হয়। এতিয়া সেই ভৱন নানান বিৱৰ্তনৰ পিছত 'জনতা দল'ৰ কাৰ্যালয়স্বৰূপে আজিও থিয় হৈ আছে।

সেই সময়ৰ কথা। আমি তেতিয়া কংগ্ৰেছ চছিয়েলিষ্টৰূপে কংগ্ৰেছৰ ভিতৰতে আছো। দেশ বিভাজনৰ কথা লৈ দেশত তেতিয়া এক হুলস্থুলীয়া

পৰিৱেশ। কেবিনেট মিছন আহি কংগ্ৰেছ নেতৃবৃন্দৰ লগত যাইকৈ নেহৰু, পেটেল আদিৰ লগত আলোচনাত ব্যস্ত। গান্ধীজীৰ নেতৃত্বত ভাৰত ত্যাগ আন্দোলন আৰম্ভ হৈছিল। কিন্তু মহাযুদ্ধত মিত্ৰশক্তিৰ জয়লাভৰ পিছতো পৃথিৱীজুৰি অশান্তি আৰু বিপৰ্যয়। আমাৰ দেশতো প্ৰখ্যাত বিপ্লৱী নেতাজী সুভাষ চন্দ্ৰ বসু আজাদ হিন্দ ফৌজৰ বহুতো অগ্ৰণী লোক ইংৰাজৰ হাতত বন্দী। আনহাতে স্বাধীনতাৰ কথা লৈ দেশ বিভাজনৰ পাতনি । শেষত কেবিনেট মিছনে গান্ধীজীক লগ ধৰিবলৈ বিচাৰিলে। তদুপৰি ক'লে, ভাৰত ত্যাগ আন্দোলনৰ বহু লোক এতিয়াও ইংৰাজৰ কাৰাগাৰত বন্দী হৈ আছে। আনকি এই আন্দোলনৰ দুজন নেতা জয়প্ৰকাশ নাৰায়ণ আৰু ৰাম মনোহৰ লোহিয়া এতিয়াও বন্দী অৱস্থাত। এতেকে তেওঁলোকক জেলত ৰাখি আমি ভাৰতৰ স্বাধীনতাৰ হকে আলোচনা কৰাটো কিবা হাঁহি উঠা কথা । দুয়োজন নেতাকে তত্তালিকে মুক্তি দিলে। জয়প্ৰকাশ নাৰায়ণ আৰু ডাঃ লোহিয়াই মুকলি হৈ ইংৰাজৰ এই প্ৰস্তাৱৰ তীব্ৰ বিৰোধিতা কৰিলে। জয়প্ৰকাশে মুক্তিযুঁজাৰুসকললৈ এখন চিঠি লিখি এই প্ৰস্তাৱত বাধা দিবলৈ আৰু নতুন উদ্যমেৰে পুনৰ আন্দোলন চলোৱাৰ আবেদন জনালে। জয়প্ৰকাশ নাৰায়ণে এই পৰিস্থিতিত মুক্তিযুঁজাৰুসকলক উদ্দেশ্যি লিখিছিল : Aware of what President Nehru has described as the compulsion of facts, aware of the limitations of its sovereignty, aware of its weakness, aware of the British stooges and enemies of freedom and democracy in its rank, aware of the presence of the British army and British victory- aware of all this and more, the Constituent Assembly might choose to tread what I am sure is going to be described as the path of realism. In other words, the assembly might decide to make compromise after compromise, producing in the end neither freedom, nor democracy nor national unity.

So, the nation thwarted and disillusioned, would have to turn over again to the path from which it is being misled today, the path of revolutionary action, the path of resistance and struggle, the straight but difficult path of freedom. তাতেই থমকি নৰৈ তেওঁ আৰু মুক্তিযুঁজাৰুসকললৈ উদ্দেশ্যি লিখিছিল :

Thus we see in either case ie whether the Constituent Assembly "succeeds" or whether it fights and 'fails' on a struggle for freedom is inevitable. Anyone who has a correct appreciation of the present co-relation of forces in this country should not find it difficult to accept this conclusion. Today it is still possible for British imperialists to face

us with the "Compulsion of facts". Till this compulsion is removed by revolutionary action, freedom would be an illusion. Nor can any one expect to change the facts of the present situation by argument concession and diplomatic finesse.

We therefore reach the conclusion and it will bear repetition— that the struggle for freedom will not cease with the acceptance of the British constitutional proposal. The struggle will continue In fact, the character and scope of that struggle will become deeper and wider. To the struggle for liberty will be added the struggle for national unity and bread.

Acceptance of the British proposals will let loose many forces of national disintegration. It is commonly supposed that one positive contribution that the British have made to Indian polity is to unite the country, and it is common lament that they foolishly enough are bent today upon destroying that monument of their noble work Nothing could be greater folly than this view For creating unity in Indian life the British have always done their best to divide us; to divide Hindus and Muslims, to divide Harijans from other Hindus, to create a Sikh minority; to detach Princely India from the rest of the country; to let the Princes against the people, to bolster up the Zamindars into pillars British Rule, to bribe capital and the middle class to turn into enemies of their country.

Secondly, the impending constitutional changes are found to bring to the face, economic and class issues. The term of swaraj, the question "swaraj for whom" will no longer remain academic or remote questions, but will become matters of immediate answers and affecting all our politics, not theortically but practically. That is the struggle for bread, always an integral part of the struggle for freedom, will move up to the front line an acquire an importance no less than any other.

As matters stand the common struggle of the people would have to be waged in the context of the Constituent Assembly, possibly an interim Government and later on in the context of a Union Government, group and provincial governments.

The Congress, of which we are a part, seems likely to be associated with all these developments. As such it seems certain that the Congress struggle for liberty, unity and bread will be conducted, if at all, through the constitutional and state machinery. Already the congress is being

converted into a Parliamentary party. If this process goes on to its logical conclusion, there can be little doubt that the Congress must fail to achieve much success in this threefold struggle. A constutional and administrative machinery might be of use in certain circumstances, but situated as we are the people's struggle must be carried on mainly outside the legislature and portals of government department.

To carry on this struggle is our job today-the job of all the fighters of freedom."

আজিৰ দিনত এই চিঠিৰ একো প্ৰাসংগিকতা নাই। কিন্তু স্বাধীনতাৰ ফেহুজালিৰ সময়ত এই চিঠিয়ে ভাৰত জুৰি আলোড়ন তুলিছিল। কেবিনেট মিছনৰ প্ৰস্তাৱত তীব্ৰ বিৰোধিতা কৰিবলৈ এই অঞ্চলত এচাম স্বাধীনতা যুঁজাৰুৱে পুনৰ আন্দোলন চলোৱাৰ কাৰণে আগবাঢ়ি আহিছিল। আনকি গান্ধীজীয়েও এই কথাত ভাৰত দ্বিখণ্ডিত নহৈ থাকিব বুলি আশা পুহি ক্ষন্তেকলৈ হ'লেও স্বস্তিৰ নিশ্বাস পেলাইছিল। কিন্তু চকৰি দ্ৰুত গতিত ঘূৰিল। বহুতৰ মনত অশান্তিৰ জুই জ্বলি ভাৰত দ্বিখণ্ডিত হৈ সুকীয়া হ'ল।

আজি আৰু এই বিষয়ে আলোচনা কৰাৰ কোনো যুক্তি নাই। ই নিষ্প্ৰয়োজনো।

এটা কথা। জয়প্ৰকাশ নাৰায়ণৰ এই চিঠি আমাৰ অসমলৈ আহোতে যথেষ্ট পলম হৈছিল। কিন্তু ই মুখে মুখে প্ৰচাৰ হৈ ভাৰতৰ ইমূৰৰ পৰা সিমূৰ পাইছিলগৈ। আমাৰ ৰাজ্যতো অৰ্থাৎ অসমতো এচাম মুক্তিযুঁজাৰুৱে জয়প্ৰকাশৰ আহ্বানত সঁহাৰি জনাবলৈ সাজু হৈ আছিল। এই বিষয়ে গুৱাহাটীতে সঘনে বৈঠক বহিছিল। সেইসকলৰ ভিতৰত শঙ্কৰ বৰুৱা, হেম বৰুৱা, হৰেশ্বৰ গোস্বামী, সুবোধ হাজৰিকা আদিৰ কথা আজিও মনত পৰে। সেই সময়ত এই বৈঠকলৈ ডাঃ কনক চন্দ্ৰ বৰুৱা আহিও যোগ দিয়ে। তেওঁৰ তাৰণাতে কলিকতালৈ লোক পঠিয়াই এই চিঠি অনোৱা হয়। সেই চিঠি পঢ়ি এনে এটা ব্যৱস্থা আয়াসতে ল'ব নোৱাৰাৰ কাৰণে সকলো ম্ৰিয়মাণ হয়।

ডাঃ বৰুৱাই কংগ্ৰেছ নেতৃবৃন্দৰ বিশ্বাসঘাতকতাৰ কথা কৈ আমাক স্তম্ভিত কৰিছিল। কিয়নো ডাঃ বৰুৱা আছিল মৃদুভাষী। সততে ৰাজনৈতিক ক্ষেত্ৰত তেওঁক নৰমপন্থী বুলি ধৰিলেও এনে আন্দোলনৰ প্ৰতি থকা আগ্ৰহ আমি সহজে বুজিব পৰা নাছিলো। পিছত দেখিলো ছ'চিয়েলিষ্টসকল কংগ্ৰেছ ত্যাগ কৰাৰ পিছত তেওঁ এই সকলৰ প্ৰতি বেছি আকৰ্ষিত হয়। ১৯৪৭ চনত জয়প্ৰকাশ নাৰায়ণ অসম ভ্ৰমণলৈ আহোতে ডাঃ বৰুৱাই তেওঁক লগ ধৰি দীঘলীয়া আলোচনা কৰে। আনকি জয়প্ৰকাশ নাৰায়ণে তেওঁৰ বাসভৱনলৈ গৈয়ো দেশৰ পৰিস্থিতি আৰু দেশসেৱকসকলৰ কৰ্তব্যৰ বিষয়ে দীঘলীয়া অন্তৰঙ্গ আলোচনা কৰে। সেহেত তেওঁ এই দলৰ সক্ৰিয় সদস্যৰূপে যোগদান কৰে।

১৯৬২ চনৰ সাধাৰণ নিৰ্বাচনত ডাঃ বৰুৱাই গুৱাহাটী বিধানসভাত ( পি, এছ, পি) প্ৰাৰ্থীস্বৰূপে প্ৰতিদ্বন্দ্বিতা কৰে। এই নিৰ্বাচনৰ সময়ত তেওঁৰ নিৰ্বাচনী প্ৰচাৰত আমি এজন বিশেষ কৰ্মী আছিলো। সমষ্টিৰ বিভিন্ন অঞ্চললৈ গৈ তেওঁৰে সভা সমিতিত বক্তৃতা দিয়া মুখিয়াল মানুহৰে লগ হৈ আমাৰ নিৰ্বাচন ইস্তাহাৰৰ কথা বুজোৱা আদি কথা আজিও জলজল পটপটকৈ মনত আছে।

সেই সময়ত কংগ্ৰেছৰ প্ৰভাৱ বৰ বেছি আছিল। ডাঃ বৰুৱা ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ ভায়েকস্বৰূপে পৰিচিত আছিল। সেযে ককায়েকৰ মতৰ বিপক্ষে কংগ্ৰেছৰ বিৰুদ্ধে ডাঃ কনক বৰুৱাই কংগ্ৰেছৰ নীতিৰ সমালোচনা কৰাৰ কথাত সেই সময়ৰ বহুতো ৰাইজ আচৰিত হৈছিল।

সেই সময়ত ডাঃ বৰুৱাৰ অতীত জীৱনৰ কথা শুনি আমি নিজেই আচৰিত হৈছিলো। ডাঃ বৰুৱা আমাৰ মাজত এজন অতি পৰিপাটি সুৰুচিসম্পন্ন লোক বুলি জনাজাত আছিল। ক্ৰিকেট খেল, টেনিছ খেল আদিৰ প্ৰতি থকা তেওঁৰ ধাউতিৰ কথা আমি জানিছিলো। তেওঁ কলেজৰ শিক্ষা মাজ ডোখৰতে এৰি গান্ধীজীৰ আহ্বানত সঁহাৰি জনায়। আনকি তেওঁ গান্ধীজীৰ সবৰমতী আশ্ৰমত প্ৰায় এবছৰ কাল কটাই প্ৰশিক্ষণো লয়। তাৰ পিছতহে অসমলৈ আহি ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলৰ পৰা ডাক্তৰী বিদ্যাত শিক্ষা লৈ বিদেশলৈ গৈ উচ্চ শিক্ষা লাভ কৰে।

আমি বিশেষকৈ মন কৰিছিলো ডাঃ বৰুৱাৰ সদায় এটি বৈপ্লৱিক মন আছিল। এই বিপ্লৱ ধ্বংসৰ কাৰণে নহয়, গঢ়াৰ কাৰণে। বিপ্লৱ বোলোতে তেওঁ সদায় গঠনমূলক বিপ্লৱৰ কথাহে কৈছিল। ধ্বংসাত্মক বিপ্লৱৰ তেওঁ পক্ষপাতী নাছিল। এই বিপ্লৱে হয়তো তেওঁ গান্ধীজীৰ লগত সবৰমতী আশ্ৰমত থাকোতেই গঢ় লৈছিল। তেওঁৰ গান্ধীজী আৰু জয়প্ৰকাশৰ প্ৰতি থকা অগাধ ভক্তিৰ কথা সুঁৱৰিলে আজিও আমি আচৰিত হওঁ। তেওঁ সক্ৰিয় ৰাজনীতি এৰি গঠনমূলক কামত ধাইকৈ কেন্সাৰ হাস্পতাল স্থাপনৰ কাৰণে দেহে-কেহে লগাৰ সময়তো গান্ধীজী আৰু জয়প্ৰকাশৰ নীতিৰ প্ৰতি বিশেষ আনুগত্য প্ৰকাশ কৰিছিল।

সেই সময়তো জয়প্ৰকাশ নাৰায়ণে সম্পূৰ্ণ বিপ্লৱৰ বাণী প্ৰচাৰ কৰাৰ সময়ত তেওঁ আমাৰ শিলপুখুৰীত থকা পি এছ পি অফিচলৈ আহি সেইবোৰ বক্তৃতাৰ আনকি জয়প্ৰকাশৰ "Total Revolution" নামৰ সৰু পুথিখন আমাৰ পৰা নি আগ্ৰহেৰে পঢ়িছিল। সেই বিষয়ে তেওঁ মন্তব্যও কৰিছিল : " ভাৰতক এখন শক্তিশালী গণতান্ত্ৰিক সমাজবাদী ৰাষ্ট্ৰৰূপে প্ৰতিষ্ঠিত কৰিবলৈ হ'লে লোকনায়ক জয়প্ৰকাশ নাৰায়ণে আগবঢ়া বা দেখুৱা বাটেৰে আগবঢ়াৰ বাহিৰে বিকল্প নাই।"

# ডাঃ কনকচন্দ্ৰ বৰুৱা

## (আধুনিক মানসিকতাৰ বিৰল অধিকাৰী)

**অজিৎ বৰুৱা**

পশ্চাৎদৃষ্টিত এতিয়া মোৰ মনত ধাৰণা হৈছে যে মোৰ মোমাইদেউ ডাঃ কনকচন্দ্ৰ বৰুৱাই আছিল মোৰ জীৱনত লগ পোৱা আধুনিক মানসিকতাসম্পন্ন প্ৰথম মানুহ। আধুনিক মানসিকতাৰ প্ৰধান উপাদান কি কি সেই বিষয়ে মই কেইবাবাৰো লেখিছো, বিশেষকৈ আধুনিক কবিতাৰ সংশ্লেষত। আধুনিক মানসিকতাৰ প্ৰথম আৰু প্ৰধান উপাদান হ'ল সৰ্বাত্মক সংশয় অৰ্থাৎ স্কেপ্টিচিজম, তদুপৰি, অযৌক্তিক বিশ্বাস, যেনে ধৰ্মবিশ্বাস আদিত অপ্ৰত্যয়। এজন বিজ্ঞানীৰ যদিহে তেওঁ যথাৰ্থ বৈজ্ঞানিক মনোভাবৰ অধিকাৰী—এনে মানসিকতাৰ অৰ্জন স্বাভাৱিক। ডাঃ কনকচন্দ্ৰ বৰুৱা আছিল এজন চিকিৎসক আৰু সেই সূত্ৰে এজন বিজ্ঞানী। তেখেতৰ ধৰ্ম বিশ্বাসৰ ওপৰত আস্থা নথকাটো স্বাভাৱিক। অথচ অসম বা ভাৰতবৰ্ষৰ সামাজিক অৱস্থাৰ পৰিপ্ৰেক্ষিতত সিমান স্বাভাৱিক নহয়। এই শতাব্দীৰ সমবয়সী এজন ভাৰতীয় লোকৰ পাত ই এটা শ্ৰদ্ধেয় ব্যতিক্ৰম। ডাৰৱিনবাদৰ প্ৰভাৱত সংসাৰৰ ধৰ্মীয় ব্যাখ্যা বিধ্বস্ত হোৱাৰ পাছতো ভাৰতীয় আৰু অসমীয়া শিক্ষিত মন যুক্তিবাদত দৃঢ়নিষ্ঠ নহ'ল। ১৯৩৭ চনত প্ৰথমবাৰৰ কাৰণে যেতিয়া মই ডাঃ কনকচন্দ্ৰ বৰুৱাক দীঘলীয়াকৈ কিছুদিন লগ পাওঁ তেতিয়াই যেন তেখেতৰ এই বিজ্ঞানীসুলভ মনোভাবে মোক অলপ আচৰিত কৰিছিল।

আমাৰ মূল ঘৰ চান্দকুছি গাৱঁত, আৰু যি বিলাক জিলা আৰু মহকুমা চহৰত মোৰ দেউতা প্ৰয়াত চিত্ৰমল্ল বৰুৱাই কৰ্ম-নিৰ্বাহ কৰিছিল সেইবিলাক চহৰত থকা আমাৰ বহাত, তেতিয়া ধৰ্মাচাৰৰ পয়োভৰ— গাৱঁত দুৰ্গাপূজা আৰু হৰেক ৰকমৰ পূজা, ব্ৰহ্ম ভোজন, শ্ৰাদ্ধ-পাৰ্বণ, নাম-কীৰ্তন আদি আৰু চহৰৰ ঘৰত সত্যনাৰায়ণ পূজা। তদুপৰি, আমাৰ চহৰৰ ঘৰত ভাৰত সেৱাশ্ৰম সংঘ আৰু ৰামকৃষ্ণ মিশ্যনৰ কিতাপ, থিয়চফিক্যাল চোছাইটিৰ কিতাপ, কাগজ-পত্ৰ ইত্যাদি। এইবিলাক

হাৰমোনিয়াম বজাই নানাৰকম স্তোত্ৰ গান ঃ মধুদানব দাৰণ দেব বৰং, বৰ বাৰিজ লোচন চক্ৰধৰম্ ধৰণীধৰ... ইত্যাদি, নমামি কৃষ্ণ সুন্দৰম, পাৰে পৰিহৰি বৰগীত আদি। আনকি সৰু মোমাইদেউ ডাঃ ভুবনেশ্বৰ বৰুৱাৰ ঘৰতো নাম-কীৰ্তন— যদিও তেখেতো চিকিৎসক আৰু বিজ্ঞানী। ডাঃ কনকচন্দ্ৰ বৰুৱা আছিল মুক্তমতি, সকলো ধৰ্মৰ সকলো আচাৰৰ প্ৰতি নিৰপেক্ষ—যথাৰ্থতে চিকিউলাৰ, যথাৰ্থ আধুনিক মানসিকতাৰ অধিকাৰী।

মোৰ দৃঢ় বিশ্বাস যে এজন যথাৰ্থ বুদ্ধিপ্ৰেমী অৰ্থাৎ 'ইনটেলেকচ্যুৱেল'হে যথাৰ্থতে 'চিকিউলাৰ' হ'ব পাৰে। কাৰণ এজন বুদ্ধিপ্ৰেমী যুক্তিপ্ৰেমীও। হিন্দু বা আন কোনো ধৰ্মৰ আচাৰত নিষ্ঠ হৈ ধৰ্ম-নিৰপেক্ষ বা আনকি, সৰ্বধৰ্ম নিৰপেক্ষ কোনোৱে হ'ব নোৱাৰে। তিৰুপতি মন্দিৰত খালি গাবে তিতা চুৰিয়াৰে চুচৰিলে কোনেও ধৰ্ম-নিৰপেক্ষ আখ্যা পাবৰ উপযুক্ত নহয়। কেৱল ইমানেই হ'ব পাৰে যে হিন্দুধৰ্মৰ বাহিৰে অন্যবিলাক ধৰ্মৰ প্ৰতি তেওঁৰ বিদ্বেষ নাই যদিও তেওঁ হিন্দু ধৰ্মনিষ্ঠ আৰু সেই কাৰণেই, অৱধাৰিতভাৱেই, হিন্দুধৰ্মৰ প্ৰতি তেওঁৰ আদৰাধিক্য অবিসম্বাদিত। ডাঃ কনকচন্দ্ৰ বৰুৱা আছিল যথাৰ্থ বুদ্ধিপ্ৰেমী, সেই কাৰণেই যথাৰ্থ 'চিকিউলাৰ'। তেখেতৰ বুদ্ধিপ্ৰেমৰ বিস্ময়কৰ সাক্ষ্য মই পাওঁ ১৯৪০ চনত। তেতিয়া তেখেতৰ ঘৰত মোক কিছুদিনৰ কাৰণে থোৱা হৈছিল— মোৰ চৈধ্য বছৰ বয়স হওঁ হওঁ; তেখেতৰ বৌদ্ধিক কৌতূহল আছিল বিস্তৃত। তেখেত ব্যস্ত চিকিৎসক। চিকিৎসা শাস্ত্ৰ আৰু চিকিৎসা কৰ্মতে মগ্ন থাকি তেখেতে সংকীৰ্ণৰ পৰা সংকীৰ্ণতৰ বিশেষ জ্ঞানৰ গণ্ডীৰ ভিতৰত নিজৰ জ্ঞান আৰু কৌতূহলক আবদ্ধ কৰাটোৱেই তেখেতৰ পৰা প্ৰত্যাশিত আছিল—বিশেষকৈ যেতিয়া তেখেত আছিল হৃদৰোগ বিশেষজ্ঞ। তেখেতৰ 'প্যাথলজিকেল ল্যাবৰেটৰী'টোৱেই বোধকৰো তেতিয়া গুৱাহাটীত সৰ্বাধুনিক, আনকি কিজানি একমাত্ৰ। গতিকে এজন মানুহৰ বৌদ্ধিক কৌতূহল নিবৃত্ত কৰিবৰ কাৰণে এইবিলাকেই যথেষ্ট আছিল। কিন্তু তেখেতৰ বৌদ্ধিক কৌতূহল ইমানেই প্ৰবল আৰু সৰ্ব-প্ৰসাৰী আছিল যে সেই সময়ৰ বিখ্যাত ইংৰাজী উপন্যাস মাৰ্গাৰেট মিচ্চেলৰ 'গণ উইথ দ্য উইণ্ড' বোম্বাইৰ পৰা অৰ্ডাৰ দি অনাই পঢ়িছিল। তাৰ পাছতো, ১৯৪৩-৪৪ চন মানত যেতিয়া তেখেতৰ ঘৰত তেখেতৰ আন এজন ভাগিনিয়েক প্ৰয়াত ডাঃ ৰোহিণীকান্ত বৰুৱাও আছিল। (তেখেতৰ ঘৰখন আছিল তেতিয়া তেখেতৰ ভতিজাক, ভাগিনিয়েক, ভতিজাজীয়েক, নাতিয়েকেৰে ভৰ্তি— প্ৰয়াত ডাঃ ৰোহিণীকান্ত বৰুৱা, শ্ৰীমান ত্ৰৈলোক্যেশ্বৰ বৰুৱা, প্ৰয়াত শশীধৰ ৰাজখোৱা, শ্ৰীমান শ্ৰদ্ধানন্দ দুৱৰা, শ্ৰীযুতা মালতী বৰুৱা, শ্ৰীযুতা লখিমী চৌধুৰী আদি) । প্ৰয়াত ডাঃ ৰোহিণীকান্ত বৰুৱাই, মোৰ মনত আছে অল্ডাচ হাক্সলিৰ 'জেষ্টিং পিলেট' বোলা ভ্ৰমণ কাহিনীখন কটন কলেজৰ লাইব্ৰেৰীৰ পৰা আনিছিল, ডাঃ কনকচন্দ্ৰ বৰুৱাই

তেখেতৰ ব্যস্ততাৰ মাজতো সেই কিতাপখন পঢ়িছিল আৰু তাৰ ওপৰত বুদ্ধিদীপ্ত সমালোচনামূলক মন্তব্য কৰিছিল।

এইদৰে, বুদ্ধিগ্ৰাহ্য আৰু বুদ্ধি-উদ্বোধক বস্তুবিলাকৰ প্ৰতি তেখেতৰ আছিল এটা সহজাত আৰু স্বভাৱগত আসক্তি। ব্যক্তিত্বৰ এই বৈশিষ্ট্য অতি বিৰল। বুদ্ধিৰ চৰ্চা আৰু প্ৰয়োগত যথোপযুক্ত মূল্য প্ৰদান, বুদ্ধিৰ উৎকৰ্ষ সাধনৰ প্ৰয়োজনীয়তাৰ একান্ত উপলব্ধি এই সকলোবিলাক আছিল তেখেতৰ উজ্জ্বল ব্যক্তিত্বৰ বৈশিষ্ট্য। মোৰ বিচাৰত আজি ভাবি পাওঁ যে তেখেত আছিল এজন যথাৰ্থ বুদ্ধিপ্ৰেমী অৰ্থাৎ 'ইনটেলেকচুৱেল'। কেৱল বুদ্ধিজীৱীয়েই নহয়, বুদ্ধিপ্ৰেমী—যিয়ে বুদ্ধিৰ নিৰপেক্ষ আৰু বস্তুভিত্তিক প্ৰয়োগ কৰিব পাৰে, বুদ্ধিৰ অন্তৰ্ভেদী আলোকেৰে যিয়ে আৱেগৰ কুৱঁলী ভেদ কৰি জগতক, জীৱনক আৰু নিজকো নিৰাৱেগভাৱে নিৰীক্ষণ কৰিব পাৰে, বিমূৰ্ত ধাৰণা অৰ্থাৎ 'অ্যাবচট্ৰাক্ট' আইদিয়াবিলাকৰ প্ৰতি যাৰ শ্ৰদ্ধা-মূলক আগ্ৰহ, সেইবিলাকৰ হৃদয়ঙ্গমৰ কাৰণে যাৰ সহজাত প্ৰতিভা আছে আৰু যিবিলাকৰ মৰ্মাৰ্থ সন্ধানৰ পৰা যিয়ে জীৱনৰ সৰ্বোত্তম আনন্দ আহৰণ কৰিব পাৰে।

তেখেতৰ খন্তেকীয়া ৰাজনীতি প্ৰৱেশে মোক অলপ আচৰিত কৰিছিল। ৰাজনৈতিক তত্ত্ব আলোচনা তেখেতৰ বুদ্ধিপ্ৰৱণ মানসিকতাৰ বাবে স্বাভাৱিক, কিন্তু সক্ৰিয়, দৈনন্দিন ক্ষমতালোলুপ ৰাজনীতিৰ লগত তেখেতৰ ব্যক্তিসত্তাৰ মূল চৰিত্ৰৰ বিৰোধ আছিল বুলি মই ভাবিছিলো। অৱশ্যে ক্ষণিক স্ব-বিৰোধ, আনকি দীৰ্ঘস্থায়ী স্ব-বিৰোধী ব্যক্তিসত্তাৰ স্বাভাৱিক প্ৰকৃতি। তেখেত বোধকৰো সমাজবাদী ভাবাপন্ন হৈছিল। ১৯২১ আৰু '৩১ত জাতীয় আন্দোলনত ভাগ লোৱা এজন দেশসেৱকৰ পক্ষে স্বাধীনতাৰ পাছৰ ভাৰতৰ আৰ্থিক দুৰৱস্থাত ক্ষোভ নোহোৱাটোহে অস্বাভাৱিক হ'লহেঁতেন (ইয়াতেই মন কৰিবলগীয়া যে তেখেতে '৪২ৰ আন্দোলনত সক্ৰিয় ভাগ লোৱা নাছিল)। মোৰ অৱশ্যে কোনো কথাতে তেখেতৰ লগত মত বিনিময়ৰ সুযোগ হোৱা নাছিল— ১৯৪৭ চনলৈকে মোক সৰু ল'ৰা বুলিয়েই ধৰা হৈছিল, আৰু তাৰ পাছত ১৯৭৫লৈকে মই গুৱাহাটীত নাছিলোৱেই আৰু ১৯৭৫ৰ পৰা মই নিজক নিজৰ পৰিয়ালবৰ্গৰ পৰা বিচ্ছিন্নই ৰাখিছো। কিন্তু মোৰ সদায়ে ধাৰণা আছিল যে তেখেতৰ দৰে মানুহৰ বিশেষকৈ ইমান প্ৰচাৰ-বিমুখ মানুহ এজনৰ মনত অৱচেতনভাৱে হ'লেও কুলধৰ্ম আচৰণৰ ধাৰণাটো নিশ্চয় দৃঢ় প্ৰতিষ্ঠ আছিল যেনেকৈ আছিল ডাঃ বাণীকান্ত কাকতিৰ। ডাঃ কাকতিয়ে কৈছিল, 'আমি মাষ্টাৰ মানুহ হৈ থকাই ভাল।' ডাঃ কনকচন্দ্ৰ বৰুৱাও তেওঁৰ স্বধৰ্ম চিকিৎসা কৰ্মত সম্পূৰ্ণ আত্মনিয়োজিত হৈ তাৰ দ্বাৰাই দেশ আৰু সমাজৰ সেৱাত নিমজ্জিত হৈ থকাটো যেন প্ৰত্যাশিত আছিল (তাৰ পাছত ডাঃ

ভুৱনেশ্বৰ বৰুৱা কৰ্কট ৰোগ প্ৰতিষ্ঠানৰ প্ৰাণপুৰুষ হৈ সমাজলৈ সেৱা আগবঢ়োৱা যেনেকৈ তেখেতৰ মূল চৰিত্ৰৰ লগত সুসঙ্গত)। কিন্তু ডাঃ বৰুৱাই দৈনন্দিন ৰাজনীতিৰ লগত জড়িত হৈ নিৰ্বাচন খেলিলে আৰু হাৰিল। ইয়াৰ দুটা ব্যাখ্যান মোৰ মনত উদয় হয়। প্ৰথম মানৱ মনৰ স্বাভাৱিক সাময়িক স্ব-বিৰোধ আৰু দ্বিতীয় এজন বোদ্ধা অৰ্থাৎ ইনটেলেকচ্যুৱেলৰ জীৱনৰ বিষয়ে পৰীক্ষা-নিৰীক্ষাৰ অৰ্থাৎ 'এক্সপেৰিমেণ্টেশ্যন' অৰ স্বভাৱসঙ্গত নমন অৰ্থাৎ 'ইনক্লিনেইশ্যন'। এই দুয়োটা ভাবৰ যৌগপদ্যও সম্ভৱ। শেষত কিন্তু স্বধৰ্ম আচৰণেই তেখেতৰ মনত প্ৰাথমিকতা পাইছিল। সেই কাৰণেই ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট ৰোগ প্ৰতিষ্ঠানত তেখেতে জীৱনৰ সৰ্বশক্তি একাগ্ৰপতীয়াকৈ নিয়োজিত কৰিছিল। স্বধৰ্মে নিধনং শ্ৰেয়ঃ।

যি মানুহে জীৱনক ভাল পায়, জীৱনৰ পৰা পাব পৰা যথাসম্ভৱ আনন্দৰ সন্ধান কৰে, তেওঁৰ কৰ্মধাৰা একমুখী নিশ্চয়, আৰু গৌণভাৱে বহুমুখীও। চিকিৎসাৰ জৰিয়তে সেৱা ডাঃ কনকচন্দ্ৰ বৰুৱাৰ প্ৰথম আৰু প্ৰধান কৰ্ম-প্ৰচেষ্টা হ'লেও গৌণভাৱে খেল-ধেমালি আদিতো তেখেতৰ ৰাপ আছিল। অসমত টেবুল টেনিছ খেলাৰ তেওঁ এজন আদি আৰু উৎসাহী সংগঠক আছিল।

ডাঃ কনকচন্দ্ৰ বৰুৱা ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ ভায়েক। দুয়োজনেই প্ৰখ্যাত চিকিৎসক। এনে অৱস্থাত মানুহে দুয়োজনৰে সাদৃশ্য-বৈসাদৃশ্য সূক্ষ্ম কৌতূকেৰে সৈতে লক্ষ্য কৰাটো স্বাভাৱিক। ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ ব্যক্তিত্ব আছিল ভাবাবেগ—প্ৰৱণ, উত্তেজনাপ্ৰৱণ, এক কথাত বহিৰ্মুখী অৰ্থাৎ প্ৰধানতঃ একচট্ৰাভাৰ্ট। মই 'প্ৰধানতঃ' শব্দটো ব্যৱহাৰ এই কাৰণে কৰিছো যে এজন প্ৰধানতঃ বহিৰ্মুখী ব্যক্তিত্বৰ মানুহৰো অন্তৰ্মুখী অৰ্থাৎ 'ইণ্ট্ৰোভাৰ্ট' দিশ এটা থাকে যেনেকৈ এটা প্ৰধানতঃ অন্তৰ্মুখী ব্যক্তিত্বৰ বহিৰ্মুখী অংশ এটা থাকে। ডাঃ ভুৱনেশ্বৰ বৰুৱা জনপ্ৰিয় আছিল, আন্তৰিকভাৱেও, কিন্তু লগতে প্ৰদৰ্শকভাৱে, লোকহিতৈষী আছিল—এজন ৰাজনৈতিক কৰ্মী (যদিও প্ৰত্যক্ষ ক্ষমতাৰ ৰাজনীতিৰ পৰা তেখেত আঁতৰি আছিল)ৰ পক্ষে ই স্বাভাৱিক, টকা-পইচাৰ প্ৰতি তেখেত আছিল অনাসক্ত। ডাঃ কনকচন্দ্ৰ বৰুৱাই কিন্তু এজন প্ৰকৃত বুদ্ধিপ্ৰেমীৰ দৰে, সকলোৰে প্ৰতি ন্যায়নিষ্ঠ আচৰণ কৰাৰ লগতে নিজৰ প্ৰতি নিষ্ঠ আচৰণ কৰাতো বিশ্বাসী আছিল। এই মনোভাবৰ লগত মই ব্যক্তিগতভাৱে সহমত—ত্যাগতকৈও ন্যায়নিষ্ঠা ডাঙৰ, প্ৰেমতকৈও ন্যায়নিষ্ঠা ডাঙৰ। ঔদাৰ্য আকৰ্ষক আৰু জনপ্ৰিয়, প্ৰশংসা আহৰক, উত্তপ্ত। ন্যায়নিষ্ঠা নিৰুত্তাপ, বুদ্ধিদীপ্ত, নিৰাবেগ, নিৰুত্তেজক। ডাঃ কনকচন্দ্ৰ বৰুৱা আছিল ন্যায়নিষ্ঠ। কি প্ৰসঙ্গত পাহৰিলো, চিকিৎসকৰ যথোপযুক্ত পাৰিশ্ৰমিক লোৱাৰ কথাত তেখেতে প্ৰায় এনেকৈ কোৱা মোৰ মনত আছেঃ

এইটোৱেই মোৰ বৃত্তি (প্ৰফেশ্যন)। ইয়াকেই কৰি মই খাওঁ। মই দান দাক্ষিণ্য (চ্যাৰিটি) কৰিবলৈ চিকিৎসা বৃত্তিত নমা নাই। মইতো অন্যায্যভাৱে পাৰিশ্ৰমিক নোখোজো। নিজৰ প্ৰতিও ন্যায়-বিচাৰ। অন্যৰ প্ৰতিও যথাসম্ভৱ বিবেকিতাৰে ন্যায় বিচাৰ। প্ৰকৃত বুদ্ধিপ্ৰেমীৰ এয়ে নিৰুত্তাপ, নিৰাবেগ জীৱন-বীক্ষা, নিজ জীৱন ধাৰণৰ সংহিতাৰ এটা গুৰুত্বপূৰ্ণ সূত্ৰ।

ডাঃ কনকচন্দ্ৰ বৰুৱাৰ পৰিচ্ছন্নতাৰ কথা নক'লে তেখেতৰ প্ৰতি শ্ৰদ্ধাঞ্জলি অসম্পূৰ্ণ হৈ ৰয়। এই পৰিচ্ছন্নতাৰ চাক্ষুষ আৰু প্ৰত্যক্ষ প্ৰমাণ আছিল তেখেতৰ মুক্তাৰ দৰে হাতৰ আখৰ। প্ৰায় শেষলৈকেই হস্তাক্ষৰৰ সেই পৰিচ্ছন্নতা অলপমানো ক্ষুণ্ণ হোৱা নাছিল। হাতৰ আখৰ মনৰ পৰিচ্ছন্নতাৰ চিন। অধৈৰ্য মানসিকতাৰ চিন যেনেকুৱাকৈ হাতৰ আখৰৰ অস্থিৰতাৰ মাজেৰে ফুটি উঠে, ধৈৰ্যশীল আৰু প্ৰশান্ত মানসিকতাৰ প্ৰমাণ ওলায়, সমান, লৰালৰি কৰাৰ চিন নোহোৱা, গোটি গোটি আখৰৰ মাজেদি।

সৰুতে আৰু সদায়ে মোৰ ঈৰ্ষাৰ বস্তু আছিল মোমাইদেউৰ হাতৰ আখৰ আৰু তাচ শ্যাফল্ কৰোতে তাচ জোৰৰ মাজখিনি ফুলাই তুলি শ্যাফল্ কৰাৰ পাৰদৰ্শিতা। সেই ঈৰ্ষা সদায়েই থাকি গ'ল, কাৰণ তেখেতৰ দৰে পৰিচ্ছন্ন আৰু পৰিষ্কাৰ মনৰ অধিকাৰী হ'ব নোৱাৰিলো।

# সেৱাপ্ৰাণ কনকচন্দ্ৰ বৰুৱা

ইন্দিৰা মিৰি

কনকচন্দ্ৰ বৰুৱাদেৱৰ লগত মোৰ পৰিচয় খুব ঘনিষ্ঠ নাছিল। এই অল্প পৰিধিৰ পৰিচয়ৰ ভিত্তিতে দুআষাৰ শ্ৰদ্ধাঞ্জলি বিদেহী আত্মালৈ নিবেদন কৰিলো।

"শদিয়ালৈ নাযাবা
সৎফুল নাখাবা
কেঁচা পাতত নেবান্ধিবা লোণ
উপজিয়ে বুঢ়া হয় কোন?"

ডাকৰ বচন। এই নাযাবলগীয়া শদিয়াতে ১৯০২ চনত জন্ম হৈছিল সেৱাপ্ৰাণ ডাঃ কনকচন্দ্ৰ বৰুৱাৰ। মই শদিয়ালৈ গৈছিলো ১৯৪৭ চনত। তেতিয়াই শদিয়া দুৰ্গম। "এক নদী সাত ৰাজাৰ দেশ"। এইখন ঠাইত বিংশ শতাব্দীৰ মাজভাগতো ব্ৰহ্মপুত্ৰ মহাবাহুৰ এক প্ৰকাৰ একচ্ছত্ৰী ৰাজ। সাত ৰাজাৰ শক্তিৰে শক্তিবান ব্ৰহ্মপুত্ৰ নদ। বাৰিষা দোকোলটকা পানী, নাও নচলে। পাৰ হ'ব নোৱাৰি, জাৰকালি পানী শুকাইছে নৌ যাত্ৰা বন্ধ। নাৱলৈ উঠা ঘাটবিলাকৰ কোনো স্থিৰতা নাই, আজি বোলে অ'ত কালি বোলে ত'ত, য'তে নাও চলাব পৰা পানী পোৱা যায় ত'তে ঘাট। শদিয়ালৈ যাতায়াতৰ এই অনিশ্চিত পথৰ আজি কিমান উন্নতি হৈছে নাজানো, বৰুৱাৰ দিনত এই পথ আৰু যে কিমান অনিশ্চিত আছিল সি সহজেই অনুমেয়। পিছে শদিয়া পোৱাৰ আগ মুহূৰ্তলৈকে যি শাৰীৰিক, মানসিক ক্লেশ-ক্লান্তি ভোগ কৰা গৈছিল শদিয়া পোৱাৰ লগে লগেই কিবা যেন ইন্দ্ৰজালেহে সকলো ক্লেশ-ক্লান্তি নিমিষতে নাইকিয়া কৰি দিছিল। শদিয়াৰ এনে মনোমোহা ৰূপ চকু ৰৈ যায়, প্ৰাণ জুৰায়, মন পুলকিত হয়। স্বাধীনতাৰ আগ কালছোৱাত শদিয়াৰ পলিটিকেল অফিচাৰসকল ইংৰাজেই আছিল। তেখেতসকলে অকল শাসনকাৰ্যকে চলোৱা নাছিল, ঠাইখন মনৰ জোখাৰে সজাইছিল। সৰু ঠাই, মন থাকিলে অলপ আয়াসতে সজাব পাৰি। মই যোৱা দিনত ৰাস্তাবিলাক পকা

নহ'লেও সৰু সৰু শিলগুটি পৰা আছিল। কোনোটো বাস্তাৰ দুয়োকাষে বগা, গোলাপী কাঞ্চন গছৰ শাৰী, কোনোটো বা শিশুক গছৰ শাৰীৰে সুশোভিত, মাজে মাজে আম্ৰকুঞ্জৰো অভাৱ নাছিল। স্বাভাৱিকতেই ধুনীয়া, তাতে শিল্পীৰ হাত লাগি শদিয়া এখন আটকধুনীয়া ঠায়েই আছিল: মানুহৰ বসতি বিৰল। ওচৰতে ভাটীগাঁৱত কিছু অসমীয়া কৈৱৰ্ত মানুহ আৰু পহুখোৱা গাঁৱত নিগাজী মানুহ দুই-চাৰিঘৰহে আছিল। আনবিলাক চৰকাৰী চাকৰিয়াল, জীৱিকাৰ অনুৰোধতহে তাত আছিল। সুবিধা পালেই বদলি হৈ গুচি আহিছিল। মই গৈ তাত এখন হাইস্কুলহে পাইছিলো। খেৰ-বাঁহৰ ঘৰ, পিছে শিক্ষক ছাত্ৰহে স্কুলৰ পৰিচয়, ঘৰ নহয়। সেয়ে, স্কুলখনৰ শিক্ষকসকলে তন্ময় নিষ্ঠাৰে শিক্ষাদান কৰাৰ বাবে স্কুলখনৰ সমগ্ৰ অসমতে এটা বিশেষ সুনাম আছিল। বৰুৱাৰ দিনত এইহে'ৰ স্কুল নাছিল, তেখেতে তাতে থকা মিছন স্কুলতে শিক্ষাৰম্ভ কৰিছিল।

শদিয়াৰ এটা বিশেষ আকৰ্ষণ হৈছে পৰশুৰাম কুণ্ডৰ তীৰ্থ। এই তীৰ্থলৈ জাৰকালি অগণন সাধু-সন্ন্যাসী আৰু আন আন ভক্তসকলৰ সমাগম হৈছিল। দুৰ্গম প্ৰান্তৰ হাবি-বন ভাঙি তীৰ্থযাত্ৰীসকলে এই তীৰ্থলৈ গৈছিল। হয়তো বৰুৱাৰ দিনতো এই তীৰ্থ অব্যাহত আছিল। কিন্তু সেই যাত্ৰা যে কিমান দুৰ্গম, কিমান কষ্টদায়ক আছিল তাক নক'লেও হ'ব। পিছে তীৰ্থস্থান যিমানেই দুৰ্গম তিমানেই তাৰ মূল্য মৰ্যাদা অধিক নেকি?

শদিয়াৰ আন এটি আকৰ্ষণ হৈছে শদিয়া পৰ্বতীয়া জনজাতিৰ বিশেষকৈ ওচৰে-পাজৰে থকা পৰ্বতৰ আবৰ মিচিমিসকলৰ মিলনভূমি। তেওঁলোকে প্ৰতিদিনে পৰ্বতৰ পৰা শদিয়ালৈ নামি আহি বেহা-বেপাৰ কৰি গধূলি তেওঁলোকৰ নিৰ্বাসস্থললৈ উভতি যায়।

এনে এখন ধুনীয়া প্ৰকৃতিৰ ৰাজ্যত, এটা সুন্দৰ, সহজ-সৰল স্বাভাৱিক, নিৰ্মল পৰিৱেশত, অগ্ৰণী ঠাইসমূহৰ ভোগ-বিলাসিতাৰ পৰা আঁতৰত, আধুনিকতাৰ আড়ম্বৰৰ পৰা মুক্ত আৱহাৱাত বৰুৱাই তেওঁৰ শিশু কালছোৱা অতিবাহিত কৰিছিল। শিশুকাল স্বভাৱ গঢ়ি তোলাৰ বাবে যিমান অনুকূল আন কোনো কালেই তেনে নহয়। স্বভাৱ গঢ়নত পৰিৱেশৰ ভূমিকাও বিশেষ উল্লেখযোগ্য। শিশু কালছোৱা শদিয়াৰ দৰে ঠাই এখনত কটাই, মিছনাৰী স্কুলত তুলনামূলকভাৱে অৱহেলিত ৰাইজৰ ল'ৰা-ছোৱালীৰ লগত গা ঘঁহাই প্ৰথম শিক্ষা লাভ কৰি, জনজাতিসকলৰ লগত মিলা-মিছাৰ সুবিধা পাই সৰু কালৰে পৰা হয়তো বৰুৱাৰ মন এনেবিলাক অৱহেলিত পিছপৰা মানুহৰ প্ৰতি অজানিতেই আকৃষ্ট হৈছিল। মোক লগ পালেই যেন তেখেতৰ মন শদিয়ালৈ উৰি গৈছিল। এই পৰিৱেশেই তেখেতৰ মনত সাধাৰণ মানুহৰ প্ৰতি এটা উদাৰ ভাৱৰ বীজ ৰোপণ কৰিছিল, যি

কালত এক বিশাল সেৱা তৰুৰূপে বৰ্দ্ধিত হৈ তেখেতক নানা সেৱা অনুষ্ঠানৰ লগত নিবিড়ভাৱে, সক্ৰিয়ভাৱে যুক্ত কৰিছিল।

শদিয়াত প্ৰাইমেৰী শিক্ষা সাং কৰি ডিব্ৰুগড়ৰ পৰা মেট্ৰিক পাছ কৰি তেখেতে অসমৰ একমাত্ৰ কলেজ কটনত বিজ্ঞান শাখাত নামভৰ্তি কৰিলে। কিন্তু বৰুৱাৰ সমগ্ৰ পৰিয়ালতে দেশপ্ৰেমৰ তেজ স্বাভাৱিকতেই প্ৰবাহিত আছিল। বৰুৱাও ইয়াৰ ব্যতিক্ৰম নাছিল। বৰুৱাভ্ৰাতৃসকলত, স্বনামধন্য ডাঃ ভুৱনেশ্বৰ বৰুৱাকে আদি কৰি, স্বদেশপ্ৰেম, সমাজ চেতনা আৰু নানা মানৱীয় গুণসমূহ স্বাভাৱিক আছিল, স্বতঃস্ফূৰ্ত আছিল, অকৃত্ৰিম আছিল। সেয়েহে অসহযোগ আন্দোলনত বৰুৱা স্নাতক পৰীক্ষা নৌ দিওঁতেই জঁপিয়াই পৰিল, আনন্দেৰে কাৰাবৰণ কৰিলে। তেখেতৰ দেশপ্ৰেমৰ বিশেষত্ব আছিল কৰ্মহে, বাক্য নহয়। বাক্যৰে দেশসেৱা কৰা মানুহৰ সংখ্যাৰ অভাৱ নাই, কিন্তু কৰ্মেৰে দেশসেৱা কৰা মানুহ বিৰল। বৰুৱা এই বিৰলৰেই এজন আছিল। অসহযোগ আন্দোলন শাম কাটিলত, জেলৰ পৰা বাজ হৈ তীক্ষ্ণধী বৰুৱাই অকল দেশতেই নহয়, বিদেশতো সুখ্যাতিৰে চিকিৎসা শিক্ষা লাভ কৰি দেশত নিজা বৃত্তিৰ মাধ্যমেৰে নানা কাম কৰি দেশসেৱা আগবঢ়ালে। তেখেতৰ এই সেৱা অকৃত্ৰিম হোৱা বাবেই ই নিজা বৃত্তিতে আবদ্ধ নাথাকি নানা দিশে, ঠাল ঠেঙুলি মেলিলে। সেই বাবেই আমি বৰুৱাক দেখো অসম সেৱা সমিতিৰ, চিনে ক্লাবৰ, শিশুকল্যাণ সমিতিৰ, বিবেকানন্দ মেডিকেল চ'ছাইটিৰ, ৰোটাৰী ক্লাবৰ সভাপতিৰূপে; তেখেতক দেখো মেডিকেল বোৰ্ডৰ সদস্যৰূপে, এল টি বি চেষ্ট হাস্পতালৰ কোষাধ্যক্ষৰূপে। এই সেৱাপ্ৰাণ পুৰুষজনৰ সেৱাৰ পাত্ৰ সদায়ে পৰিপূৰ্ণ আছিল। যিমানেই দিছিল তিমানেই যেন বাঢ়িছিল। তেখেতৰ উল্লেখযোগ্য সৰ্বশ্ৰেষ্ঠ সেৱা হৈছে, তেখেতৰ ককাইদেৰেক ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ নামত হোৱা কৰ্কট ৰোগৰ চিকিৎসালয়খন। যি নিষ্ঠা, যি প্ৰাণদিয়া সাধনাৰে এই সেৱা আগ বঢ়াইছিল সি বৰ্ণনাতীত। অসমৰ নিচিনা এখন পিছপৰা ঠাইত গাঁথনিৰ প্ৰথম ইটাটো পোতাৰে পৰা এনে এখন আধুনিক সা-সঁজুলিৰে সুসজ্জিত চিকিৎসালয় গঢ়া যে কিমান কঠিন সেইটো সহজেই অনুমেয়। চৰকাৰী, বেচৰকাৰী, ব্যক্তিগত অনুদান সংগ্ৰহ কৰি এনে এটি অনুষ্ঠান তেখেতৰ ব্যক্তিত্ব, নিষ্ঠা আৰু সামৰ্থ্যৰ দ্বাৰাহে সম্ভৱপৰ হৈছিল।

কায়মনোবাক্যে আভিজাত্যৰ বোল সনা এই পুৰুষজনে তেখেতৰ চলন-ফুৰণ, পিন্ধন-উৰণ, স্বভাৱ-চৰিত্ৰ, খেলা-ধূলা, মাত-কথাৰে অকল অসমবাসীকেই নহয়, তেখেতৰ সংস্পৰ্শত অহা সকলোকে মুগ্ধ কৰিছিল, সেৱাকৰ্ম সাধনাৰে বৰুৱাই অক্ষয় কীৰ্তি ৰাখি থৈ গ'ল। এই সাধনা যেন উত্তৰপুৰুষৰ অনুপ্ৰেৰণা হয়।

বৰুৱাৰ চিত্ত অসমৰ পুণ্যতীৰ্থত যুগে যুগে অৱতীৰ্ণ হওক।

# ডাঃ কনকচন্দ্ৰ বৰুৱাক মই যেনেকৈ জানিছিলো

জীৱনমাধুৰী নেওগ বৰা

গম্ভীৰ কিন্তু ৰসিক। বিজ্ঞাৰ্জ্জদ কিন্তু মৰমিয়াল। স্বাভিমানী যেন লগা, অল্পভাষী মানুহজনৰ ব্যক্তিত্বই মোক সকতেই কেনেকৈ আকৰ্ষণ কৰিছিল, মই আজিও নাজানো। সৰুতে তেখেতৰ লগত পিছে কথা-বতৰা পাতি পোৱা নাছিলো। মানুহজনক আঁতৰে আঁতৰে চাইছিলোঁ । কিন্তু মোৰ ভাব হৈছিল এইজন মোৰ আপোন মানুহ। শ্ৰদ্ধা কৰিব পৰাকৈ, নিৰ্ভৰ কৰিব পৰাকৈ, যি কোনো কথা-কামৰে পৰামৰ্শ ল'ব পৰাকৈ আৰু নিশ্চিত বিশ্বাসত ল'ব পৰাকৈ আপোন মানুহ। সেইজনেই আছিল মোৰ মহাদেউ ডাঃ কনকচন্দ্ৰ বৰুৱা।

আমি যোৰহাটত থাকোঁতে, গুৱাহাটীলৈ আহিলে মাহীদেউহঁতৰ আমবাৰীৰ ঘৰতে আছিলোহি। তেতিয়াই মহাদেউক বেছি ওচৰৰ পৰা পাইছিলো। আকৰ্ষণীয় ব্যক্তিত্বৰে সুন্দৰ স্বাস্থ্যৰ মানুহজন সুবিন্যস্তভাৱে সদাব্যস্ত। মুখখন হাঁহো হাঁহো কৰা, পিন্ধা-উৰাত পৰিপাটি। সৰু ক'লা বৰণৰ 'হিল্‌মেন' গাড়ীখন লৈ সদায় নিৰ্দিষ্ট সময়ত উজানবজাৰত থকা তেখেতৰ ক্লিনিকলৈ যায় ৰোগী চাবলৈ। তেতিয়াই শুনিছিলো, তেখেত বৰ ভাল ডাক্তৰ বুলি। দূৰ-দূৰণিৰ পৰাও ৰোগী আহিছিল চিকিৎসাৰ বাবে তেখেতৰ ওচৰলৈ। আৰু শুনিছিলো বহুতো দুখীয়া ৰোগীক তেখেতে বিনা পইচাৰে চিকিৎসা কৰিছিল, ককায়েক ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ দৰেই। আনকি দৰবৰ পইচাও হেনো নিজৰ জেপৰ পৰাই দিছিল।

তেখেতৰ ব্যৱহাৰো বৰ মিঠা আছিল। পিছে বৰ গম্ভীৰ বাবে আমি তেতিয়া বিশেষ কথা-বতৰা পতা নাছিলো। একেখন মেজতে ভাত খাবলৈ বহিলে অনবৰত কথা কৈ থকা মোৰ মুখ বন্ধ হৈ আছিল। কিন্তু আঁৰ চকুৰে তেখেতৰ প্ৰতিটো কথা-কামকেই নিৰীক্ষণ কৰিছিলো। দেখিছিলো মানুহজনৰ কোনো কথাতে উদ্বেগ নাই, দুশ্চিন্তা নাই, লৰা-ঢপৰা নাই, খং-ৰাগ নাই, নাই আপত্তি-অভিমান। নিবিবিলিভাৱে নীৰৱে নিয়াৰিকৈ সকলো কাম কৰি গৈছে। কথাবোৰ কৈছে যেন

জুখি-মাখি, মৃদু-মধুৰকৈ। সচেতনভাৱে পৰিপাটিকৈ পিন্ধা সাজযোৰে সম্ভ্ৰমৰ পৰিচয় দিয়াৰ লগতে কিন্তু 'ষ্টাইলিচ্' যেনো লাগে। তেওঁ যেন চিৰ নবীন! চিৰ আধুনিক !

গম্ভীৰ হ'লেও তেখেত যে বৰ ৰসিক মানুহ, আমাৰ পিতাদেউহঁতৰ সৈতে কথা পতা সময়তে দেখিছিলোঁ। তেতিয়াই দেখিছিলো তেওঁ ফুটুৰি কথাৰও ভঁৰাল। বৰ মামা, পিতাদেউ আৰু মহাদেউ, প্ৰায় সমবয়সী এই তিনিওজন লগ হ'লে কথা আৰু হাঁহিৰে ঘৰ ৰজনজনাই থাকে। তেতিয়া তেওঁলোক কি যে উচ্ছল! কি যে ৰসিক! তেওঁলোকে কোন দিশত যে কথা নাপাতে! ৰবীন্দ্ৰনাথৰ কবিতাৰ পৰা, ৰাজনীতি, সমাজনীতি, অৰ্থনীতি, সাহিত্য, ডাক্তৰী আলোচনা, বৌদ্ধিক আলোচনা সকলো। তদুপৰি নিৰ্দোষ ধেমালিৰে ইজনে আনজনক জোকায়। জ'ক কৰে। মহাদেৱেও পিতাদেউৰ দৰে নিভাঁজ অসমীয়া শব্দবোৰ যেনে—লোণ, পলম, সোনকাল, আলিবাট আদি কয়। এদিন একেলগে ভাত খাবলৈ বহি মহাদেৱে হাঁহি হাঁহি পিতাদেউক ক'লে, 'মই কিন্তু নেওগ, আপোনাৰ দৰে 'মাংস'ক 'মঙহ' ক'ব নোৱাৰোঁ দেই। 'মঙহ' বুলি ক'লে মোৰ আক' 'বুকুৰ আগ মঙহ খোৱা' বোলা কথাটোহে মনত পৰে।'

সেইজন মহাদেউক এজন অভিভাৱকৰ ৰূপত পাইছিলোঁ পিতাদেউ ঢুকুৱাৰ পিছত। আমি তেতিয়া আমাৰ দিছপুৰৰ ঘৰত প্ৰায় অকলশৰেই থাকোঁ। আমি মানে আমি ভাই-ভনী তিনিওজন। মহাদেউ-মাহীদেৱে সকলো সময়তে আমাৰ খা-খবৰ ৰাখিছিল। দিহা-পৰামৰ্শ দিছিল। কিবা সমস্যাত পৰিলে মহাদেউৰ ওচৰলৈ আহিছিলো, সমাধান কৰি দিছিল ধীৰ-স্থিৰ চিন্তাৰে। আমি যে কিমান উপকৃত হৈছিলো তেতিয়া আৰু মহাদেউক আত্মমগন সেই ৰিজাৰ্ভদ মানুহজন যেন লগা নাছিল, লাগিছিল এজন মৰমিয়াল অভিভাৱক যেনহে। কথা-বতৰা, খোৱা-বোৱা সকলোতে মহাদেউ বৰ পৰিমিতাচাৰী আছিল। আহৰি পালেই কিতাপ, আলোচনী পঢ়ি থাকে। অবাবত কথা কৈ সময় নকটায়। ধীৰ-শান্ত স্বৰত কথা কয়, ধীৰ গতিত গাড়ী চলায়। সকলো কাম-কাজতে যেন এক মৃদু ঐক্য থাকে। ভাব হয় সময়ৰ পিছে পিছে মহাদেৱে কাম লৈ দৌৰিব নালাগে, তেখেতৰ কামবোৰৰ মাজে মাজে যেন সময়বোৰ আহি জোৰাই জোখাই সোমাই যায়। আৰু বয়স? বয়স মানে যেন বছৰৰ অহা-যোৱা মাথোন। সুস্থ দেহ-মনৰ ওপৰত বয়সে প্ৰভাৱ পেলাব নোৱাৰা বাবেই যেন মহাদেউক সদায় একেই, একেটা বয়সতে থকা যেন দেখো। সেই একে ব্যক্তিত্ব, সেই একে গাম্ভীৰ্য, সেই একে প্ৰাণ-প্ৰাচুৰ্য এই আশী বছৰীয়া মহাদেউৰ মাজত। তেখেতৰ লগত নাতি-পৰিনাতি বয়সৰ ল'ৰা-ছোৱালীয়েও কথাপাতি বৰ ভাল পাইছিল। কাৰণ মহাদেউৰ চিন্তাধাৰা আছিল আধুনিক আৰু বাস্তৱবাদী। তদুপৰি বিভিন্ন ৰুচিৰ ল'ৰা-ছোৱালীৰ লগত ক্ৰিকেট, পঢ়া-শুনা বা গান-বাজনাৰ বিষয়ে একেবাৰে

নৱতম দিশত কথা পাতে, স্বাভাৱিকতেই তেওঁলোক ভীষণ আকৃষ্ট হয়। তেখেত যেন তেওঁলোকৰ বয়সৰে এজন। বয়স মানেই যে স্থবিৰ নহয়, গতিশীল হ'ব পাৰে, সেয়া মহাদেউক লগ পালেই বুজিব পাৰি।

ৰোগ নিৰ্ণয় আৰু নিৰাময়ত মহাদেউৰ ডাক্তৰী জ্ঞান যে অভূতপূৰ্ব আৰু অব্যৰ্থ, সেয়া অকল আমাৰ পৰিয়ালৰ লোকৰ মানসিকতাই নহয়, অসমৰ বাহিৰত থকা মানুহেও এই বিশ্বাসেৰে তেখেতৰ ওচৰলৈ অহা দেখিছিলোঁ। গুৱাহাটীৰ ডাঃ ভুৱনেশ্বৰ বৰুৱা কেন্সাৰ ইনষ্টিটিউট্‌খন ঘাইকৈ মহাদেউৰে কষ্ট আৰু পৰিশ্ৰমৰ ফল।

আমি উজানবজাৰৰ ঘৰত থকাৰ পৰা প্ৰায়ে গধূলি গধূলি মহাদেউহঁতৰ ঘৰলৈ যাওঁ। বেছি ভাগ সময় তেখেতৰ ড্ৰইং ৰূমতে কিতাপ পঢ়ি থকা দেখা পাওঁ। কেতিয়াবা দেখোঁ টি ভি চাই আছে মাহীদেউৰ সৈতে। তেখেতে যেনেকৈ অনুচ্চ স্বৰত গুৰুগম্ভীৰভাৱে কথা কয়, টি ভিও নিম্ন স্বৰতে শুনে। সদায় সেই একেজন মহাদেউকে দেখো সেই স্বাস্থ্যৱান, প্ৰাণ-প্ৰাচুৰ্যৰে পৰিপূৰ্ণ মহাদেউজনক। আমি কোঠাটোলৈ সোমাই যোৱাৰ লগে লগেই মহাদেৱে সোধে—'কি খবৰ ভালনে তোমালোক সকলোৰে?' তাৰ পিছত বহিবলৈ দি নানা ধৰণৰ কথা পাতে। মোৰ স্বামীৰ লগত ৰাজনীতি আৰু কেন্সাৰ ইনষ্টিটিউটৰ কথা, মোৰ লগত ঘৰুৱা আৰু নতুন কিতাপ-আলোচনীৰ কথা। সকলো নতুন বাতৰিয়েই মহাদেউৰ অৱগত। পুৰণা দিনৰ ৰাজনীতি সাহিত্যৰো কথা কয়। সুন্দৰ সাৱলীল গতিত কোৱা কথাবোৰ শুনি এনে লাগে যেন ইতিহাসৰ পাত একোখিলাহে লুটিয়াই গৈ আছো। মাজে মাজে ওঁঠত সেই মিচিকিয়া হাঁহিটোলৈ মাহীদেউকে, মোকে জোকাবলৈ কয়, 'তিৰোতাই যে কান্দিয়েই ৰণ জিকে জানা নহয়!' নহ'লে ক'ব 'ৰাজনীতিজ্ঞ মহিলাই হওক বা সমাজসেৱী মহিলাই হওক বক্তৃতা কিন্তু সুন্দৰ মুখস্থ কৰি আহে। মহিলাই খুব মুখস্থ ৰাখিব পাৰে নহয়!' এনেকৈয়ে হাঁহি কথা পাতি চাহ-তাহ খাই একোটা সুন্দৰ সন্ধিয়া সাৰ্থক কৰোঁ। মহাদেউৰ উৎসাহ-উদ্দীপনাই আমাক বাৰুকৈয়ে অনুপ্ৰাণিত কৰে।

এদিন মহাদেউৰ ওচৰলৈ গৈয়েই 'ভাল নহয় মহাদেউই বুলি সোধোতে সেই চিনাকি হাঁহিটোৰে ক'লে 'ভালেই। পিছে, বহুত দিন থাকিলো নহয়। প্ৰায় অষ্টাশী বছৰ। এতিয়া আৰু যাব লাগে। মৰিবলৈ পিছে সময় এটাকে পোৱা নাই। মানে এতিয়াই মৰিলে এওঁলোকৰ বিহু খোৱা নহ'ব। তাৰ পিছত নাতিনীৰ পৰীক্ষা। তাৰ পিছত পূজাই আহিব, মানুহবোৰে দিগদাৰ পাব নহয়। কাকো দিগদাৰ নিদিয়াকৈ মৰিবলৈ সময় এটাকে উলিয়াব পৰা নাই।' আমাৰ হাঁহিৰ মাজত মাহীদেৱে অলপ ইতস্ততঃ কৰা দেখিলে, মহাদেৱে মাহীদেউক জোকাবলৈ আমাক কয়, 'এও আৰু' 'মৰা' কথা ক'লে বেয়া পায়। 'মই আগতে যাম' বুলি ক'লে। এওঁ কয় নহয়, এওঁহে আগতে যাব। এওঁ ট্ৰেইন প্লেনত উঠি কৰবালৈ যোৱা বুলি ভাবে নেকি। .....'

সেই সুখ, হাঁহি আৰু মিঠা আনন্দৰ প্ৰাচুৰ্যৰে জীৱন ভৰাই ৰখা মহাদেউক ১৯৯২ চনৰ দৌল পূৰ্ণিমাৰ দিনা যেতিয়া নব্বৈ বছৰীয়া জন্মদিনৰ অভিনন্দন জনাবলৈ গৈছিলো দেখিছিলো তেতিয়াও সেই একেজন মহাদেউকে, সেই একে উদ্ভাসিত চকু, উদ্বেলিত মন আৰু উদাত্ত কণ্ঠ। সজীৱ ফুলৰ থোপাটো হাতত দি জন্মদিনৰ ওলগ আৰু শুভেচ্ছা জনাওতে সেই একে ধৰণে হাঁহি হাঁহি কৈছিল, 'কি, বিদায় দিয়া নাই তো!' ভাগিন, ভতিজা, নাতি-নাতিনীৰে পৰিবেষ্টিত হৈ থকা মহাদেউৰ মাতটো আমি আৰু অন্ততঃ | দহ বছৰলৈ এনেকৈ জন্মদিনৰ ওলগ জনাবলৈ আহিম বোলা উচ্ছল সমস্বৰত তল পৰি গৈছিল। দুপৰীয়া খোৱাৰ বাবে দ্বিতীয় মহলাত থকা খোৱা কোঠালৈ সকলোৰে সৈতে মহাদেউও চিৰিৰে উঠি আহিছিল। পিন্ধনত আছিল পাইজামা পাঞ্জাবী। সজীৱ-সতেজ মহাদেউৰ মুখ পুত্ৰ, বোৱাৰী, নাতি-নাতিনী আৰু পৰিয়ালৰ সকলোৰে লগত উজ্জ্বল হৈ উঠিছিল। সকলোৰে লগত একেলগে বহি ভাত খাইছিল। এটা নভগা সপোনৰ দৰে সেই দিনটো মনৰ মাজত উজ্জ্বল হৈ ৰৈ গৈছিল মোৰ।

আকৌ বহুতবাৰ মহাদেউক লগ পাইছো। কেতিয়াবা ক'ৰবাত হাতত দুখ পাই কি লগায় সুধিছো, মহাদেৱে হাতখন এবাৰ চায়েই দৰব এটা দিছে, কেতিয়াবা অন্য গধুৰ আলোচনাই কৰিছে। দুদিনমান লগ নাপালেও মাহীদেউহঁতৰ পৰা খবৰ পাইছো, মহাদেউৰ ভাল বুলি। মহাদেউতো ভালেই থাকে। অসুখ বুলি কেতিয়াও শুনা নাই!

এদিন হঠাৎ খবৰ পালো মহাদেউক নাৰ্ছিং হোমত থোৱা হৈছে, উশাহ—নিশাহৰ সামান্য অস্বস্তিৰ বাবে। নাৰ্ছিং হোমলৈ গ'লো। আত্মীয়স্বজনেৰে ভৰি আছে। কোনোবাই ক'লে, এতিয়া আৰু চিনি নাপায়। চকু মেলিয়েই চোৱা নাই। অন্য একো আহুকাল নাই যদিও উশাহ লোৱাত সামান্য কষ্ট হৈছে। বেছি হুলস্থুল নোহোৱাকৈ দুজন-এজনকৈ মহাদেউ থকা কোঠাটোত সোমাই চাই আহিছে। মইও সোমালো। সেইজন মহাদেৱেই; মাত্ৰ মূৰত টুপীটো নাই। কিবা এটা অস্বস্তিৰে মনটো হাহাকাৰ কৰি উঠিল। জেঠাইদেউৰ ছোৱালী ভুলা বাইদেৱে মহাদেউৰ বুকুখন লাহে লাহে পিহি দিছিল। মহাদেউৰ হাত এখনত ধৰি লাহেকৈ মই হাতখন বুলাই দিলো। মহাদেৱে মুদি থকা চকুযোৰ মেলি মোলৈ চালে, চকুত প্ৰশ্ন— 'কোন নো?' ভুলা বাইদেৱে ক'লে, এয়া জোনাকী আহিছে। সোণ দদাইদেউ! 'অ' জোনা। মহাদেৱে বিৰবিৰাই ক'লে যদিও কণ্ঠ স্পষ্ট। হাহাকাৰ কৰা মনটো শান্ত হল। মহাদেৱে যে মোক চিনি পালে ....... সেয়াই আমাৰ মহাদেউৰ লগত শেষ দেখা।

সোতৰ ছেপ্টেম্বৰৰ পুৱা যেতিয়া ফুলৰ মালা লৈ মহাদেউৰ ঘৰলৈ গৈছিলো, আগৰ জন্মদিনৰ দিনটো বাৰে বাৰে মনত ভাহি উঠিছিল। মহাদেউৰ সেই হাঁহি-ভৰা মুখখন শেষবাৰ দেখোঁতে স্তিমিত আছিল। আজি চাঁপে স্তব্ধ ।

মহাদেউৰ ঘৰ সোমালোঁ। আগৰ দৰেই মহাদেউক প্ৰথম মহলাৰ ড্ৰইং ৰুমতে পালোঁ। মাথো সতেজভাৱে চোকাল বহি কিতাপ পঢ়ি থকা নাই। টি ভি চাইও থকা নাই। মহাদেউ শুই আছে মজিয়াত নিস্তেজ হৈ। ফুল আৰু ফুলৰ মালাৰ মাজত ধূপ আৰু ধূনাৰ ধোঁৱাৰ মাজত মহাদেউৰ সেই সুগোল সুঠাম মুখখন জিলিকি আছে। ফুলখিনি এইবাৰ হাতত নহয়, ভৰিৰ কাষত পৈ সেৱা জনালোঁ। এই প্ৰথমবাৰলৈ মহাদেৱে নুসুধিলে, 'কি খবৰ। ভালনে তোমালোকৰ ?' ........নীৰৱ নিস্পন্দ নিঃসাৰ মহাদেউক সেমেকা চকুযোৰেৰে বিদায় জনালো নিৰলে, চিৰ বিদায়।

# কিছুমান দুখৰীয়া স্মৃতি ঃ সোণ দদাইদেউৰ

ডাঃ প্ৰমথেশ বৰুৱা

যোৱা ১৬ ছেপ্টেম্বৰ, ১৯৯২ তাৰিখে আমাৰ অতিকৈ মৰমৰ, অতিকৈ আদৰৰ "সোণ দদাইদেউ" ডাঃ কনকচন্দ্ৰ বৰুৱাই ইহ সংসাৰ ত্যাগ কৰিলে— বাৰ্দ্ধক্যজনিত "ব্ৰংকনিউমোনিয়াত ভুগি। ডাক্তৰ হিচাপে বহুতো আপোনজন, সুহৃদজনৰ সেই অনাবিল মুহূৰ্তত, যি সময়ত আত্মা দেহৰ পৰা বিচ্ছিন্ন হয় পৰিয়ালৰ লোকৰ ইচ্ছাৰ সাপেক্ষেই হওঁক নাইবা নিজৰ কৰ্তব্যৰ যুক্তিযুক্ততাতেই হওক, ওচৰত থাকি নশ্বৰ দেহাই সেই মুহূৰ্তত পোৱা অনাবিল প্ৰশান্তি দেখি অভিভূত হৈছো বহুতবাৰ। কিন্তু সেইদিনা কিয় জানো সোণ দদাইদেউৰ সেই মুহূৰ্তকণৰ ওচৰত থাকিব নোৱাৰিলো। আবেগৰ প্ৰবণতাই মোক আঁতৰাই লৈ আহিল।

সোণ দদাইদেউ আমাৰ পৰিয়ালৰ লগত বিশেষকৈ মোৰ শৈশৱৰ পৰা ইমান ওতপ্ৰোতভাৱে জড়িত আছিল যে কিবা এটা লিখা মানেই মোৰ জীৱনৰ বিগত পাঁচোটা দশকৰ দিনপঞ্জী লিখাৰ দৰেই হ'ব। পানী কেঁচুৱাতে মাতৃ-বিয়োগ হোৱাৰ বাবেই নেকি সোণ দদাইদেউৰ মোৰ প্ৰতি মৰম আবেগ অলপ বেছি আছিল বুলি ভাবিবলৈ মন যায়, দেউতা বেছিভাগ সময় ৰাজনৈতিক কামত ব্যস্ত থকাৰ বাবে আমাক দুল দদাইদেউ আৰু সোণ দদাইদেৱে আবৰি ৰাখিছিল অকপট আদৰ-যত্নেৰে।

মনত পৰে আঠ বছৰ বয়সত মোৰ পিঠা-খোৱা (mumps) হৈ ডিব্ৰুগড়ত বৰ কষ্ট পাইছিলো। সোণ দদাইদেৱে খবৰটো পায়েই মোক ডিব্ৰুগড়ৰ পৰা গুৱাহাটীৰ তেওঁৰ ঘৰলৈ আনি আদৰ-যত্নেৰে চিকিৎসা কৰাত মই ভাল হ'লো। সোণ দদাইদেউৰ কিছুমান অলিখিত অনুশাসন আছিল, যেনে আমাৰ পৰিয়ালৰ কোনোবা গুৱাহাটীত পঢ়িবলৈ আহিলে তেওঁৰ ঘৰত থাকি পঢ়িব লাগিব। আমি আটায়ে সেয়ে গুৱাহাটীৰ সোণ দদাইদেউৰ তাত থাকিয়েই কলেজীয়া শিক্ষা সাং কৰিছিলো।

সোণ দদাইদেউৰ প্ৰতি আমাৰ আদৰো কম নাছিল। সৰুতে তেতিয়া সোণ দদাইদেউ শিৱসাগৰত আছিল। মই আকৌ সৰুতে nice বিস্কুট খাবলৈ বৰ ভাল পাইছিলো। এদিন ৰাতিপুৱা শুই উঠোতে সোণ দদাইদেৱে সুধিছিল কালি ৰাতি কি সপোন দেখিলো? উত্তৰত মই টপৰাই ক'লো যে মোক সোণ দদাইদেৱে এটা বিস্কুটৰ টিং দিছে। গতিকে আজি মোক এটা লাগিব। সোণ দদাইদেৱে সেয়া আনি দি থৈ গৈছিল।

ডাক্তৰী পাছ কৰাৰ পিছত মই সৈন্যবাহিনীত যোগ দিব খুজিলো। সোণ দদাইদেউক কোৱাত তেখেতে বৰ এটা ইতিবাচক সঁহাৰি নিদিলে। তেওঁৰ মতে আৰ্মি মানে ৰাম আৰু ড্ৰাম। খুব মদ খাব লাগে আৰু ড্ৰাম বজালেই লৰ মাৰিব লাগে। প্ৰথমতে কথাটো বুজা নাছিলো। পিছৰ প্ৰায় ছবছৰ কাল থাকি বুজিলো— হয় যি সময়ত চিকিৎসা বিজ্ঞানৰ বিষয়ে আৰু অধ্যয়ন কৰাৰ দৰকাৰ সেই সময়ত আমি আৰ্মিত field service কৰি কটালো য'ত ডাক্তৰী কাম দিনটোৰ প্ৰায় আধাঘণ্টা।

সামৰিক জীৱন সাং কৰি আকৌ পঢ়িবলৈ আহোতে তেখেতে খুব ভাল পাইছিল। তেজপুৰত চাকৰি কৰোতে তেজপুৰৰ মানুহ বা কোনোবা তেজপুৰলৈ আহিলে তেওঁ গৌৰৱেৰে কৈছিল, তেওঁৰ ভতিজা ল'ৰা এটা তেজপুৰৰ খুব ভাল ডাক্তৰ— কিবা অসুবিধা পালে তেওঁৰ ওচৰলৈ গ'লেই হ'ব।

সোণ দদাইদেউ পিতৃতুল্য হ'লেও ডাক্তৰ হোৱাৰ পিছত তেওঁৰ ব্যৱহাৰ আমাৰ প্ৰতি একেবাৰে বন্ধুভাবাপন্ন আছিল। চিকিৎসক হিচাপে তেখেতৰ মোৰ ওপৰত অগাধ বিশ্বাস আছিল। যোৱা ১৯ বছৰে সোণ দদাইদেউৰ ওচৰলৈ গ'লেই চিকিৎসা বিজ্ঞান সম্বন্ধে আলোচনা কৰিছিলো। তেওঁ নিজৰ view point বিলাক দাঙি ধৰিছিল, সেইবুলি আমাৰবোৰক কোনো অসম্মান কৰা নাছিল।

১৯৭৪ চনত মই প্ৰথম ভাৰতীয় I M A চিকিৎসা সেৱা সস্থাত যোগ দিওঁ। কলেজত পঢ়োতে সদায় শুনিছিলো— বুধবাৰে সোণ দদাইদেউইতে I M A কৰে। এটা দেওবাৰ এৰি অন্যটোত তেতিয়াৰ বেলতলালৈ গাঁৱৰ মানুহক health check up camp কৰিবলৈ কৈছিল। পিছত ১৯৭৮ চনত আই. এম এ স্মৃতিগ্ৰন্থ তৈয়াৰ কৰোতে পাইছিলো বিগত দিনত সোণ দদাইদেউ আদি ডাক্তৰৰ অৱদানবিলাক। ১৯৬০-৬১ চনত শিলচৰত বহা All Assam Medical Conference অত সোণদদাইদেউ সভাপতি আছিল। এই অধিবেশনতে কেইটামান গুৰুত্বপূৰ্ণ সিদ্ধান্ত লোৱা হৈছিল যি আজিও ভাৰতীয় চিকিৎসা সেৱা সস্থা অসম শাখাৰ বুৰঞ্জীত জল— জল পটপট হৈ আছে। প্ৰস্তাৱসমূহ এনে ধৰণৰ :

১) চিকিৎসা বিষয়া দ্বিতীয় শ্ৰেণী (L. M. P, L M F) আদিক চৰকাৰী চাকৰিত স্বাস্থ্য বিষয়া দ্বিতীয় শ্ৰেণী হিচাপে নিয়োগ কৰা।

২) এম বি আৰু এম বি বি এছ্ ডিগ্ৰীধাৰী ডাক্তৰৰ ব্যক্তিগত মানদি পাঁচ টকাৰ পৰা দহ্ টকা কৰা।

ইয়াৰ উপৰি তেওঁ গুৱাহাটী শাখাৰ সভাপতি হৈ থাকোতেই বৰ্তমান I M A অৰ মাটিখিনি চৰকাৰৰ পৰা অনুদানত লৈছিল। এতিয়াও জি, এন, বি পথৰ সেই ঘৰটোৱে সোণ দদাদেউহঁতৰ আশাশুধীয়া প্ৰচেষ্টাৰ স্বাক্ষৰ বহন কৰি আহিছে।

সোণ দদাইদেউৰ চিকিৎসা সম্বন্ধীয় জৰুৰীকালীন অৱস্থাত ধীৰ-স্থিৰ চিত্তে পৰিচালনা কৰা কামবোৰ অন্যৰ বাবে আদৰ্শনীয় হৈ থাকিব। গুৱাহাটীৰ কটন কলেজৰ হোষ্টেলত ১৯৬০ চনত হোৱা পুলিচৰ গুলী চালনাত আমি তাৰ চাক্ষুষ প্ৰমাণ পাওঁ। বন্ধৰ দিনা দিনৰ এঘাৰ মান বজাত হোৱা দুৰ্ঘটনাটোত হোষ্টেলৰ বাসিন্দাই ভীতিগ্ৰস্ত হৈ মানসিক ভাৰসাম্য হেৰুৱাই পেলাইছিল। ডাক্তৰ হিচাপে সোণ দদাইদেউ আৰু পোৱাল দুৱৰা আহতসকলৰ শুশ্ৰূষা, নিহতজনৰ নিস্পন্দ দেহাৰ আইনসম্মত ব্যৱস্থা আদি কৰি সকলোৰে শলাগৰ পাত্ৰ হৈছিল।

ইমান কৰ্মব্যস্ত জীৱনৰ মাজতো ঘৰত যিকণ সময় আজৰি পাইছিল সেয়া হাঁহি-ধেমালিতে পাৰ কৰিবলৈ ভাল পাইছিল। তেখেত খুব কৌতুকপ্ৰিয় আছিল।

সোণ দদাইদেউৰ পৰা শুনা দুটামান কৌতুকেৰে আজি আমাৰ লিখা শেষ কৰিম।

এখন ভোজ মেলত এজন অফিচাৰে এজন ডাক্তৰক সুধিলে—

Jams : Hello! I am Jams
Dr. John : Hello! I am Dr. John
Jams : Are you a medical doctor?
Jams : Are you a specialist?
John : yes I am.
John : Yes I specialise in nose surgery
Jams : But which nostril?

ভদ্ৰ মহিলাই টেলিফোন কৰিছে মাহীয়েকলৈ— (তেতিয়া Dialling নাছিল)

মহিলা : মোক Operation! 419 দিয়কচোন?

(সিফালৰ পৰা গৰগৰীয়া মতা মানুহৰ মাত— Hello !

মহিলা : কোন? মহাদেউ? মাহীদেউ আছেনে?

পুৰুষ : কোন মহাদেউ বিচাৰিছে? য়ে মহাদেউ আছে লেকিন মহাদেউ মাৰোৱাৰী আছে আপনাক কিমান নম্বৰ লাগিছিলে 419? য়ে 459 আছে।

# ডাঃ ভুৱনেশ্বৰ বৰুৱা, কৰ্কট প্ৰতিষ্ঠান আৰু ডাঃ কনকচন্দ্ৰ বৰুৱা

ডাঃ শীলভদ্ৰ মেধী

গুৱাহাটী মহানগৰীৰ দক্ষিণ প্ৰান্তত অৱস্থিত ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠানটিৰ নামটি উল্লেখ কৰিলেই এগৰাকী প্ৰবীণ সুচিকিৎসকৰ ছবি বহুজনৰ চকুৰ পটাত ভাঁহি উঠাৰ লগে লগে এই প্ৰতিষ্ঠানটিৰ সৰ্বাংগীন উন্নতিসাধনৰ বাবে তেখেতৰ অক্লান্ত চেষ্টাৰ কথাই সকলোৰে মনত উৎসাহ-উদ্দীপনাৰ এক শিহৰণ জগাই তোলে। মূৰত শুৱাই পৰা টুপীটো, ওঁঠত পৰিতৃপ্তিৰ মিঠা হাঁহিটি, পৰিপাটিকৈ পিন্ধা সাজ-পোছাক আৰু অমায়িক ব্যৱহাৰেৰে দেখিবলৈ শুৱনি সুপুৰুষ, তেখেত আছিল সকলোৰে প্ৰিয়জন ডাঃ কনকচন্দ্ৰ বৰুৱা. বিশেষকৈ কৰ্কট প্ৰতিষ্ঠানটিৰ লগত যিসকল আৰম্ভণিৰ পৰা জড়িত, যিসকল তেখেতৰ সান্নিধ্যলৈ আহিছিল তেখেতসকলৰ বাবে ডাঃ বৰুৱাৰ মহান ব্যক্তিত্ব, তেখেতৰ কৰ্মতৎপৰতা, উৎসাহ-উদ্দীপনা আদি সকলোবোৰ যেন এক 'সাধুকথা' (legend) স্বৰূপ। বহু সময়ত তেখেত প্ৰতিষ্ঠানটিৰ চিকিৎসকসকল, বিভিন্ন কৰ্মচাৰী তথা ৰোগীৰ বাবে যেন এগৰাকী বন্ধু, দাৰ্শনিক পণ্ডিত আৰু পৰিচালক (friend philosopher and guide) তেখেতৰ পিতৃসুলভ উদাৰ মৰমিয়াল অন্তৰখনিৰে অচিৰেই সকলোকে আপোন কৰি ল'ব পাৰিছিল। সেইবাবেই নিশ্চয় কৰ্কট প্ৰতিষ্ঠানটিৰ নিচেই চাল্‌কীয়া অৱস্থাত এই প্ৰতিষ্ঠানটিত কাম কৰিবলৈ অহা নতুন চিকিৎসকসকলে ভৱিষ্যতৰ উন্নতিৰ কোনো আশা নেদেখি যেতিয়া হতাশ হৈ পৰিছিল, যন্ত্ৰণাত চটফটাই থকা ৰোগীসকলৰ অন্তৰ বেদনাত ভাগি পৰিছিল, তেতিয়া সেইসকলৰ বাবে ডাঃ বৰুৱা এটি আশাৰ চাকি, প্ৰেৰণাৰ এক উৎসস্বৰূপ আছিল। সেয়েহে হ'বলা চিকিৎসালয়খনৰ সেই চাল্‌কীয়া অৱস্থাৰ মহা-সঙ্কটকালীন দিনবোৰত তেখেতে উৎসাহ-উদ্দীপনা জগাই দিয়া দিহা-পৰামৰ্শবোৰ সকলোৱে দ্বিধাহীনভাৱে মানি লৈ,

নিজৰ ক্ষুদ্ৰ স্বাৰ্থ ত্যাগ কৰি প্ৰতিষ্ঠানটিৰ উন্নতিৰ কথাহে চিন্তা কৰিবলৈ লৈছিল আৰু আজিকোপতি তেখেতৰ মৃত্যুৰ পিছতো এইগৰাকী মহান চিকিৎসকৰ মানৱতাবাদ, উচ্চ ভাব-চিন্তা, নিঃস্বাৰ্থ কৰ্তব্যনিষ্ঠা সকলোৰে বাবে এক তুলনাবিহীন আদৰ্শ হৈ আছে। এই মহান প্ৰতিষ্ঠানটিৰ জন্মলগ্নৰে পৰা আজিলৈকে জড়িত হৈ থকা চিকিৎসক হিচাপে মই ব্যক্তিগতভাৱে এই কথা মৰ্মে মৰ্মে উপলব্ধি কৰো। ডাঃ কনকচন্দ্ৰ বৰুৱাক কৰ্কট প্ৰতিষ্ঠানটিৰ জনকস্বৰূপ বুলি ক'লেও বঢ়াই কোৱা নহয়।

গুৱাহাটী মহানগৰীত দুৰাৰোগ্য কেন্সাৰ ৰোগৰ এই চিকিৎসালয়খন গঢ়ি উঠাৰ আগতে ভাৰতৰ পূৰ্বাঞ্চলৰ বিশেষকৈ অসমৰ কোনো লোক কৰ্কট ৰোগত আক্ৰান্ত হ'লে ৰোগী প্ৰমুখ্যে পৰিয়ালৰ সকলোৰে কিমান যে মানসিক আৰু শাৰীৰিক কষ্ট হৈছিল সেই কথা সুঁৱৰিলে দুখ লাগে। আৰ্থিক সামৰ্থ্য থকা সকলে অসমৰ বাহিৰলৈ গৈ নিৰাময়ৰ বাবে চেষ্টা কৰিছিল যদিও দুখীয়া লোকসকলে আনকি প্ৰাথমিক চিকিৎসাখিনিৰ অভাৱত কিমান কাতৰ যন্ত্ৰণাত চট্‌ফটাই মৃত্যুৰ দিন গণিবলগীয়া হৈছিল সেই কথা মনত পৰিলে চকু সেমেকি উঠে। জনসাধাৰণৰ এই দুখ-কষ্টৰ কথা উপলব্ধি কৰি অসমৰ কেইগৰাকীমান কল্যাণকামী লোকে অসমত কৰ্কট ৰোগৰ সহজলভ্য চিকিৎসাৰ কথা চিন্তা কৰি, ১৯৫৮ চনৰ প্ৰথমভাগত এই দুৰাৰোগ্য ৰোগৰ চিকিৎসালয় এখন পতাৰ সিদ্ধান্ত লয়। তেখেতসকলৰ চেষ্টাতে অসমৰ এগৰাকী দুখীয়াৰ 'বন্ধু সুচিকিৎসক' ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ স্মৃতিত এই প্ৰতিষ্ঠানটি তেখেতৰ নামেৰেই নামকৰণ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। এই মহান প্ৰতিষ্ঠানটি গঢ়ি তুলিবৰ বাবে এখনি পৰিচালনা কমিটী গঠন কৰা হয় আৰু ইয়াৰ প্ৰাৰম্ভিক কাম-কাজ আৰম্ভ কৰা হয়। ১৯৬২ চনত এই কমিটীখন নতুনকৈ গঠন কৰা হয় আৰু সেই সময়ৰ অসমৰ মাননীয় মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাদেৱক সভাপতি, দেৱেন্দ্ৰনাথ শৰ্মা (প্ৰাক্তন এম, এল, এ) দেৱক উপ-সভাপতি, ডাঃ কনকচন্দ্ৰ বৰুৱাদেৱক সম্পাদক আৰু পঞ্জাবৰ প্ৰাক্তন ৰাজ্যপাল মহেন্দ্ৰমোহন চৌধুৰীদেৱক মুখ্য উপদেষ্টা হিচাপে বাছনি কৰা হয়। পিছত উক্ত কমিটীখন Board of Trusteesলৈ ৰূপান্তৰিত কৰা হয় আৰু বিষ্ণুৰাম মেধি, ডাঃ ঘনশ্যাম দাস আৰু বীৰেন্দ্ৰনাথ চৌধুৰী আদি নিঃস্বাৰ্থ ৰাজনীতিবিদ, সমাজকৰ্মী আৰু সুচিকিৎসকক ইয়াৰ সভ্য কৰি লোৱা হয়। শেষত চিকিৎসালয়খনৰ বিভিন্ন কাৰ্য-কলাপ পৰিচালনা কৰিবলৈ এখন পৰিচালনা-সভা (Governing Body) গঠন কৰা হয় আৰু ডাঃ কনকচন্দ্ৰ বৰুৱাদেৱৰ হাতত পৰিচালনাৰ সকলো দায়িত্ব অৰ্পণ কৰা হয়। এইদৰে অসমৰ একমাত্ৰ কৰ্কট প্ৰতিষ্ঠানটি এখনি উন্নত শ্ৰেণীৰ চিকিৎসালয়ৰূপে গঢ়ি তোলাৰ এক মহান প্ৰচেষ্টাত অসমৰ কেবাগৰাকীও বৰেণ্য ব্যক্তিয়ে অৰিহণা যোগায়। কোৱা বাহুল্য যে, অৰ্দ্ধনিৰ্মিত চিকিৎসা ভৱনটিৰ পূৰ্ণাঙ্গ ৰূপ লোৱাৰ সময়লৈকে ডাঃ বৰুৱাৰ

বাসভৱনৰ নিজা চেম্বাৰতে চিকিৎসালয়খনিৰ কাম-কাজ চলাই থকা হৈছিল। পৰিচালনা কমিটীৰ গুৰুভাৰ গ্ৰহণ কৰাৰ পিছত ডাঃ বৰুৱাৰ জীৱনৰ সকলোখিনি ধ্যান-ধাৰণা, চিন্তা-চৰ্চা যেন কৰ্কট প্ৰতিষ্ঠানটিতে কেন্দ্ৰীভূত হ'ল। ডাঃ বৰুৱা সেই সময়ৰ এগৰাকী নামজ্বলা সুচিকিৎসক আছিল। তেওঁৰ চেম্বাৰত দিনে-ৰাতিয়ে বিভিন্ন ৰোগীৰ ভিৰ। এফালে নিজৰ বাসভৱনৰ চেম্বাৰত ৰোগীৰ ভিৰ, আনফালে তেওঁৰ জন্মভূমি অসমৰ চুকে-কোণে বহুজনৰ কাতৰ যন্ত্ৰণাৰ আৰ্তনাদ। অসহ্য যন্ত্ৰণাত কাতৰ জনসাধাৰণৰ কল্যাণৰ বাবে ডাঃ বৰুৱাৰ মন অস্থিৰ হৈ পৰিল। ৰোগী চাই অৰ্জন কৰা টকা-পইচাৰ মোহে সেই সুন্দৰ মনটিক স্পৰ্শ কৰিব নোৱাৰিলে, লাহে লাহে তেওঁ নিজাকৈ ৰোগী চোৱাৰ কাম প্ৰায় বাদ দিয়াৰ নিচিনাই হ'ল। কৰ্কট প্ৰতিষ্ঠানটিকে যেন তেখেতে মানৱ সেৱাৰ পৱিত্ৰ মন্দিৰৰূপে গ্ৰহণ কৰিলে আৰু আমি কনিষ্ঠ চিকিৎসকসকলোকো যেন সেই মন্দিৰত একান্তভাৱে সেৱা জনাবলৈ আহ্বান জনালে। চিকিৎসালয়খনৰ জন্মলগ্নতে নিয়োগ হোৱা আমি কেইগৰাকীমান চিকিৎসকে সেই আহ্বানক উপেক্ষা কৰিব নোৱাৰিলো, আন্তৰিকতাৰ সেই মন্দিৰত সেৱা জনাই ভগৱানক মিনতি জনালো, ডাঃ বৰুৱাৰ কৰ্ম-প্ৰেৰণাৰে আমিও যেন কৰ্মক্ষেত্ৰত ব্ৰতী হ'ব পাৰো।

১৯৭৩ চনৰ ১৮ নৱেম্বৰত কৰ্কট প্ৰতিষ্ঠানটিৰ আনুষ্ঠানিক উদ্বোধন হয় যদিও চিকিৎসালয়খনত ৰোগী ৰখা বা ৰোগী চোৱা-চিতা কাম ১৯৭৪ চনৰ ছেপ্টেম্বৰৰ পৰাহে আৰম্ভ হয়। খুব কম টকাৰ দৰমহাত নানান কষ্ট কৰি আমি খুব কম সংখ্যক চিকিৎসককেইগৰাকীয়ে ডাঃ বৰুৱাৰ তত্ত্বাৱধানত O. P. D.ত ৰোগী চোৱা, চিকিৎসালয়ত ৰোগী ৰখাৰ ব্যৱস্থা কৰা, ৰোগীৰ খোৱা-লোৱাৰ ব্যৱস্থা কৰা আদি সকলো কাম কৰিবলগীয়া হৈছিল। প্ৰথম অৱস্থাত চিকিৎসকসকল আহি ভৱিষ্যৎ অনিশ্চয়তাৰ কথা চিন্তা কৰি ভাল সুবিধা পালে গুচি গৈছিল। ময়ো প্ৰায়েই তেনে সুবিধা পাই আন ঠাইলৈ যাবলৈ মন মেলিছিলো। কিন্তু ডাঃ বৰুৱাই সেই কথা গম পালে পোনপটীয়াভাৱে বাধা নিদিছিল যদিও গভীৰ মনেৰে পৰম আশ্বাসেৰে যিখিনি কথা কৈছিল, সেই কথা শুনাৰ পিছত নৱ-নিৰ্মিত এই মহান প্ৰতিষ্ঠানটি এৰি যাবলৈ মনটো কোঁচ খাই গৈছিল। তেখেতে প্ৰায়েই মোক আশ্বাস দি কৈছিল : "শীলভদ্ৰ তুমি বিশেষ উচ্চ শিক্ষা লৈ আহিছা, ভাল ঠাইত ভাল সুবিধা নিশ্চয় পাবা, মই বাধা নিদিও, কিন্তু চোৱা তোমাৰ নিচিনা গুৱাহাটীৰ ঐতিহ্যসম্পন্ন পুৰণি পৰিয়াল এটিৰ ল'ৰা এজনে যদি এনে এখন চিকিৎসালয়ৰ উন্নতিৰ কথা চিন্তা নকৰা তেন্তে কোনে কৰিব কোৱাচোন? এই হাস্পাতালত তুমি আৰম্ভণিৰ পৰা আছা, এটা সময়ত তুমি জ্যেষ্ঠ চিকিৎসক হ'বা— তোমাৰ ভৱিষ্যৎ ভাল হ'ব" ইত্যাদি। কেৱল মোৰেই নহয় এনেধৰণৰ ফলপ্ৰসূ আশ্বাসবাণী মোৰ লগৰ আন

সহকৰ্মীকেইগৰাকীকো দিছিল। তেখেতে প্ৰায়েই আবেগবিহ্বলভাৱে আমাক কৈছিল Do'nt make this Institute a Jumping ground like other s কানো ব্যক্তিগত স্বাৰ্থত তেখেতে এনেবোৰ কথা কোৱা নাছিল, মুমূৰ্ষু মানৱৰ কল্যাণৰ কথা চিন্তা কৰিহে তেওঁ এইদৰে কৈছিল। সেই সময়ত চিকিৎসালয়খনৰ দুৰৱস্থা দেখি কেতিয়াবা বিৰক্তি, বিতৃষ্ণাত মন সেমেকি উঠিলেও এইগৰাকী মানৱতাবাদী প্ৰবীণ চিকিৎসকৰ কৰ্ম-প্ৰেৰণা আৰু অক্লান্ত পৰিশ্ৰম দেখি আমি প্ৰতিষ্ঠানটিৰ আৰম্ভণিৰে পৰা থকা চিকিৎসককেইগৰাকীয়ে আৰ্থিক দিশৰ কথা চিন্তা নকৰি এগৰাকী প্ৰকৃত চিকিৎসক হোৱাৰ প্ৰেৰণা পাইছিলো।

কৰ্কট প্ৰতিষ্ঠানটিৰ বাবে চৰকাৰে যিডোখৰ মাটি অনুদান হিচাপে দিছিল সেইডোখৰ মাটি পানী আৰু মেটেকাৰে ভৰা দ পিতনি আছিল। তাৰ এটি অংশত যথেষ্ট টকা খৰচ কৰি মাটি পুতি বৰ্তমানৰ চিকিৎসা ভৱনটো সাজি উলিওৱা হৈছে। এয়া মাথোন সম্ভৱ হৈছিল ডাঃ বৰুৱাৰ উৎসাহ-উদ্দীপনা, অক্লান্ত পৰিশ্ৰমৰ ফলস্বৰূপে। এখন পৰিপূৰ্ণাঙ্গ উচ্চমানবিশিষ্ট কৰ্কট ৰোগৰ চিকিৎসা প্ৰতিষ্ঠান গঢ়ি তোলাৰ যি মহান সপোন তেওঁ ৰচিছিল সেই সপোন বাস্তৱত ৰূপ দিবলৈ এক নতুন উদ্যম অফুৰন্ত কৰ্মশক্তিৰে তেওঁ নিৰ্মাণ কাৰ্যত মনোযোগ দিছিল, পিতনি পুতি স্বৰ্ণমন্দিৰ সজাৰ কামত ব্ৰতী হৈ তেওঁ প্ৰায়ে কৈছিলঃ 'Govt. has given us water and not land' যিখিনি পাইছিল তাতেই সন্তুষ্ট হৈ তেওঁ ভৱিষ্যতৰ কথা চিন্তা কৰিছিল, দোষাৰোপ কাকো কৰা নাছিল। অন্তৰত বহু আশা আৰু মনোবল লৈ বহু কষ্টেৰে দান-বৰঙণি সংগ্ৰহ কৰাত আগভাগ লৈ চিকিৎসালয় ভৱনটি সম্পূৰ্ণ কৰি তুলিছিল।

প্ৰতিষ্ঠান ভৱনটি সাজি উলিওৱাৰ পিছত ডাঃ বৰুৱাৰ চিন্তা হ'ল— কেনেকৈ প্ৰতিষ্ঠানটি আধুনিক সা-সৰঞ্জাম, যন্ত্ৰপাতিৰে সৰ্বাঙ্গসুন্দৰ কৰি গঢ়ি তুলিব পাৰে। নিজৰ ঘৰখনি সাজি উলিওৱাৰ পিছত সজাই-পৰাই তোলাৰ চিন্তা কৰাৰ নিচিনাকৈ ডাঃ বৰুৱাৰো চিন্তা হ'ল কেনেকৈ চিকিৎসালয়খন সকলো ফালৰ পৰা সজাই-পৰাই আটকধুনীয়া কৰিব পাৰে, তাৰ বাবে কেনেকৈ বিভিন্ন ঠাইৰ পৰা দান-বৰঙণি সংগ্ৰহ কৰিব পাৰে, বিভিন্ন উচ্চমানবিশিষ্ট যন্ত্ৰপাতি কিনাৰ টকা কেনেদৰে ক'ৰ পৰা সংগ্ৰহ কৰিব পাৰে, এই বিলাকেই তেওঁৰ মনত প্ৰধান চিন্তা হৈ পৰিল। সেয়েহে যাক যেনেকৈ পাৰে লগ ধৰি দান-বৰঙণি সংগ্ৰহ কৰাত ব্যস্ত হৈ পৰে। বহু সময়ত আমাকো লগ ধৰি উৎসাহেৰে কয়, বলাচোন অমুকলৈ যাওঁ, কিবা অলপ পাওঁয়েইবা। সামান্য দান হ'লেও তেওঁ আনন্দেৰে গ্ৰহণ কৰি সন্তুষ্ট লভিছিল। কোনোবাই হয়তো ৰোগী বহা বেঞ্চকে দিছে, আপত্তি নাই আনন্দেৰে গ্ৰহণ কৰিছে। দান-বৰঙণি সংগ্ৰহ কৰা কামত তেওঁ দিনে-ৰাতিয়ে ইমান ব্যস্ত হৈ পৰিল যে তেওঁ নিজাকৈ ৰোগী চোৱা কামটো প্ৰায় এৰি দিয়াৰ

নিচিনাই হ'লগৈ। এই বিষয়ে কোনোবাই কিবা সুধিলে তেখেতে উৎসাহেৰে কৈছিলঃ "এই প্ৰতিষ্ঠানটি এখনি পূৰ্ণাঙ্গ কেন্সাৰ হাস্পতাল কৰি তোলাই এতিয়া মোৰ লক্ষ্য, sacrifice নাথাকিলে কোনো মহৎ কাম সাধন নহয়।"

আৰম্ভণিতে এই হাস্পতালখন কুৰিখন বিছনাৰে আৰম্ভ কৰা হৈছিল। কেন্সাৰ ৰোগীৰ শতকৰা ৮০ ভাগেই radiation treatment কৰা হয়। ১৯৭৩ চনত প্ৰফেচাৰ পি, চি, চাংকাকতিদেৱৰ তত্ত্বাৱধানত এটি Deep X-Ray যন্ত্ৰৰে এই চিকিৎসা সেৱা আগবঢ়োৱা হৈছিল। লাহে লাহে তলৰ মহলাৰ ৰোগী ৰখা কোঠাবোৰ সম্পূৰ্ণ হৈ উঠিল আৰু বিছনাৰ সংখ্যা ৫০ খনলৈ বৃদ্ধি কৰা হ'ল। ১৯৭৯ চনত এটা নতুন কোবাল্ট মেচিন (Gammarex-R) ১৯৮৬ চনত ভাৰত চৰকাৰৰ সাহায্যত আন এটা নতুন আধুনিক কোবাল্ট মেচিন (Theratron-780) কিনা হ'ল। তেতিয়াৰ দিনত এটা কোবাল্ট মেচিনৰ দাম প্ৰায় ৫০ লাখ টকা। ডাঃ বৰুৱাই কেনেদৰে নানান কষ্টৰ মাজেৰে অসমৰ বিভিন্ন স্থানৰ, বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান, ব্যৱসায়ী লোক আদিৰ পৰা দান-বৰঙণি সংগ্ৰহ কৰি এই বহু দামী যন্ত্ৰকেইটি বহুৱালে, সেই কথা ভাবিলে আচৰিত হ'ব লাগে, সম্প্ৰতি উক্ত যন্ত্ৰ দুটাৰ সহায়ত দিনে ডেৰশৰো অধিক ৰোগীৰ চিকিৎসা কৰা হয়।

এইদৰে কৰ্কট প্ৰতিষ্ঠানটিৰ পূৰ্ণাঙ্গ ৰূপ দিয়াৰ পিছত ডাঃ বৰুৱাৰ মনত এটা নতুন চিন্তাৰ উদয় হ'ল। দূৰদৰ্শীসম্পন্ন এইগৰাকী সু-চিকিৎসকে উপলব্ধি কৰিলে যে দান-বৰঙণিৰ টকাৰে হয়তো এই অনুষ্ঠানটো চলাই নিয়া সম্ভৱপৰ নহ'ব। সেইবাবে ১৯৮৬ চনত অনুষ্ঠানটোক অসম চৰকাৰৰ হাতত অৰ্পণ কৰা হয়। এই কাৰ্য সম্পাদন হোৱাৰ পিছত ডাঃ বৰুৱাই এক স্বস্তিৰ নিশ্বাস পেলাইছিল যদিও তেওঁৰ বয়স হৈ অহা বাবে আগৰ নিচিনাকৈ প্ৰতিষ্ঠানটিৰ বাবে খাটিব নোৱাৰা হ'ল। সেইবাবে হয়তো তেওঁৰ মনটোৱে থিৰেৰে থাকিব পৰা নাছিল। পিছলৈ প্ৰায় এবছৰ তেওঁ ৰুগীয়া দেহাৰে ঘৰৰ পৰাই প্ৰায়েই মোলৈ ফোন কৰি কেতিয়াবা মাতি পঠিয়াই আবেগ-উৎকণ্ঠাৰে প্ৰশ্ন কৰে— "শীলভদ্ৰ কি খবৰ, হাস্পতালৰ সকলো খবৰ ভালনে? তোমালোকৰ ওপৰতে হাস্পতালখনৰ ভৱিষ্যৎ। তোমালোক উঠি অহা ডেকা চিকিৎসক" ইত্যাদি। কি নিঃস্বাৰ্থ কৰ্মশক্তি চিন্তাশক্তি! শ্ৰদ্ধাত মূৰ দোঁ খাই যায়, এনে মানৱতাবাদী চিকিৎসকৰ উদাৰ কণ্ঠস্বৰ শুনি মানৱৰ কল্যাণ সধাৰ প্ৰেৰণা জাগে, তেখেতৰ নিঃস্বাৰ্থ, অক্লান্ত পৰিশ্ৰম দেখি তেখেতৰ আদৰ্শেৰে ব্ৰতী হৈ আমি কনিষ্ঠ চিকিৎসকসকলে আগবাঢ়ি আহিলে যন্ত্ৰণাত কাতৰ বহুতো লোকে সম্পূৰ্ণৰূপে নিৰাময় নহ'লেও, অকণমান শান্তি নিশ্চয় পাব।

বৰ্তমান প্ৰতিষ্ঠানটো ইতিমধ্যে অসমৰ চুকে-কোণে জনাজাত হোৱাৰ উপৰিও গোটেই উত্তৰ-পূৰ্বাঞ্চলতে জনাজাত হোৱাত ৰোগীৰ ভিৰ দিনে দিনে বেছি

হ'বলৈ ধৰিছে। অসম চৰকাৰে এই প্ৰতিষ্ঠানটোৰ বিভিন্ন দিশত কোনো বিশেষ উন্নতি সাধিব নোৱাৰি ১৯৮৯ চনত ভাৰত চৰকাৰৰ লগত যোগাযোগ কৰি এখন Tripartite Agreement কৰিলে। এই চুক্তিমতে বৰ্তমান Department of Atomic Energy, North Eastern Council আৰু অসম চৰকাৰ মিলি এই প্ৰতিষ্ঠানটোৰ সৰ্বদিশত উন্নতি সাধিবৰ বাবে আৰু উত্তৰ-পূৰ্বাঞ্চলৰ এখন সৰ্বোত্তোপ্ৰকাৰে উচ্চতম আৰু উন্নত কৰ্কট চিকিৎসাৰ কেন্দ্ৰ কৰিবলৈ বিভিন্ন আঁচনিৰে কামত আগবাঢ়িছে। সেইবাবেই প্ৰতিষ্ঠানটিৰ কৰ্মকৰ্তা, চিকিৎসকসকল তথা কৰ্মীসকলৰ প্ৰচেষ্টাত ডাঃ বৰুৱাৰ সপোন বাস্তৱত পৰিণত হোৱাৰ পথত আগবাঢ়িছে দ্ৰুতগতিত। তাকেই কামনা কৰি আমি চিকিৎসকসকলেও তেওঁৰ আদৰ্শক ৰূপ দিয়াত ব্ৰতী হ'বলৈ চেষ্টা কৰিম।

এয়েই আমাৰ প্ৰাৰ্থনা।

# ডাঃ কনকচন্দ্ৰ বৰুৱাৰ ব্যক্তিত্ব

ডঃ অণিমা দত্ত

ডাক্তৰ কনকচন্দ্ৰ বৰুৱা মোৰ মহা। তেখেতৰ পত্নী মায়া বৰুৱা জোনাকী যুগৰ স্বনামধন্য সাহিত্যিক ডিব্ৰুগড়ৰ বেণুধৰ ৰাজখোৱাদেৱৰ অষ্টম কন্যা। ককাদেউতাৰ তিনিজন পুত্ৰ আৰু দহগৰাকী কন্যা। তেখেতৰ আত্মজীৱনী 'মোৰ জীৱন দাপোণ'ত পুত্ৰ-কন্যাসকলৰ সবিশেষ পৰিচয় আছে। মোৰ মাতৃ জীউতৰা ভবালী আছিল ককাদেউতাৰ চতুৰ্থ কন্যা। ককাদেউতাৰ দহগৰাকী ছোৱালীৰ আটাইকেইগৰাকীয়েই আছিল অতি শুৱনি চেহেৰাৰ। প্ৰাচীন সম্ভ্ৰান্ত অসমীয়া পৰিয়ালৰ আভিজাত্যসম্পন্ন চেহেৰাৰে প্ৰত্যেকগৰাকী ছোৱালীক বাটৰ বাটৰুৱাইও দেখিলে অন্ততঃ এবাৰ ঘূৰি চাইছিল। ককাদেউতাৰ পৰা তেওঁলোকে লাভ কৰিছিল গাৰ গৌৰ বৰণ, উজ্জ্বল চকু, ধেনুভিৰীয়া চেলাউৰি আৰু কেঁকোৰা চুলি। তেখেতৰ অষ্টম কন্যা অতি ধুনীয়া চেহেৰাৰ মাহী মায়া ৰাজখোৱাই ছিলঙৰ লেডীকন কলেজত আই এ পঢ়িছিল আৰু তাৰ পিছতে ১৯৪৪ চনত ডিব্ৰুগড়ৰ খলিহামাৰীৰ মজিন্দাৰ বৰুৱা বংশৰ ডাক্তৰ কনকচন্দ্ৰ বৰুৱাৰ লগত তেওঁৰ পৰিচয় হয়। সেই সময়ত মহাই ভিয়েনাৰ পৰা চিকিৎসা বিজ্ঞানত উচ্চ শিক্ষা লৈ আহি গুৱাহাটীতে প্ৰেকটিছ কৰিছিল। কনকচন্দ্ৰ বৰুৱাৰ ককাইদেৱেক লক্ষেশ্বৰ বৰুৱাই ককাদেউতাৰ দ্বিতীয় জীয়াৰী জোনতৰা ৰাজখোৱাক বিয়া কৰাইছিল। সেই সূত্ৰে ৰাজখোৱা পৰিয়ালৰ বাবে কনকচন্দ্ৰ বৰুৱা তেনেই চিনাকি আছিল। কনকচন্দ্ৰ বৰুৱা আছিল সভাশুৱনি চেহেৰাৰ, হাঁহিমুখীয়া, সৌম্য স্বভাৱৰ, এজন ব্যক্তিত্বসম্পন্ন সু-পুৰুষ। ককাদেউতাই মাহীৰ বাবে সেয়েহে তেখেতক বৰ স্বৰূপে নিৰ্বাচিত কৰিছিল। মাহীৰ বিয়া মোৰ বিপিকি বিপিকিহে মনত পৰে। কাৰণ তেতিয়া আমি নিচেই সৰু আছিলো।

মহা আছিল গান্ধীজীৰ একান্ত অনুগামী। তেখেতৰ সুযোগ্য ভ্ৰাতৃ দুজন লক্ষেশ্বৰ বৰুৱা আৰু ডাক্তৰ ভুৱনেশ্বৰ বৰুৱাৰ দৰে মহায়ো ভাৰতৰ স্বাধীনতা

আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি কাৰাবাস খাটিছিল। গান্ধীজীৰ সবৰমতী আশ্ৰমত তেখেতে বহুত দিন কটাইছিল। পিছত তাৰ পৰা উভতি আহি তেখেতে ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলত ডাক্তৰী পঢ়ি পাছ কৰে। দেশমাতৃৰ বাবে সকলো স্বাৰ্থ ত্যাগ কৰি তেখেতে আনকি বহুত দিনলৈকে বিবাহ বন্ধনতো সোমোৱা নাছিল। মেডিকেল পাছ কৰি উঠি ১৯৩০ চনত মহা শিৱসাগৰলৈ আহে আৰু তাতে তেখেতে প্ৰাইভেট প্ৰেকটিছ আৰম্ভ কৰি এখন ফাৰ্মাচী খোলে। বৰুৱা মেডিকেল হল নামৰ সেই ফাৰ্মাচীখন আৰু ডাক্তৰ বৰুৱা শিৱসাগৰত সেই সময়ত হেনো সকলোৰে অতি প্ৰিয় আছিল। আজিলৈকে সেই একে নামেৰে ফাৰ্মাচীখন বেলেগ বেলেগ গৰাকীৰ তলত চলি আছে।

ককাদেউতাৰ জোঁৱায়েকসকলৰ ভিতৰত মোৰ দেউতা সহজানন্দ ভৰালী, মহা ডিম্বেশ্বৰ নেওগ, অন্য এজন মহা তপনলাল বৰুৱা আৰু ডাক্তৰ কনকচন্দ্ৰ বৰুৱা মহা বয়সত ইজন সিজনতকৈ দুই-এবছৰহে সৰু-ডাঙৰ আছিল বাবে তেখেতসকলৰ মাজত প্ৰগাঢ় বন্ধুত্ব আছিল। মহাই দেউতাক নাম কাঢ়ি মাতি 'তুমি' বুলি সম্বোধন কৰিছিল, কিন্তু দেউতাই মহাক তেখেতৰ ঘৰত মতা নামটোৰে 'সোণ' বুলি মাতি 'আপুনি' সম্বোধন কৰিছিল। এই কথাটোত আমি বৰ আমোদ পাইছিলো।

আমি সৰু কালছোৱাত গুৱাহাটীলৈ কমকৈ আহিছিলো। কিন্তু মেট্ৰিক পাছ কৰাৰ পিছত গুৱাহাটীৰ সন্দিকৈ কলেজত পঢ়িবলৈ অহাৰে পৰা মহাক আমি ভাগিনবিলাকে ওচৰৰে পৰা জনাৰ সুবিধা পাইছিলো। মহাৰ অনেক গুণ দেখা পাইছিলো। মাহীৰ লগত মহাৰ বয়সৰ যথেষ্ট পাৰ্থক্য হোৱা সত্ত্বেও তেখেতে কোনোদিনে মাহীৰ ওপৰত কোনো কৰ্তৃত্ব খটোৱা নাছিল। মাহীৰ ভাব-চিন্তা, অনুভূতি, ৰুচি-অৰুচি, বিভিন্ন দৃষ্টিভংগী মহাই সহানুভূতিৰে গ্ৰহণ কৰিছিল। মাহীয়েও মহাক তেখেতৰ প্ৰাপ্য সন্মান, সহযোগ, স্নেহ, প্ৰীতি, সেৱাৰে আৱৰি থৈছিল। সেইবাবে দাম্পত্য জীৱনত তেওঁলোক অতি সুখী আছিল। পৰস্পৰে পৰস্পৰক আন্তৰিকভাৱে বুজিছিল।

ডাক্তৰ কনক বৰুৱা মহা নিৰ্ভীক, স্পষ্টবাদী আৰু অন্যায়ৰ লগত আপোচ নকৰা স্বভাৱৰ আছিল। সেইবাবে তেখেতে জীৱনৰ বহুতো মূল্যবান সময় গান্ধীজীৰ অনুগামীৰূপে সত্যাগ্ৰহ আন্দোলনত অংশ গ্ৰহণ কৰি কংগ্ৰেছৰ হকে কাম কৰিছিল যদিও, পিছত কংগ্ৰেছৰ অনেক নীতি বেয়া পাই কংগ্ৰেছ ত্যাগ কৰি চছিয়েলিষ্ট পাৰ্টিত যোগদান কৰে। তেখেত আছিল স্বাধীনচিতীয়া মনৰ। কাৰো কেতিয়াও কোনো অনুগ্ৰহ বিচৰা নাছিল। নিজে যিটো শুদ্ধ পথ বুলি ভাবে, সেই পথকে বাছি লৈছিল। নিঃস্বাৰ্থপৰতা তেখেতৰ দেশপ্ৰেমৰ মূলমন্ত্ৰ। মৃত্যুৰ আগে আগে দূৰদৰ্শনত লোৱা এটা সাক্ষাৎকাৰত মুক্তিযুঁজাৰুৰ পেঞ্চন

তেখেতে কিয় নিৰ্বিচাৰিলে বুলি যেতিয়া প্ৰশ্ন কৰা হৈছিল, তেতিয়া তেখেতৰ উত্তৰ আছিল, "দেশমাতৃৰ সেৱাৰ বাবে কিয় পেঞ্চন বিচাৰিম?"

ডাক্তৰ কনক বৰুৱা মহা আছিল ধীৰ, স্থিৰ, ব্যক্তিত্বসম্পন্ন আৰু বহুমুখীগুণসম্পন্ন পুৰুষ। আজিৰ পৰা চল্লিছ বছৰৰ আগতে তেখেত আছিল গুৱাহাটীৰ আটাইতকৈ খ্যাতিমান হৃদৰোগ বিশেষজ্ঞ। আনহাতে আছিল ৰাজনৈতিক পাৰ্টিৰ সদস্য, খেলা-ধূলাৰ প্ৰতি অনুৰাগী, সমাজকৰ্মী আৰু বিদ্যোৎসাহী। মহাৰ আশাগুধীয়া যত্নতে আমি কলেজত পঢ়ি থকা কালত, গুৱাহাটীত পৃথিবীবিখ্যাত টেবুল টেনিছ খেলুৱৈ ৰিচাৰ্ড বাৰ্গমেন আৰু জনি লীচৰ খেলা দেখিছিলো। গুৱাহাটীৰ অনেক সামাজিক কল্যাণমূলক কামতে মহাই আগভাগ লৈছিল। কেন্সাৰ ইনষ্টিটিউট প্ৰতিষ্ঠা কৰি তেখেতে জীৱনত এটা মহান কাম কৰি থৈ গ'ল। অশেষ খাটনিৰে গঢ়া এই অনুষ্ঠান তেখেতৰ জীৱনপ্ৰীতিৰ এক নিদৰ্শন। জীৱনক প্ৰকৃততে ভাল পোৱা আশাবাদীজনে কেৱল নিজৰ জগতখনকে কেন্দ্ৰ কৰি সকলো কথা চিন্তা নকৰে। সেইসকলক নিজৰ জীৱনে দহৰ উপকাৰৰ বাবে কিবাকিবি কৰি যাবলৈহে শিকায়। সাহিত্যৰ প্ৰতিও মহাৰ ৰাপ আছিল। কবিতা পঢ়িছিল। কবিতাৰ আলোচনাও কৰিছিল। বিজ্ঞান, সাহিত্য, সংস্কৃতি, ৰাজনীতি ইত্যাদি সকলো দিশতে অতি সুচিন্তিত আৰু ভাবোদ্দীপক মন্তব্য দিব পাৰিছিল।

মহাৰ ব্যক্তিত্বৰ এটা অতি তাৎপৰ্যপূৰ্ণ দিশ আছিল তেওঁৰ মানসিক সজীৱতা। সকৰু লগত সদায় সহৃদয়তা স্থাপন কৰিব পাৰিছিল। বয়স অনুসৰি সকলোকে প্ৰাপ্য সন্মান দিছিল। সেইবাবে পুত্ৰসকল আৰু ভতিজাকসকলৰ লগত বন্ধুৰ দৰে আছিল। আশী বছৰ বয়স পাৰ হওঁতেও মহাৰ মনৰ সজীৱতা দেখি আমি বিস্মিত হৈছিলো। হয়তো জৰা দূৰলৈ ঠেলি থ'বলৈকে তেখেতে তেনে ধৰণে মানসিক প্ৰফুল্লতা আৰু সজীৱতাৰে হৃদয় ওপচাই থৈছিল। নতুন প্ৰজন্মৰ মন বুজি নাপালে মানুহ নিঃসঙ্গ হয়। কেৱল পুৰণি বন্ধুকেইজনমানকে বিচাৰি ফুৰিলে মানুহক অন্তহীন নিঃসঙ্গতাই আবৰি ধৰে। মহাৰ ক্ষেত্ৰত সেইটো কোনো দিন হোৱা নাছিল। কাৰণ তৰুণসকলৰ লগত নানা ধৰণে নিজকে ৰাপ খুৱাই কথা-বতৰা পাতি জীৱনটো প্ৰাণময় কৰি থৈছিল। এজন প্ৰাজ্ঞ ব্যক্তি বুলিলে পূৰ্ণ অৰ্থত আমি যি বুজো, সেই সকলোবিলাক গুণ কনকচন্দ্ৰ বৰুৱা মহাৰ আছিল।

বয়সক হাঁহিমুখে গ্ৰহণ কৰা ডাক্তৰ মহাৰ এযাৰ কথা মই জীৱনত কোনো দিনে পাহৰিব নোৱাৰিম। মোৰ মা-দেউতা ১৯৬৭ চনত আমাৰ নিজা ঠাই শিৱসাগৰ এৰি আহি গুৱাহাটীৰ উজান বজাৰতে বাস কৰিছিলহি। ১৯৮০ চনৰ ডিচেম্বৰত হৃদৰোগত দেউতাৰ মৃত্যু হয়। অশেষ পৰিশ্ৰম কৰি তিনি বছৰৰ আগতে মাথো দেউতাই গৱেষণা গ্ৰন্থৰ দৰে মূল্যৱান 'শিৱসাগৰৰ নাট্য সমাজৰ ইতিবৃত্ত' গ্ৰন্থখন লিখি প্ৰকাশ কৰিছিল। দেউতা হৃদৰোগত আক্ৰান্ত হৈ মাথো

দুমাহ শয্যাত পৰি আছিল। মহাই সততে খা-খবৰ লৈ চিকিৎসা সম্পৰ্কেও দিহা-পৰামৰ্শ দি আছিল। মৃত্যু আসন্ন বুলি হয়তো দেউতাই বুজি পাইছিল। সেইবাবে আপোনজনক এৰি থৈ যাবগৈ লাগিব বুলি শোকাকুল হৈ পৰিছিল। কোনোবা কাৰণে গ'লেই তেখেতৰ দুগালেদি চকুপানী বাগৰি আহিছিল। দেউতাৰ এই করুণ বিষণ্ণতা লক্ষ্য কৰি এদিন মহাই দেউতাক ক'লে, "তুমি ইমান দুখ কৰি নাথাকিবা। মৃত্যু আহিব পাৰে বুলি কিয় ভয় কৰিব লাগে? তোমাৰ বা মোৰ সংসাৰৰ সকলো কাম হৈ গ'ল। ভাবাচোন আমাৰ বয়স কিমান হ'ল। আমি কোন কাহানিয়েই জনম ল'লো, মনত আছে নে? কিমানবোৰ দিন পাৰ কৰি কৰি আহি এই বয়স পালোহি। এতিয়া আৰু আমাৰ একো দুখ কৰিবলগীয়া নাই।" মহাৰ সেই কথাকেইষাৰ শুনি দেউতা শান্ত হৈ পৰিছিল। সেই সাহসী বাণীয়ে মোৰ মনতো গভীৰ সাঁচ বহুৱালে। তাৰে পৰাই আহৰণ কৰি অন্তৰত সাঁচি থোৱা এক গভীৰ অথচ করুণ প্ৰত্যয়েৰে মই আঠ বছৰৰ পিছত মোৰ 'এনেকৈয়ে জীৱনৰ দিনবোৰ' নামৰ গল্পটো 'আজিৰ অসম' আলোচনীত লিখিছিলো। মোৰ গল্পৰ নায়িকায়ো ভাবিছিল, "কোন কাহানিয়েই মই জনম ল'লো, শৈশৱ কালটো ক'ত কেতিয়াই এৰি থৈ আহিলো। তাৰ পিছত আহিয়েই আছো, আহিয়েই আছো। এক অজান লক্ষ্যলৈ যাবলৈ বাট বুলি বুলি আহিয়েই আছো।" ইয়ে জানো মানুহৰ জীৱনৰ সীমাবদ্ধ অস্তিত্বৰ এক দাৰ্শনিক প্ৰত্যয় নহয়? জীৱনৰ পথ পৰিক্ৰমা এনেকৈয়ে, ঠিক এনেকৈয়ে স্বাভাৱিকভাৱে এদিন শেষ হয় বুলি মহাই দাৰ্শনিকতাৰে দেউতাক তাকেইতো বুজাই দিছিল।



কংগ্রেস কর্মীরূপে ডাঃ বসন্ত



ভিয়েনাতে চৌত্রিশ বছরের যুবক



ভিয়েনাত আমেৰিকান মেডিকেল এছছিয়েশ্যনৰ সহপাঠীসকলৰ সৈতে



ভিয়েনাত 'কেপী স্লেহ'ত ভাৰতীয় ৰাজকুমাৰৰ ভেশত ডাঃ বৰুৱা



পত্নী মায়া বৰুৱা, বৰপুত্ৰ সুৰজিত, দ্বিতীয় পুত্ৰ দেৱজিতৰ লগত ১৯৫৫ চনত
বিলাতত লোকনায়ক অমিয় কুমাৰ দাসৰ চৰকাৰী বাসভৱনত



সদৌ অসম টেবুল টেনিছ প্ৰতিযোগিতাৰ বটা বিতৰণী অনুষ্ঠানত




গুৱাহাটী ৰোটাৰী ক্লাবত সভাপতিৰূপে কেইজনমান বিদেশী অতিথিৰ সৈতে



ডাঃ বি. বৰুৱা কৰ্কট প্ৰতিষ্ঠানলৈ ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলি আহমেদ অহা
উপলক্ষে আয়োজিত অনুষ্ঠানত ৰাষ্ট্ৰপতিলৈ সাদৰ অভ্যাৰ্থনা



ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলি আহমেদ অহা উপলক্ষে কৰ্কট প্ৰতিষ্ঠানত আয়োজিত অনুষ্ঠানত ভাষণৰত ডাঃ বৰুৱা



বি. বৰুৱা কৰ্কট প্ৰতিষ্ঠানৰ লগত জড়িত কেইজনমান বিশেষজ্ঞ চিকিৎসকৰ লগত



ডাঃ বি. বৰুৱা কৰ্কট প্ৰতিষ্ঠানৰ সচিব হিচাপে কৰ্মৰত অৱস্থাত



পুত্ৰ-বোৱাৰী, নাতি-নাতিনীৰ সৈতে বৰুৱা দম্পতী



গুৱাহাটীৰ নতাশিল বিহুতলীত পতাকা উত্তোলন অনুষ্ঠানত




[illegible] ৰোগী চোৱা ক্লিনিকৰ সন্মুখত ডাঃ বৰুৱা

# ডাঃ কনকচন্দ্ৰ বৰুৱা

নৰেশ ৰাজখোৱা

প্ৰায় ছয়-সাত দশকৰ আগৰ কথা। ১৯৩০-৩৫ চনৰ ভিতৰত। মই তেতিয়া স্কুলীয়া ছাত্ৰ। এজন সুন্দৰ-সুঠাম পুৰুষ। বৰ ওখ নহয়। ধুনীয়াকৈ চুট টাই মৰা। এখন বেলী চাইকেলত ঘৰৰ পৰা দ'লৰ মুখৰ বৰুৱা মেডিকেল হললৈ অহা-যোৱা কৰে। চাইকেলখনো চিকচিকীয়া। মানুহজন, পোছাক আৰু চাইকেল মিলি যায়। মানুহজনৰ নাম কনক ডাক্তৰ (ডাঃ কনকচন্দ্ৰ বৰুৱা)। সেই দিনত চুট টাই মৰা মানুহ শিৱসাগৰত নাছিল। মহকুমাধিপতি আৰু বাগানৰ চাহাববিলাকেহে তেনেকুৱা পোছাক পৰিধান কৰিছিল। আমি আটাইকে চাহাব বুলিছিলো। পাঠ্যপুথিত আছিল "চাহাব দেখিলে চালাম কৰিবা, পুলিচ দেখিলে ভয় কৰিবা।" কনক ডাক্তৰ কিন্তু বৰ গহীন মানুহ আছিল।

সামাজিক কামত সদায় চুৰিয়া আৰু পাটৰ পাঞ্জাবী পিন্ধিছিল। সেই পোছাকতো মানুহজন বৰ শুৱনি দেখিছিল। কথা-বতৰা বেছিকৈ কোৱা মানুহ নহয়।

সেই সময়ত প্ৰাইভেট ডাক্তৰ বৰ বেছি নাছিল। গতিকে প্ৰয়োজন বৰ বেছি। তেখেতৰ ফাৰ্মাচীৰ পিছফালে এটা দুকোঠলীয়া ঘৰ আছিল। তাতে তেখেতে ৰোগী চায়। শৌচ পেচাবো পৰীক্ষা কৰে। ফিজ দুটকা। ঘৰলৈ গ'লে চাৰি টকা। তাকো আকৌ দিব পৰা বিলাকেহে দিয়ে। নোৱাৰাবিলাকে যি পাৰে তাকে দিয়ে, নিদিলেও তাগাদা নকৰে। সেই দেখি কনক ৰোগাক মানুহে বৰ ভাল পায়। মানুহৰ তেখেতৰ ওপৰত অপাৰ বিশ্বাস। বিশ্বাসেই ডাক্তৰ— কবিৰাজৰ মূলধন।

তেখেতৰ ওপৰত মানুহৰ বিশ্বাসৰ এটা উদাহৰণ আমাৰ পৰিয়ালৰ পৰাই দিও। দেউতাৰ বয়স যদিও হৈছিল স্বাস্থ্য ভালে আছিল। খোৱা-বোৱাতো বৰ চখ। এবাৰ অলপ পেচাবৰ অসুখ হোৱাত ডাক্তৰ এজনক দেখুৱালে। ডাক্তৰে পৰীক্ষা-নিৰীক্ষা কৰি ৰায় দিলে "বহু মূত্ৰ"। দেউতাৰ খং উঠি গ'ল। "মোৰ বহুমূত্ৰ হ'ব

নোৱাৰে" সেয়ে তেখেতৰ শিলৰ ৰেখাৰ নিচিনা মত। "মই কনকক দেখুৱাম" বুলি গুৱাহাটীলৈ যাত্ৰা কৰিলে। ডাক্তৰক লগ ধৰি কথাটো ক'লে। ডাক্তৰে ওপৰে ওপৰে পেচাব পৰীক্ষা কৰি ক'লে, "মই দেখোন একো চিন পোৱা নাই। আপুনি মিঠাই আৰু চেঁচা পানী খাই পেচাব অলপ পঠিয়াই দিবচোন।" দেউতাই তাকে কৰিলে। এবটল পেচাব ধৰি বটলটো কাগজেৰে মেৰিয়াই মোক কনক ডাক্তৰক দি আহিবলৈ ক'লে। ডাক্তৰে দেখি হাঁহি এটা মাৰিলে বটলটো দেখি। পৰীক্ষা কৰি ক'লে, "একো নাই। বহুমূত্ৰ হোৱা নাই।" দেউতাই চাৰ্টিফিকেট লৈ শিৱসাগৰৰ ডাক্তৰক বৰ ধমকি দিলে।

গাঁৱত ডাক্তৰ নাছিল আৰু বাট-পথৰ অসুবিধাৰ কাৰণে নগৰৰ পৰাও কোনো যাবলৈ ইচ্ছা নকৰে। সেই কাৰণে বেজ, কবিৰাজ, জৰা-ফুকা, দ'ললৈ শলিতা আৰু নামঘৰলৈ শৰাই আগ কৰা, মছজিদত মম দিয়া ইত্যাদিবোৰত মানুহৰ বিশ্বাস। বিশ্বাসে কামো কৰে। আমাৰ ঘৰতো ঔষধালয় এখন আছিল। দদাইদেৱে চলাইছিল। তেখেত ঢুকুৱাৰ বহুত দিনৰ আগৰ পৰাই এৰি দিয়া হ'ল। দীননাথ বেজবৰুৱাৰ পৰা শিকা প্ৰমাণী কবিৰাজী ঔষধ ঘৰতে তৈয়াৰ কৰিছিল। বহুত ঠাইত খোৱাপানী বেয়াৰ কাৰণে পেটৰ বেমাৰ যথেষ্ট হয়। মেলেৰিয়া জ্বৰো লগত লাগি থকা বিকাৰ।

এজন গাঁৱৰ পৰা অহা লোকে ডাক্তৰৰ ওচৰলৈ ল'ৰাৰ অসুখ দেখুৱাবলৈ আহিল। কনক ডাক্তৰে চাই-চিতি ঔষধ দিলে আৰু দুদিনৰ পাছত ৰোগী কেনে থাকে জনাবলৈ ক'লে। বুঢ়াই সেৱা এটা জনাই সুধিলে, "ডাক্তৰ নামঘৰত শৰাই এখনো দিলে বেয়া হ'ব নেকি?" ডাক্তৰে ক'লে, "নহয়, নহয়, ভালহে হ'ব। দুয়োটাই একেলগে কাম কৰিলে ৰোগী সোনকালে ভাল হ'ব। পিছে এটা কথা নহয়? হাতত কঁঠালৰ এঠা লাগিলে এক পইচাৰ মিঠাতেল সানিলেহে এৰায়। বৰ সবাহলৈ আগ কৰিলে কাম নহয়", বুঢ়া গুচি গ'ল। পিছত কি হ'ল ক'ব নোৱাৰো বোধকৰো 'ডবল দ'জে' কাম কৰিলে।

আজিৰ যিখন শিৱসাগৰৰ অসামৰিক হাস্পতাল তেতিয়া তাৰ নাম আছিল Wood Dispensary ঘৰটো R. A. Wood বোলা চাহাব এজনে সজাই দিছিল। তেখেতৰ দিহিং মুখত বাগান আছিল। সেই ডিচপেন্সেৰীটোত ৰোগীক ভালকৈ পৰীক্ষা কৰাৰ সুবিধা নাছিল। গতিকে তাত কাম কৰা ডাক্তৰসকলে ডাঃ বৰুৱাৰ ওচৰত দিহা-পৰামৰ্শ ল'বলৈ আহে। তাত এগৰাকী ধাত্ৰী ডাক্তৰণী আছিল। নামটো গেদপোহ। আমি গেদপোহ বাইদেউ বুলি মাতিছিলো। বহুত বেমাৰীৰ চিকিৎসাৰ কাৰণে ডাঃ বৰুৱাৰ পৰামৰ্শ তেখেতে লৈছিল। গেদপোহ বাইদেউ শিৱসাগৰৰ এগৰাকী সৰ্ববৰহী মহিলা। তাতে বিয়া কৰাই থাকি গ'ল। এতিয়া ঢুকাল।

কনক ডাক্তৰ ভাল খেলুৱৈ আছিল বুলি আমি শুনিছিলোহে। খেলা কিন্তু কেতিয়াও দেখা নাছিলো। শিৱসাগৰৰ ফুটবল আৰু ভলীবলৰ মান বৰ উচ্চ খাপৰ আছিল। তেখেতে খেলবোৰ সদায় চাবলৈ গৈছিল। কিন্তু তেখেতৰ এটা খেল আমি দেখিছিলো। সেইটো হৈছে কেৰম। ইমান যে ভাল খেলে। ষ্ট্ৰাইকাৰটো এবাৰ হাতত ল'লে বোৰ্ডখন শেষ কৰি দিয়ে। বিপৰীত খেলোৱাৰে চুবলৈকে নাপায়। আৰু এজন সম পৰ্যায়ৰ কেৰম খেলোৱাৰ আছিল লক্ষীভূষণ বৰুৱা "লালীয়া" বুলি জনাজাত। তেখেত আৰু ডাক্তৰে যেতিয়া কেৰম খেলে চাই বৰ ভাল লাগে। নিজৰ গুটিবোৰ পকেটত সুমুওৱাৰ বাহিৰেও বিপৰীত পক্ষ পথবোৰ বন্ধ কৰি যায়। লালীয়া ককাইদেৱে টেনিছ, বেডমিণ্টন আৰু ভলীবলে বৰ ভাল খেলিছিল। তেখেতৰ ভলীবল খেল বৰ উৎকৃষ্ট ধৰণৰ। কিন্তু সকলোবোৰ খেল চুবিয়া আৰু হাফ চাৰ্ট পিন্ধিয়েই খেলে। তেখেত পিছত নগৰ মহল মৌজাদাৰ হৈছিল। ৰাজহ বিভাগৰ উৎপাতত মৌজা এৰি দিলে।

ডাঃ বৰুৱাই ৰাজনীতি কৰিছিল বুলি শুনিছিলো কিন্তু শিৱসাগৰত কোনো ৰাজনৈতিক মেল মিটিং কৰি ফুৰা বা ৰাজনৈতিক নেতাৰ লগত হলি গলি কৰাও দেখা নাছিলো। পৰিয়ালৰ পৰম্পৰা মতেই কংগ্ৰেছত যোগ দিছিল। কিন্তু কংগ্ৰেছৰ নৈতিক অৱনতি ঘটাৰ কাৰণে চছিয়েলিষ্ট পাৰ্টিত যোগ দিছিল। তাৰ পিছত জয়প্ৰকাশ নাৰায়ণৰ প্ৰজা ছচিয়েলিষ্ট পাৰ্টিৰ প্ৰাৰ্থী হৈ ১৯৬২ চনত বিধানসভাৰ নিৰ্বাচনত নামে। তাতে ৰাজনীতিৰ শেষ হ'ল। তেখেতে কংগ্ৰেছ এৰাৰ কাৰণে ককায়েক ডাঃ ভূৱনেশ্বৰ বৰুৱাৰ লগত কিছু দিনৰ কাৰণে মনোমালিন্যও হৈছিল। পিছত কিন্তু ডাঃ ভূৱনেশ্বৰ বৰুৱাই ভায়েকৰ সিদ্ধান্তটো ঠিকেই বুলি ভাবিছিল যেন লাগে।

ডাঃ বৰুৱাই ১৯৩৬ চনত ভিয়েনালৈ উচ্চ শিক্ষাৰ কাৰণে যায় আৰু ঘূৰি আহি শিৱসাগৰত তেখেতৰ ব্যৱসায় নকৰাৰ সিদ্ধান্ত ল'লে। বৰুৱা মেডিকেল হল সকলো ঔষধৰ সৈতে বিক্ৰী কৰিব খুজিলে। আমাৰ দাদা উমেশ চন্দ্ৰ ৰাজখোৱাই কিনি লৈ আগৰ দৰেই ব্যৱসায় চলাই যোৱাৰ মন কৰিলে। এজন ফাৰ্মাচিষ্ট নিয়োগ কৰিলে। পিছত গোৱালপাৰাৰ ডাঃ অন্নদা দাস নামৰ ডাক্তৰ এজনেও যোগ দিলে। ডাঃ দাসে সেইকালৰ বাগান এখনত চাকৰি কৰিছিল। বাগানৰ চাকৰি ইস্তফা দি বৰুৱা মেডিকেল হলৰ পিছফালে থকা দুকোঠলীয়া ঘৰটোত থাকি তেখেতৰ ব্যৱসায় আৰম্ভ কৰিলে। ডাঃ দাস বৰ অমায়িক আৰু সকলোৰে প্ৰিয়ভাজন হৈ ব্যৱসায় ভাল কৰিলে। তেখেতৰ আৰু এটা বৰ ডাঙৰ গুণ আছিল, বৰ ভাল থিয়েটাৰ কৰিছিল। তিৰোতা মানুহৰ ভাও লৈছিল আৰু গানো গাইছিল।

ডাঃ দাসে পিছত বিয়া-বাৰু কৰাই ঘৰলৈ ঘূৰি গ'লগৈ। তাতে তেখেতৰ ব্যৱসায় আৰম্ভ কৰিলে। বাইজৰ মাজত জনপ্ৰিয়তা লভি তাৰ পৌৰ সভাৰ সভাপতিও হৈছিল। আমাৰ লগত বৰ ফূৰ্তি কৰে।

আমাৰ দেউতা শিলাকুটি মৌজাৰ মৌজাদাৰ আছিল। বয়স বাঢ়ি অহাৰ কাৰণে চহৰৰ পৰা ১৫ মাইল গৈ তাত কাম চলোৱাৰ অসুবিধা হ'ল। কেবা·পুৰুষৰো মৌজা। গতিকে ইস্তফা নিদি দাদাকে চলাবলৈ ক'লে। দাদা ৰাজী হ'ল আৰু বৰুৱা মেডিকেল হল বিক্ৰী কৰি দিলে। ইহঁাত সিহঁাত সলাই এতিয়া বোধকৰো ই বৰঠাকুৰ ক্লিনিক হ'ল।

# মানৱপ্ৰেমী ডাঃ কনকচন্দ্ৰ বৰুৱা

ডাঃ আনন্দেশ্বৰ বৰঠাকুৰ

আজি প্ৰায় পাঁচ দশকৰ আগৰ কথা। মই তেতিয়া গুৱাহাটীৰ কটন কলেজৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ। সেয়া ১৯৪১চন। এমাহমান আগতে অকালতে মোৰ পিতৃৰ বিয়োগ ঘটিছিল। লগে লগে পৰিয়ালটোত বহুতো সমস্যাই দেখা দিছিল। ঘৰখনৰ আৰ্থিক আৰু সামাজিক অৱস্থাৰ অপ্ৰত্যাশিতভাৱে পৰিবৰ্তন হৈ গৈছিল। পৰিয়ালৰ সকলোৰে মন দুশ্চিন্তা আৰু সংশয়ৰ ভাৱে আৱৰি ধৰিছিল। সেই সময়তে মই শাৰীৰিকভাৱে অসুস্থ অনুভৱ কৰি, ককাইদেউ স্বৰ্গীয় ডাক্তৰ কনকচন্দ্ৰ বৰুৱাৰ ওচৰলৈ গৈছিলো। উভতি চাই আজি বুজিছো মোৰ সেই শাৰীৰিক অসুস্থতাৰ ভিত্তি প্ৰকৃততে মানসিকহে আছিল। ককাইদেৱে মোক দেখিয়ে কথাটোৰ উমান পাইছিল। মোৰ আগত নানা তৰহৰ কথা উলিয়াই মোৰ মনটো পাতল কৰিবলৈ তেখেতে চেষ্টা কৰিলে। তাৰ পিছত তেখেতে মোক বহুপৰ ধৰি সযতনে পৰীক্ষা কৰি চালে। তেখেতে ৰোগী আৰু ৰোগক বিচ্ছিন্ন কৰি নেচাইছিল। ৰোগৰ চিকিৎসাৰ লগে লগে ৰোগীক আশ্বস্ত কৰাটোক তেখেতৰ দায়িত্ব বুলি ভাবিছিল। মই তেতিয়া সেইটো সম্পূৰ্ণভাৱে উপলব্ধি কৰিব পৰা নাছিলো। তেখেতৰ ওচৰৰ পৰা উভতি আহোতে মই লক্ষ্য কৰিছিলো যে মোৰ মনৰ সংশয়বোৰ মোৰ অজ্ঞাতে আঁতৰি গৈছিল। সেয়ে মোৰ ডাক্তৰ কনকচন্দ্ৰ বৰুৱাৰ মানৱতাবোধৰ লগত প্ৰথম পৰিচয়। তেখেতৰ এই মানৱতাবোধক পৰৱৰ্তী কালত মই বহুবাৰ প্ৰত্যক্ষ কৰিছিলো। সেইদিন ধৰি মোৰ মনৰ গভীৰত তেখেতৰ প্ৰতি এটা প্ৰগাঢ় শ্ৰদ্ধা মই আজিলৈকে অনুভৱ কৰি আহিছো।

ককাইদেউ আছিল এজন সুন্দৰ, সুঠাম আৰু সুদৰ্শন পুৰুষ। ডেকা কালতেই বোধকৰো তেখেতৰ চুলি যাবলৈ আৰম্ভ কৰিছিল। কিন্তু চল্লিছ বছৰ বয়সতো ককাইদেউৰ চকুৱে-মুখে যৌৱন আৰু সুস্বাস্থ্যৰ ছাপ বুদ্ধিদীপ্ত আৰু আনন্দোজ্জ্বল মুখমণ্ডলত ফুটি উঠিছিল।

সেইবোৰ তাহানিৰ দিনত কথা। তেতিয়াৰ দিনত চিকিৎসক এজন আৰু এটা পৰিয়ালৰ সম্পৰ্ক ঘনিষ্ঠ আৰু ঘৰুৱা আছিল। চিকিৎসক এজন এটা পৰিয়ালৰ বাবে আছিল এজন উপদেষ্টা, বন্ধু আৰু পথ-প্ৰদৰ্শক। আজিৰ দিনত কথাবোৰ বহুত সলনি হৈ গ'ল। চিকিৎসক এজনৰ কাৰ্যালয়টো আজি এটা গাড়ী মেৰামতি কৰা গেৰেজৰ নিচিনাহে হৈ পৰিছে। গাড়ীখন এটা গেৰেজত ততালিকে ভাল কৰি দিব নোৱাৰিলে আন এটা গেৰেজলৈ লৈ যোৱাৰ দৰেই এজন ডাক্তৰে ৰোগী এজনক আৰোগ্য কৰিব নোৱাৰিলে, আন কেইবাজনো ডাক্তৰৰ হাত বাগৰি যোৱাটো সৰ্বসাধাৰণ মানুহৰ কাৰণে এটা স্বাভাৱিক কথা হৈ পৰিছে। ইয়াৰ পৰিণতিত ডাক্তৰৰ দায়বদ্ধতাও কমি গৈছে আৰু ৰোগীৰ আনুগত্যও হ্ৰাস পাইছে। ওপৰত কৈ অহা কথাখিনি মোৰ নহয়, ককাইদেউ ডাক্তৰ কনকচন্দ্ৰ বৰুৱাৰহে কথা। তেখেতৰ অননুকৰণীয় ভাষাটো হয়তো মোৰ স্মৃতিয়ে সঠিকভাৱে ধৰি ৰাখিব পৰা নাই। কিন্তু ভাবটো হ'লে সেইটোৱেই আছিল। আমাৰ বৰঠাকুৰ ক্লিনিক হাস্পতালৰ প্ৰথম দশক উদযাপন উপলক্ষে হোৱা সভাত বিশিষ্ট অতিথিৰ আসনৰ পৰা ককাইদেৱে উপৰোক্ত কথাখিনি কৈছিল। তেখেতে এই কথাকেইষাৰ ধেমালিৰ চলত কৈছিল যদিও চিকিৎসক আৰু ৰোগীৰ সম্পৰ্কৰ এই পৰিৱৰ্তনটো তেখেতৰ কাৰণে যে অপ্ৰীতিকৰ আছিল, সেইটো ফুটি ওলাইছিল। তাহানিৰ দিনত চিকিৎসকৰ কাৰণে চিকিৎসাটো এটা ব্যৱসায় বা অকল উপাৰ্জনৰ পথ নাছিল। প্ৰধানতঃ ই এটা সেৱাহে আছিল। ককাইদেউ আছিল সেই প্ৰবীণ চিকিৎসকসকলৰ জীৱন দৰ্শনৰ এটা প্ৰতীক।

মই কলিকতাৰ মেডিকেল কলেজলৈ পঢ়িবলৈ যোৱাৰ পিছত বন্ধত ঘৰলৈ আহোতে মাজে মাজে ককাইদেউৰ লগত সাক্ষাৎ ঘটিছিল। সেইবোৰ সময়ত তেখেতে মোক কলেজৰ পঢ়া-শুনা সম্পৰ্কে দুই-এটা কথা সুধিছিল আৰু ডাক্তৰী পঢ়িবলৈ যোৱাৰ কাৰণে সন্তোষ প্ৰকাশ কৰিছিল। তেখেতৰ কথা-বতৰাৰ পৰা তেতিয়াই মোৰ এটা ধাৰণা হৈছিল যে সমকালীন চিকিৎসা বিজ্ঞানৰ প্ৰগতিৰ সম্পৰ্কে তেখেত সদায় অৱগত থাকিবৰ কাৰণে সচেষ্ট আছিল।

তেখেতৰ অগ্ৰজ লোকবন্ধু ডাক্তৰ ভুৱনেশ্বৰ বৰুৱাৰ মৃত্যুৰ পিছত অসমৰ ৰাইজে তেখেতৰ স্মৃতি যাউতিযুগীয়া কৰিবৰ বাবে এখন কেন্সাৰ ইনষ্টিটিউট স্থাপন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে। এই সিদ্ধান্তক বাস্তৱত ৰূপান্তৰিত কৰাৰ গুৰু ভাৰ ককাইদেউৰ ওপৰত ন্যস্ত হৈছিল। এই উদ্দেশ্যেৰে গঠিত ন্যাস সমিতিৰ তেখেত সম্পাদক আছিল। ১৯৫৮ চনৰ পৰা অশেষ চেষ্টা কৰি আৰু ৰাইজৰ সহায়-সহযোগত ১৯৭৪ চনৰ চেপ্টেম্বৰত এই অনুষ্ঠানে কাৰ্য আৰম্ভ কৰিলে। এই অনুষ্ঠানটো গঢ়ি তোলোতে তেখেতৰ কাৰ্য ক্ষমতা, মেধা অধ্যৱসায় আৰু একাগ্ৰতা আমি দেখিবলৈ পাইছিলো। বেচৰকাৰী খণ্ডত অসমৰ নিচিনা ঠাইত

এনেকুৱা অনুষ্ঠান এটা প্ৰতিষ্ঠা কৰাটো যে কিমান কষ্টসাধ্য, সেইটো কোৱা বাহুল্য মাত্ৰ। পিছত এই অনুষ্ঠানটো চৰকাৰী খণ্ডলৈ হস্তান্তৰিত হ'ল। তেখেতৰ সহকৰ্মীসকলে তাত সমৰ্থন জনালে।

এই উপলক্ষে অসম গণ পৰিষদ চৰকাৰৰ স্বাস্থ্যমন্ত্ৰীৰ সভাপতিত্বত, গুৱাহাটীৰ চিকিৎসক আৰু অন্যান্য বিশিষ্ট নাগৰিকৰ ৰাজহুৱা সভা এখন পতা হৈছিল। এই সভালৈ নিমন্ত্ৰিত হৈ মইও গৈছিলো। এই অনুষ্ঠানৰ ন্যাস সমিতিৰ সম্পাদক হিচাপে সেই সভাত ককাইদেৱে কেইআষাৰমান ক'বলৈ উঠোতে আমি সকলোৱে ব্যগ্ৰ হৈ তেখেতৰ বক্তব্য শুনিবলৈ অপেক্ষা কৰিছিলো। ভাবিছিলো তেখেতৰ মুখত শুনিবলৈ পাম অসমৰ ৰাইজৰ আৰ্থিক সহযোগত তেখেতে এদেও-দুদেওকৈ ইয়াক কেনেকৈ গঢ়ি তুলিছিল তাৰেই কাহিনী। ভাবিছিলো প্ৰয়াত মহান চিকিৎসক লোকবন্ধু ভুৱনেশ্বৰ বৰুৱাদেৱৰ ব্যক্তিত্ব আৰু অসাধাৰণ মানৱতাবোধৰ সম্পৰ্কে উপস্থিত সকলোকে ককাইদেৱে অৱগত কৰাব বুলি। এনেতে সভাপতিৰ আসনৰ পৰা স্বাস্থ্যমন্ত্ৰী মহোদয়ে নিৰ্দেশ দিলে যে ককাইদেৱে যি কয় দুই মিনিটৰ ভিতৰতেহে ক'ব পাৰিব বুলি। কাৰণ মন্ত্ৰী মহোদয়ে মুখ্যমন্ত্ৰীক লগত লৈ আহিছিল আৰু মুখ্যমন্ত্ৰীয়ে সেই সভাত সৰহ সময় ব্যয় কৰিব নোৱাৰিব। কিন্তু ককাইদেৱে অকণো ক্ষুব্ধ নহৈ সভাপতিৰ নিৰ্দেশ মানি দুই আষাৰমান কথা কৈয়ে তেখেতৰ বক্তব্য সামৰিলে। ই তেখেতৰ সংস্কৃত মনৰ আৰু মাৰ্জিত ৰুচিৰ পৰিচায়ক।

ককাইদেৱ অসম সেৱা সমিতিকে আদি কৰি ভালেমান সমাজসেৱী অনুষ্ঠানৰ লগত জড়িত আছিল। ডেকা কালত বিভিন্ন খেলাত অংশগ্ৰহণ কৰিছিল বাবেই তেখেতে বহুতো ক্ৰীড়া প্ৰতিষ্ঠানতো যোগদান কৰিছিল। তেখেত আছিল এজন নিৰহঙ্কাৰী, সদাশয় আৰু কৰ্তব্যনিষ্ঠ চিকিৎসক। তেখেতৰ অভাৱ অপূৰণীয়। তেখেতৰ লগত পৰিচিত হোৱাৰ, তেখেতৰ সান্নিধ্যলৈ অহাৰ আৰু তেখেতৰ বিষয়ে এই কেইআষাৰ লিখিবলৈ সুযোগ পোৱাৰ বাবে মই নিজকে সৌভাগ্যবান বুলি বোধ কৰিছো।

# কৰ্মযোগী ডাঃ কনকচন্দ্ৰ বৰুৱা ঃ সোঁৱৰণি

ডাঃ বিভাস চন্দ্ৰ গোস্বামী

১৯৭৯ চনৰ প্ৰথম ভাগ। ডিব্ৰুগড়ৰ পৰা চিকিৎসা বিজ্ঞানৰ স্নাতক আৰু আবাসিক চিকিৎসকৰ প্ৰশিক্ষণ শেষ কৰি গুৱাহাটীলৈ আহিলো, উদ্দেশ্য চৰকাৰী চাকৰি এটা সোনকালে যোগাৰ কৰিব লাগে। চিকিৎসকসকলৰ চাকৰি মকৰলত পলম হোৱাৰ আভাস পালো। কিবা এটা কৰিবই লাগিব বুলি নলবাৰী চহৰত ক্লিনিক আৰম্ভ কৰিলো। এনেতে এদিন খবৰ কাগজত বিজ্ঞাপন দেখিলো, গুৱাহাটীত অৱস্থিত লোকবন্ধু ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠানত এজন চিকিৎসা বিষয়াৰ প্ৰয়োজন। লগে লগে দৰ্খাস্ত পঠিয়ালো।

সাক্ষাৎকাৰৰ দুই-চাৰি দিনৰ আগতে দিছপুৰৰ অসম সচিবালয়ত খা-খবৰ কৰিলো। কিন্তু ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠানৰ বিষয়ে বিশদ বাতৰি দিব পৰা মানুহ নাপালো। মাত্ৰ বুজিলো যে ডাঃ কনকচন্দ্ৰ বৰুৱা এই প্ৰতিষ্ঠানৰ সচিব আৰু আৰম্ভণিৰে পৰা এইজন ব্যক্তিয়ে অক্লান্ত পৰিশ্ৰম কৰি এই চিকিৎসালয়খনৰ গঠনকৰ্মত জড়িত হৈ আছে। কিন্তু মোৰ কাৰণে তেখেতক প্ৰভাৱিত কৰিবলৈ আগবাঢ়ি অহা লোক নাপালো। কাৰণ ডাঃ কনকচন্দ্ৰ বৰুৱা মানুহজন আছিল নিৰ্ভীক, স্বাধীনচিতীয়া, নিঃস্বাৰ্থ কৰ্মব্ৰতী আৰু চিকিৎসালয়খনৰ স্বাৰ্থক উৰ্দ্ধত ৰাখি কাম কৰি যোৱাটো তেখেতৰ মূল মন্ত্ৰ আছিল। উচ্চ পদত অধিষ্ঠিত লোকেও তেখেতক প্ৰাপ্য সম্মান প্ৰদান কৰি তেখেতৰ গঠনমূলক কামত হস্তক্ষেপ নকৰিছিল।

প্ৰথমবাৰৰ কাৰণে লোকবন্ধু ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠানত প্ৰবেশ কৰিলো। অসমত এনে পৰিবেশৰ চিকিৎসালয় মই আগতে দেখা নাই। চৌহদত ধুনীয়া এখনি ফুলনি। দুমহলীয়া ঘৰটি সুনিপুণ চানেকিৰ নিদৰ্শন। অপেক্ষাগৃহ আৰু কৰিডৰৰ মজিয়া ক'লা আৰু বগা টাইলচৰ। কোঠাবোৰৰ মজিয়া সম্পূৰ্ণ মোজাইক কৰা। ওপৰৰ মহলালৈ উঠিবলৈ খটখটিৰ উপৰি টাইলচ লগোৱা এখনি ৰ্যাম্প।

বাথৰুমবোৰৰ বেৰত বগা গ্লেজ টাইলচ আৰু বাকীবোৰ আচবাব সেই পৰ্য্যায়ৰ। অনুমান সহজেই কৰিব পাৰি যে সেই সময়ত এখন চিকিৎসালয় এনে ধৰণে যে স্থাপন কৰিব লাগে সেই বিষয়ে অবগত লোকজন অতি সুৰুচিপূৰ্ণ আৰু আধুনিক চিন্তাধাৰাৰ হ'বই লাগিব। আৰু সেই ব্যক্তিগৰাকী আছিল ডাঃ কনকচন্দ্ৰ বৰুৱা। চাকৰিত যোগদান কৰি চিকিৎসালয়খনিৰ গঠন আৰু পৰিবেশক লৈ মই গৌৰৱ কৰিছিলো।

চাপৰ, বগা ৰঙৰ, নিয়মীয়া অৱয়বৰ লোক ডাঃ কনকচন্দ্ৰ বৰুৱা পিন্ধনত বৰ পৰিপাটি আছিল। জাৰকালি ক'লা ৰঙৰ চুটযোৰৰ লগত মূৰত পিন্ধি অহা কাশ্মিৰী টুপীৰে সেই শুৱনি ছবিখন মোৰ মানসপটত সদায়েই বিৰিঙি থাকিব। পিন্ধনত পৰিপাটি আছিল যদিও সেয়া ব্যয়বহুল নাছিল। তেখেতে মিতব্যয়ী জীৱন যাপন কৰিছিল। নিজৰ গাড়ী আছিল যদিও তেখেতে প্ৰায়ে অটোৰিক্সাত অহা-যোৱা কৰিছিল। চিকিৎসালয়ৰ আৰ্থিক অনাটনে তেখেতক বাৰুকৈ চিন্তাত পেলাইছিল আৰু আমাৰ লগত এই বিষয়ে আলোচনা কৰি তেখেতৰ মনটো পাতলাইছিল। অসম চৰকাৰৰ পৰা পোৱা আৰ্থিক অনুদানেৰে চিকিৎসালয়খন চলাবলৈ বাৰুকৈয়ে অসুবিধা পাইছিল। তাতে আকৌ কেতিয়াবা আৰ্থিক অনুদান যথাসময়ত নাহিছিল। সকলো শ্ৰেণীৰে চাকৰিয়াল কৰ্মচাৰীৰ দৰ্মহা চৰকাৰী নিৰিখতকৈ কম আছিল আৰু এই বিষয়ে আমাক সকলোকে বহুবাৰ লৈ আলোচনা কৰিছিল। সেয়েহে কম দৰ্মহাৰ বাবে আমাৰ আক্ষেপ কৰাৰ কাৰণো নাছিল। বৰঞ্চ আৰ্থিক অনাটনৰ বিষয়ে আমি সমানে অৱগত আছিলো। তাৰ মাজতে চিকিৎসালয়ৰ অগ্ৰগতিৰ কামো চলি আছিল আৰু ১৯৭৯ চনত তেখেতৰ প্ৰচেষ্টাত প্ৰথম কোবাল্ট চিকিৎসা-যন্ত্ৰটো প্ৰতিষ্ঠিত হৈছিল। এই যন্ত্ৰটো আনিবৰ কাৰণে তেখেতে হেনো দুই হেজাৰতকৈও বেছি চিঠিৰ আদান-প্ৰদান কৰিবলগীয়া হৈছিল।

মোৰ কৰ্ম জীৱনত তেখেতৰ যি প্ৰভাৱ সেয়া মই কেতিয়াও পাহৰিব নোৱাৰো। কৰ্কট ৰোগীসকলৰ চিকিৎসা সেৱাৰ বাবে মই কৰি থকা কামৰ প্ৰেৰণা পাইছিলো ডাঃ বৰুৱাদেৱৰ পৰা। কৰ্কট প্ৰতিষ্ঠানত যোগদান কৰাৰ অলপ দিনৰ পিছতে চৰকাৰী চাকৰিৰ নিযুক্তি পত্ৰ পালো। কি কৰো সিদ্ধান্ত কৰিব নোৱাৰি পিতৃস্বৰূপ ডাঃ বৰুৱাদেৱৰ পৰামৰ্শ বিচাৰিলো। কৰ্কট ৰোগীসকলৰ সেৱাৰ দ্বাৰা লভিব পৰা আনন্দৰ বিষয়ে বুজাই তেখেতে মোক চাকৰি সলনি নকৰিবলৈ উপদেশ দিলে। কিছুদিন পিছত তেখেতে মোক কৰ্কট ৰোগৰ চিকিৎসাৰ উচ্চ শিক্ষাৰ বাবে বা-বাতৰি ল'বলৈ দিলে। ময়ো তৎক্ষণাৎ সুধি দিলো— অনুষ্ঠানৰ পৰা কি সহায় পাম বুলি। তেখেতে টকাৰ বাহিৰে আন সকলো সহায় তেখেতৰ পৰা পাম বুলি আশ্বাস দিলে আৰু কৰিলেও। উচ্চ শিক্ষাৰ বাবে মনোনীত হৈ

যাবলৈ ওলোৱা সময়ত পৰিচালনা সমিতিৰ দ্বাৰা এটা বৃত্তি-ঋণৰ ব্যৱস্থা কৰি দিলে। তেখেতৰ এই মৰমে মোক চিৰদিনৰ কাৰণে তেখেতৰ ওচৰত ঋণী কৰি ৰাখিলে।

সোতৰ বিঘা মাটি চৰকাৰে ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠানক আবণ্টন দিছিল। গোপীনাথ নগৰত অৱস্থিত এই এলেকাটো জলাকীৰ্ণ। মাটি পূৰাই মূল চিকিৎসালয়খন সজা হৈছিল। বাকী অংশ পিতনি। ডাঃ বৰুৱাদেৱে প্ৰায়ে ৰগৰ কৰি কৈছিল, "আমি কেন্সাৰ হাস্পতালৰ কাৰণে মাটি বিচাৰিছিলো, কিন্তু আমাক দিলে পানী।" পানীৰ মাজত থাকিও অৱশ্যে খোৱা পানীৰ নাটনিৰ সম্মুখীন হ'ব লগা হৈছিল। গভীৰ নলী-নাদ বহুৱাইও খোৱা পানী উলিয়াবলৈ কেতিয়াবা অসুবিধা হৈছিল। বালিয়ে কেতিয়াবা নলী-নাদৰ চুঙাত সোপা মাৰি ধৰি পানী সৰবৰাহত ব্যাঘাত জন্মাইছিল। এনে সমস্যাৰ উদ্ভৱ হ'লে তেখেতে গাইছিল— "Water water everywhere, not a drop to drink" চিকিৎসালয় আৰু ৰান্ধনীঘৰৰ সংযোগ কক্ষত তাঁৰৰ জাল লগোৱা মেজ কিছুমান আছিল। সেইটো তেখেতে Diet Nurseৰ খাদ্য পৰিদৰ্শনৰ কোঠা বুলিছিল আৰু ৰোগ অনুসৰি খাদ্যৰ কি প্ৰভাৱ সেয়া অভ্যাগতসকলক অৱগত কৰাইছিল, প্ৰতিটো বিষয়তে সূক্ষ্মৰূপে বিচাৰ কৰাটো ডাঃ কনকচন্দ্ৰ বৰুৱাৰ এক বিশিষ্ট গুণ আছিল।

কেৱল চিকিৎসা বিষয়তে আবদ্ধ নাথাকি ডাঃ বৰুৱাদেৱে গৱেষণাৰ কথাও চিন্তা কৰিছিল। চালুকীয়া অৱস্থাতে তেখেতে ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠানটো এটা গৱেষণাৰো প্ৰতিষ্ঠান হিচাপে গঢ় দিবৰ মানস কৰিছিল। ভাৰতীয় কৰ্কট সমিতিৰ (Indian Cancer Society) সেই সময়ৰ সভাপতি ডাঃ দোৰাব জে জুচাৱালাৰ লগত যোগাযোগৰ সূত্ৰ স্থাপন কৰিছিল আৰু আমাৰ এই অনুষ্ঠানটো সৰ্বভাৰতীয় মানচিত্ৰত আনিবলৈ আগবাঢ়ি গৈছিল। জেনেভাত মুখ্য কাৰ্যালয় থকা "কৰ্কট ৰোগৰ বিৰুদ্ধে আন্তঃৰাষ্ট্ৰীয় সংগঠন"ৰ (International Union Against Cancer) সমগ্ৰ পৃথিৱীত থকা স্বীকৃতিপ্ৰাপ্ত কৰ্কট প্ৰতিষ্ঠানবোৰৰ নাম সন্নিৱিষ্ট Directoryখনৰ ১৯৭৮ চনৰ সংখ্যাত ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠানৰ নাম সন্নিৱিষ্ট হয়। এনে এক গৌৰৱৰ অধিকাৰ আমাক প্ৰদান কৰিলে ডাঃ কনকচন্দ্ৰ বৰুৱাৰ অক্লান্ত আৰু সুদূৰপ্ৰসাৰী বৈজ্ঞানিক মনৰ প্ৰচেষ্টাই।

কৰ্কটৰোগ প্ৰতিকাৰ আৰু প্ৰতিৰোধৰ কাৰণে ভাৰত চৰকাৰে পদক্ষেপ লোৱাৰ কথা ওলাল। বিশিষ্ট ব্যক্তিৰে গঠিত কমিটীয়ে চৰকাৰক এই বিষয়ে পৰামৰ্শ দিলে। তাৰে এটা পৰামৰ্শ আছিল আঞ্চলিক কৰ্কট ৰোগ চিকিৎসা আৰু গৱেষণা কেন্দ্ৰ স্থাপনৰ। চৰকাৰে সিদ্ধান্ত ল'লে ছয়টা এনে কেন্দ্ৰ স্থাপন কৰিব। উত্তৰ-পূৱ ভাৰততো এটা কেন্দ্ৰ হ'ব। টনা-আজোৰা চলিল। পিছে সক্ৰিয়

ৰাজনীতিত জড়িত নাথাকিলেও কেৱল বিজ্ঞানৰ যুক্তিৰ বলত ডাঃ কনকচন্দ্ৰ বৰুৱা সমৰ্থ হ'ল, লোকবন্ধু ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠান আঞ্চলিক কৰ্কটৰোগ চিকিৎসা আৰু গৱেষণা কেন্দ্ৰৰূপে ভাৰত চৰকাৰৰ স্বীকৃতিপ্ৰাপ্ত হ'ল ১৯৮০ চনত। প্ৰতিষ্ঠানৰ ভেটি সুদৃঢ় হ'ল।

হিন্দু ধৰ্মাৱলম্বী আছিল যদিও বৰুৱাদেৱে ধৰ্ম সম্বন্ধে নিজস্ব মতামত আৰু বিশ্বাসৰ ওপৰতহে গুৰুত্ব দিছিল। ধৰ্মীয় অনুষ্ঠান আদিত জড়িত থকা কথা মই নাজানো। এবাৰ আমাৰ চিকিৎসালয়ত এক ধৰ্মীয় পৰ্ব পালন কৰা হৈছিল। সেই লৈ আমি কেবাদিনলৈ তেখেতৰ কটু কথা শুনিব লগা হৈছিল। পিছত এদিন আমাক বুজালে, চিকিৎসালয় মানৱ সেৱাৰ মন্দিৰ আৰু ৰোগগ্ৰস্ত লোকৰ সেৱাই হ'ল আমাৰ ধৰ্ম। এই যুক্তিৰ বিপৰীতে ক'বলৈ আমাৰ কোনো বাটেই নাছিল।

মই ব্যক্তিগতভাৱে ক'বলৈ গ'লে তেখেতৰ পৰা যথেষ্ট মৰম-চেনেহ পাইছিলো। কিছুমান গুৰুত্বপূৰ্ণ দায়িত্বও তেখেতে মোক অৰ্পণ কৰিছিল। কিন্তু সেইবুলি নিয়ম ভংগ কৰি কোনো অনুকম্পাও মোক দেখুওৱা নাছিল। এবাৰ এক বিশেষ জৰুৰী কামৰ বাবে মোক দুই হেজাৰ টকাৰ অগ্ৰীম ধনৰ প্ৰয়োজন হ'ল। পৰিচালনা কমিটীৰ মিটিঙলৈ বহুদিন বাকী, ৰবলৈকো সময় নাই। তেখেতে মোক পৰামৰ্শ দিলে যে কমিটীৰ সদস্যসকলৰ পৰা ব্যক্তিগতভাৱে লগ ধৰি অনুমোদনৰ চহী আনিলে ঃ তেখেতে মোক অগ্ৰীম ধন দিব। পৰিচালনা কমিটীত তেখেতৰ যথেষ্ট প্ৰভাৱ থকা সত্ত্বেও নিয়ম অনুসৰি কাম কৰি যোৱাটো তেখেতে বিচাৰিছিল।

ডাঃ কনকচন্দ্ৰ বৰুৱাদেৱে বয়সৰ হেঁচাত কৰ্কট প্ৰতিষ্ঠান চলোৱাত অসুবিধা পাবলৈ ধৰিলে। অসম চৰকাৰৰ লগত চিকিৎসালয়খন চৰকাৰীকৰণৰ বিষয়ে কেবালানি আলোচনা হৈও ফলৱতী নহ'ল। ১৯৮৬ চনৰ আগষ্টৰ প্ৰথম সপ্তাহ। উৎফুল্লিত বৰুৱাদেৱে আমাক ক'লে যে অসম চৰকাৰে আমাৰ অনুষ্ঠানটো লৈ ল'ব। আমি ইমানদিনে বঞ্চিত হৈ অহা বহুবিলাক সা-সুবিধা লাভ কৰিব পাৰিম; ৰোগীসকলেও বিশেষ সুবিধা পাব! চৰকাৰে আমাৰ অনুষ্ঠানটো অধিগ্ৰহণ কৰাৰ পিছত তেখেতক মাজে-সময়ে ঘৰত দেখা কৰিছিলো। স্বাস্থ্যৰ অৱনতি যথেষ্ট হৈছিল অলপ দিনৰ ভিতৰতে। কামবোৰ নিয়াৰিকৈ আগবাঢ়ি যোৱা নাই বুলি তেখেতে আক্ষেপ কৰিছিল। তেখেতে আশা কৰা হিচাপে চিকিৎসালয়খনিৰ অগ্ৰগতিৰ কামবোৰ নোহোৱা বাবে অশান্ত মনৰ উমান পালো। লাহে লাহে তেখেত শয্যাশায়ী হ'ল। এদিন খবৰ পালো, তেখেতক চিকিৎসালয় এখনত ভৰ্তি কৰোৱা হৈছে। দেখা কৰিবলৈ গ'লো, অন্তিম অৱস্থা যেন লাগিল। ১৯৯২ চনৰ ১৭ ছেপ্টেম্বৰৰ দোকমোকালিতে খবৰ পালো ডাঃ কনকচন্দ্ৰ বৰুৱা আৰু এই সংসাৰত নাই। বাতৰিটো অপ্ৰত্যাশিত নাছিল যদিও মনটো বেয়া লাগিল।

ততাতৈয়াকৈ তেখেতৰ ঘৰলৈ বুলি যাত্ৰা কৰিলো। কৰ্মই ধৰ্ম বুলি বিশ্বাস কৰা নিঃস্বাৰ্থ অক্লান্ত কৰ্মীগৰাকী চিৰনিদ্ৰাত নিমগ্ন। দেহ সৎকাৰ হ'ল নৱগ্ৰহ শ্মশানত, লেলিহান জুয়ে তেখেতৰ পাৰ্থিব শৰীৰটো আগুৰি ধৰিলে। সেমেকি উঠা মনলৈ পিতৃদেৱে শিকোৱা শ্ৰীমদ্ভগবদ্গীতাৰ শ্লোক এফাঁকি মনলৈ আহিল :

"নৈনং ছিন্দন্তি শস্ত্ৰাণি নৈনং দহতি পাবকঃ।

ন চৈনং ক্লেদয়ন্ত্যাপো ন শোষয়তি মাৰুতঃ।।"

আত্মাক অস্ত্ৰৰে আঘাত কৰিব নোৱাৰি, অগ্নিয়ে দগ্ধ কৰিব নোৱাৰে, পানীয়েও আৰ্দ্ৰ কৰিব নোৱাৰে আৰু বতাহেও শুকুৱাই পেলাব নোৱাৰে। অৰ্থাৎ আত্মা পৰিৱৰ্তনহীন আৰু সনাতন।

ডাঃ কনকচন্দ্ৰ বৰুৱা আজি আমাৰ মাজত নাই। আছে তেখেতে দেখুৱাই থৈ যোৱা আদৰ্শ আৰু মানৱপ্ৰেমৰ নিদৰ্শন। তেখেতে আমাক দি গ'ল নিয়মানুৱৰ্তিতা, অনুশাসন, কৰ্মযোগৰ জ্ঞান। তেখেতৰ সহকৰ্মীসকলৰ লগ লাগি এৰি থৈ গ'ল এখনি অনুষ্ঠান— সমগ্ৰ পূব ভাৰতৰ এক বৃহৎ সংখ্যক লোকৰ আশা-ভৰসাৰ স্থল।

সাহিত্যিক মই নহওঁ, লিখা-মেলাৰ অভ্যাস নাই। ডাঃ কনকচন্দ্ৰ বৰুৱাদেৱৰ পুণ্য স্মৃতিত এখনি কিতাপ ওলাব বুলি শুনি এই কথাখিনি লিখি উলিয়ালো। তেখেতৰ আদৰ্শই আমাক চিৰদিন অনুপ্ৰাণিত কৰক, তেখেতৰ আত্মাই চিৰশান্তি লাভ কৰক, এয়ে মোৰ প্ৰাৰ্থনা।

# ডাঃ কনকচন্দ্ৰ বৰুৱাৰ সোঁৱৰণত

**ৰামচৰণ দাস**

ডাঃ কনকচন্দ্ৰ বৰুৱাৰ লগত মোৰ প্ৰথম সাক্ষাৎ হয় ১৯৪২ চনত। তেতিয়া মই কটন কলেজৰ ছাত্ৰ আছিলো। লোকবন্ধু ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ পৰামৰ্শমতে এজন বেমাৰীক লৈ মই তেওঁৰ ওচৰলৈ গৈছিলো। তেওঁ সেই বেমাৰীজনৰ তেজ পৰীক্ষা কৰি ডাঃ ভুৱনেশ্বৰ বৰুৱালৈ এটা ৰিপোৰ্ট দিছিল। তাৰ পিছত তেওঁক মাজে মাজে অ'ত ত'ত দেখা পাইছিলো যদিও ১৯৫৫ চনলৈ তেওঁৰ সান্নিধ্যত অহা নাছিলো। সেই চনতেই তেতিয়াৰ কেন্দ্ৰীয় মন্ত্ৰী অমৃত কৌৰ অসমলৈ আহিছিল। তেতিয়া মই অসম সেৱা সমিতিৰ প্ৰধান সচিব আছিলোঁ। তদুপৰি ভাৰতীয় শিশু কল্যাণ পৰিষদৰ অবৈতনিক সম্পাদক আছিলো। অমৃত কৌৰ আছিল ভাৰতীয় শিশু কল্যাণ পৰিষদৰ সভানেত্ৰী আৰু ইন্দিৰা গান্ধী আছিল তাৰ উপ-সভানেত্ৰী। সেই কাৰণে তেওঁলোক দুয়োৰে সান্নিধ্যত আহিবলৈ সুযোগ পাইছিলো। ভাৰতীয় শিশু কল্যাণ পৰিষদৰ অসম শাখাৰ মই দায়িত্ব লোৱাৰ সময়ত ইয়াৰ পুঁজি একোৱেই নাছিল। সেই কাৰণে অমৃত কৌৰক অনুদানৰ কাৰণে লগ ধৰিবলৈ চেষ্টা কৰিলো। সেই উদ্দেশ্যে অসমৰ তথা ভাৰতৰ প্ৰথিতযশা স্বেচ্ছাসেৱিকা আৰু মহাত্মা গান্ধীৰ অনুগামী অমল প্ৰভা দাইদেউ আৰু ডাঃ ভুৱনেশ্বৰ বৰুৱাক মোৰ লগত যাবলৈ অনুৰোধ কৰিছিলো। সৌভাগ্যক্ৰমে ডাঃ কনকচন্দ্ৰ বৰুৱাও তেওঁলোকৰ লগত আছিল। গতিকে আটায়ে অমৃত কৌৰক গুৱাহাটীৰ আৰ্ত্তভৱনত লগ ধৰিলোঁ। ফলস্বৰূপে অমৃত কৌৰে দিল্লীৰ পৰা পাঁচ হেজাৰ টকাৰ চেক এখন পঠিয়াই দিছিল। তেতিয়াৰ পৰাই ডাঃ কনক বৰুৱাৰ লগত মোৰ এটা বিশেষ সম্বন্ধ গঢ়ি উঠিল। কিছুদিন পিছত অসম সেৱা সমিতিৰ সভাপতি লোকনায়ক স্বৰ্গীয় অমিয় কুমাৰ দাসৰ লগত আলোচনা কৰি তেওঁৰ পৰামৰ্শ মতে ডাঃ কনক বৰুৱাক অসম সেৱা সমিতিৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য হিচাপে অন্তৰ্ভুক্ত কৰা হ'ল। ১৯৫৭ চনত তেওঁ অসম সেৱা সমিতিৰ

কোষাধ্যক্ষ হিচাপে নিৰ্বাচিত হয়। তেতিয়া সমিতিৰ সভাপতি আছিল ৰবীন কাকতী। অসম সেৱা সমিতিৰ অন্তৰ্গত বি, কে, ভাওৱাৰী বৃত্তিমূলক প্ৰশিক্ষণ কেন্দ্ৰৰো ডাঃ বৰুৱাক সভাপতি পদত অধিষ্ঠিত কৰা হৈছিল। সেই কেন্দ্ৰত অধ্যক্ষ আছিলো মই নিজেই। গতিকে ডাঃ বৰুৱাৰ সান্নিধ্যত আহি তেওঁৰ ব্যক্তিত্বৰ অনুধাৱন কৰিবলৈ সুযোগ পাইছিলোঁ। ১৯৮৩ চনলৈকে ডাঃ বৰুৱা অসম সেৱা সমিতিৰ লগত ওতপ্ৰোতভাৱে জড়িত আছিল। তাৰ পিছত তেওঁক অসম সেৱা সমিতিৰ উপদেষ্টা হিচাপে নিৰ্বাচিত কৰা হৈছিল।

ডাঃ বৰুৱা আছিল এজন স্বাধীনভাবাপন্ন লোক। কলেজত পঢ়ি থাকোতেই তেওঁ মহাত্মা গান্ধীৰ ১৯২১ চনৰ ভাৰতৰ মুক্তি যুঁজৰ আহ্বানত উদ্বুদ্ধ হৈ পঢ়াশুনা বাদ দি দেশজুৰি হোৱা আন্দোলনত জঁপিয়াই পৰিছিল। সেই সন্দৰ্ভত তেওঁ তিনিমাহ ধৰি কাৰাবৰণ কৰিব লগা হৈছিল। ১৯২৪ চনত ছমাহ তেওঁ সবৰমতী আশ্ৰমত মহাত্মা গান্ধীৰ আদৰ্শগত কাৰ্যসূচীত প্ৰশিক্ষণ লৈছিল। তাৰ পৰা ঘূৰি আহি ডাঃ বৰুৱাই কংগ্ৰেছৰ বিশেষকৈ গাওঁ উন্নয়নৰ কামত আত্মনিয়োগ কৰিছিল।

তাৰ পিছত ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ পৰামৰ্শ মতে তেওঁ বেৰী হোৱাইট মেডিকেল স্কুলত ভৰ্তি হয় আৰু সুখ্যাতিৰে এল এম পি ডিগ্ৰী লাভ কৰে। ১৯৩০ চনত তেওঁ শিৱসাগৰত চিকিৎসা ব্যৱসায় আৰম্ভ কৰে। ১৯৩৬ চনত উচ্চ শিক্ষাৰ কাৰণে ভিয়েনালৈ যায় আৰু তাত এবছৰ থাকি সুখ্যাতিৰে জেদ, আই, এম (Z.I.M) ডিপ্লোমা লৈ অসমলৈ ঘূৰি আহে আৰু গুৱাহাটীত চিকিৎসা ব্যৱসায় আৰম্ভ কৰে।

ডাঃ বৰুৱা চিকিৎসা ব্যৱসায়ত আবদ্ধ আছিল যদিও কংগ্ৰেছৰ কাৰ্যসূচীত সদায় সঁহাৰি জনাইছিল। ১৯৪৭ চনত ভাৰত স্বাধীন হোৱাৰ লগে লগে কংগ্ৰেছৰ নেতাসকলে দেশ শাসনৰ দায়িত্ব ল'লে। কিন্তু স্বাধীনোত্তৰ কালত ডাঃ বৰুৱাই কংগ্ৰেছৰ কাৰ্যকলাপত অসন্তুষ্ট হৈ কংগ্ৰেছৰ পৰা আঁতৰি যায় আৰু জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত গঠিত চোছিয়েলিষ্ট পাৰ্টিত যোগদান কৰে। আন এদল কংগ্ৰেছ সদস্যই কংগ্ৰেছ ত্যাগ কৰি কৃষক মজদুৰ প্ৰজা পাৰ্টি গঠন কৰিলে। কিছুদিন পিছত দুয়োটা পাৰ্টি একেলগ হৈ প্ৰজা চোছিয়েলিষ্ট পাৰ্টি গঠন কৰিলে। এবাৰ তেও এই পাৰ্টিৰ জৰিয়তে অসম বিধানসভাৰ সদস্য পদৰ বাবে নিৰ্বাচনতো নামিছিল কিন্তু কৃতকাৰ্য নহ'ল। তেওঁৰ ককায়েকদ্বয় লক্ষেশ্বৰ বৰুৱা আৰু ডাঃ ভুৱনেশ্বৰ বৰুৱা অসম কংগ্ৰেছৰ নেতা আছিল যদিও তেওঁলোকৰ বুজনিত কেতিয়াও পতিয়ন নগৈছিল।

ডাঃ বৰুৱা এজন বহুমুখী প্ৰতিভাসম্পন্ন লোক আছিল। তেওঁ এজন সুদক্ষ খেলুৱৈ আছিল। ফুটবল, ভলীবল, ক্ৰিকেট, বেডমিণ্টন, হকী, টেনিছ, বাস্কেটবল এই আটাইবোৰ খেলতেই তেওঁ সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিছিল। ফুটবলত

বিশেষ দক্ষতা প্ৰদৰ্শন কৰিছিল। কলিকতাত ফুটবল খেলি সুনাম অৰ্জন কৰিছিল। ডাঃ বৰুৱাই কেৱল খেলিয়েই যে ভাল পাইছিল তেনে নহয়। তেওঁ অসমত খেলাৰ এটা উন্নয়নমূলক বাতাবৰণ সৃষ্টি কৰিবলৈও চেষ্টা কৰিছিল। বিশেষকৈ টেবুল টেনিছৰ ক্ষেত্ৰত তেওঁ এটা উচ্চ মান প্ৰতিষ্ঠা কৰিছিল। তেওঁ গুৱাহাটীৰ ইণ্ডিয়া ক্লাবৰ এজন প্ৰতিষ্ঠাতা সদস্যও আছিল। আৰু বিভিন্ন সময়ত ইয়াৰ চেক্ৰেটৰী আৰু প্ৰেছিডেণ্ট হিচাপে কাম কৰিছিল।

ডাক্তৰ হিচাপেও ডাঃ বৰুৱাৰ সুনাম আছিল। কেতিয়াবা কেতিয়াবা দুখীয়া মানুহক বিনা পইচাৰে চিকিৎসা কৰিছিল আৰু আৰ্থিক সহায়ো কৰিছিল। মাজে মাজে গুৱাহাটীৰ ওচৰে-পাজৰে স্বইচ্ছাৰে গাঁৱলীয়া লোকলৈ চিকিৎসা আগ বঢ়াইছিল। এই উদাৰ মনোভাৱৰ বাবে তেওঁ সকলোৰে প্ৰিয় হৈ পৰিছিল।

সমাজসেৱক হিচাপে ডাঃ বৰুৱাৰ অৱিহণা কম নহয়। তেওঁ কেবাটাও স্বেচ্ছাসেৱী অনুষ্ঠান, যেনে ৰোটাৰী ক্লাব, অসম সেৱা সমিতি, ডাঃ ভুৱনেশ্বৰ বৰুৱা ক্লেন্সাৰ ইনষ্টিটিউট, শিশু কল্যাণ চোছাইটি, বিবেকানন্দ স্মাৰক চোছাইটি, চিনে ক্লাব, লোকপ্ৰিয় গোপীনাথ বৰদলৈ চেষ্ট হাস্পতাল, ইণ্ডিয়ান মেডিকেল এচোছিয়েচন আদিৰ লগত সক্ৰিয়ভাৱে জড়িত আছিল আৰু সমাজসেৱকসকলক সদায় উদগনি দিছিল।

ডাঃ বৰুৱা এজন মৌলিক নীতিৰ প্ৰতি আনুগত্য থকা লোক (man of principle) আছিল। সেই কাৰণে তেওঁ বহুতৰ দৰে কংগ্ৰেছৰ পৰা আঁতৰি আহি আকৌ কংগ্ৰেছত যোগদান কৰা নাছিল। সত্যৰ অপলাপত তেওঁ বিৰক্তি প্ৰকাশ কৰিছিল আৰু অন্যায় দেখিলে তাৰ প্ৰতিবাদ কৰিছিল।

ডাঃ বৰুৱা এজন সময়নিষ্ঠ (punctual) লোক আছিল। সভাত নিৰ্দিষ্ট সময়ত উপস্থিত হৈছিল। মই যেতিয়া অসম সেৱা সমিতিৰ কাৰ্যনিৰ্বাহক সমিতিৰ সভালৈ আনিবলৈ যাওঁ তেওঁ সময়মতে ওলাই আছিছিল। মই এদিনো তেওঁৰ অপেক্ষাত বৈ থাকিব লগা হোৱা নাছিল।

ডাঃ বৰুৱাই সদায় পৰিপাটিকৈ কাপোৰ-কানি পিন্ধিছিল। পৰিষ্কাৰ-পৰিচ্ছন্নতা সম্পৰ্কে বিশেষ সচেতন আছিল। সেয়ে তেওঁ সকলো সময়তে চাফ-চিকুণতাৰ প্ৰতি মনোনিবেশ কৰিছিল। কোনো কোনোৱে তেওঁক চাহাবী ষ্টাইলত ধুনপেচ মাৰি জীৱন-নিৰ্বাহ কৰা বুলি উক্তি কৰিছিল। কিন্তু দৰচলতে পৰিপাটিকৈ আৰু চাফ-চিকুণকৈ থকাটো তেওঁৰ স্বভাৱত পৰিণত হৈছিল।

ডাঃ বৰুৱাৰ সাংস্কৃতিক বিষয়তো ধাপ আছিল। ডিব্ৰুগড়ত পঢ়ি থাকোঁতে তেওঁ থিয়েটাৰত অভিনয়ো কৰিছিল। কৰ্ণাৰ্জুন নাটকত তেওঁ কৰ্ণৰ স্ত্ৰী পদ্মাৰ ভাও লৈ অভিনয় কৰা বুলি জনা যায়।

শতিকে ডাঃ কনকচন্দ্ৰ বৰুৱা এজন আদৰ্শবাদী লোক আছিল। তেওঁৰ জীৱন-দৰ্শন অনুকৰণীয়।

# কেন্সাৰ হাস্পতাল আৰু ডাঃ কনকচন্দ্ৰ বৰুৱা

ডাঃ প্ৰদীপকুমাৰ চৌধুৰী

উত্তৰ-পূৰ্বাঞ্চলৰ দুৰাৰোগ্য কেন্সাৰ ৰোগৰ একমাত্ৰ প্ৰতিষ্ঠান ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠানৰ ক্ষেত্ৰত ডাঃ কনকচন্দ্ৰ বৰুৱাৰ অৱদান বিশেষভাৱে মন কৰিবলগীয়া। মই ভাবোঁ, ডাঃ কনকচন্দ্ৰ বৰুৱাক এই কৰ্কট প্ৰতিষ্ঠানৰ পিতৃ হিচাপে অভিহিত কৰিব লাগে।

কেন্সাৰ ৰোগৰ পৰা হাত সাৰিবলৈ অসম তথা গোটেই পূৰ্বাঞ্চলৰ জনসাধাৰণে প্ৰচুৰ অৰ্থ আৰু শাৰীৰিক ক্ষয়ৰ মাজেৰে জীৱন ৰক্ষাৰ প্ৰচেষ্টা চলাই অহা আৰু বিনা চিকিৎসাই বহুতো ৰোগীয়ে মৃত্যুক আঁকোৱালি লোৱা ঘটনাৰাজিৰ কথা অতীতে আমাক সঘনাই সোঁৱৰাই দিয়ে। এই সকলো দুখ মোচন কৰি কেন্সাৰ ৰোগৰ সহজলভ্য চিকিৎসাৰ ভৱিষ্যৎ চিন্তা কৰি সু-উন্নত চিকিৎসা পদ্ধতিৰ কল্পনাৰে কেইবাগৰাকী সমাজসেৱী আৰু দূৰদৰ্শী ব্যক্তিৰ প্ৰচেষ্টাত এই ৰোগৰ চিকিৎসাৰ প্ৰতিষ্ঠান এটা পতাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয় ১৯৫৮ চনৰ প্ৰথম ভাগত। এই সিদ্ধান্তৰ লগতে অসমৰ প্ৰখ্যাত চিকিৎসক দুখীয়াৰ বন্ধু ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ পবিত্ৰ স্মৃতি ৰক্ষাৰ্থে এই প্ৰতিষ্ঠানৰ নাম তেখেতৰ নামেৰেই নামকৰণ কৰাৰ সিদ্ধান্ত লোৱা হয়। ইয়াৰ বিষয়সমূহ পৰিচালনাৰ বাবে এখন কমিটী গঠন কৰা হয় আৰু ১৯৬২ চনত তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাদেৱক সভাপতি, স্বৰ্গীয় দেৱেন্দ্ৰনাথ শৰ্মাদেৱক উপ-সভাপতি, স্বৰ্গীয় ডাঃ কনকচন্দ্ৰ বৰুৱাদেৱক সাধাৰণ সম্পাদক আৰু অসমৰ প্ৰয়াত মুখ্যমন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰীদেৱক মুখ্য পৰামৰ্শদাতা হিচাপে লৈ এখন নতুন কমিটী গঠন কৰা হয়; পিছলৈ এই কমিটীখন Board of Trustee লৈ ৰূপান্তৰিত কৰি স্বৰ্গীয় বিষ্ণুৰাম মেধি, স্বৰ্গীয় ডাঃ ঘনশ্যাম দাস, স্বৰ্গীয় ডাঃ বীৰেন্দ্ৰনাথ চৌধুৰী আদি উল্লেখযোগ্য ব্যক্তিক নতুন সভ্য হিচাপে লৈ এক নতুন প্ৰচেষ্টাৰ পদক্ষেপ

পেলোৱা হয়। শেষত ডাঃ কনকচন্দ্ৰ বৰুৱাদেৱৰ দায়িত্বত এখন পৰিচালনা কমিটী গঠন কৰা হৈছিল আৰু অৰ্দ্ধ-নিৰ্মিত চিকিৎসা ভৱনৰ সমষ্টিৰ সময়লৈ কৰ্মীয় ডাঃ কনকচন্দ্ৰ বৰুৱাৰ চেষ্টাৰতে হাস্পতাল কাৰ্যালয়ৰ কাম-কাজ চলাই থকা হৈছিল। ১৯৭৩ চনৰ ১৮ নৱেম্বৰত অৰ্থাৎ মই ইয়াত কামত সোমোৱাৰ নদিন পাছত হাস্পতালৰ আনুষ্ঠানিক উদ্বোধন হৈছিল যদিও ৰোগী চোৱা আৰু ৰোগী ৰখা কাম ১৯৭৪ চনৰ ছেপ্টেম্বৰৰ পৰাহে কাৰ্যতঃ আৰম্ভ হৈছিল।

ডাঃ কনকচন্দ্ৰ বৰুৱাদেৱৰ তত্ত্বাৱধানত মই প্ৰায় অকলেই বহিৰ্বিভাগত ৰোগী চোৱা হাস্পতালত ৰোগী ৰখাৰ ব্যৱস্থা কৰা, ৰোগীৰ খোৱা-লোৱাৰ ব্যৱস্থা কৰা, নাৰ্চ, ওৱাৰ্ড বয়, ৰান্ধনী, জামাদাৰ আদিৰ কাম-কাজত চকু দিয়া আদি যাৱতীয় হাস্পতালৰ সকলো কাম কৰিব লগাত পৰিছিল। কিছুদিনৰ পিছত আৰু দুজন ডাক্তৰ সোমায় যদিও তেওঁলোক কিছুদিন থাকিয়েই বেলেগ কামলৈ গুচি যায়। মইও বিলাতলৈ যোৱাৰ সুবিধা এটা পাই যাবলৈ ওলালো আৰু ডাঃ বৰুৱাক কথাটো ক'লো। তেখেতে তেতিয়া মোক কৈছিল, "এই হাস্পতালৰ তুমি প্ৰথম ডাক্তৰ; এটা সময়ত এইখন ডাঙৰ হাস্পতাল হ'ব আৰু তোমাৰ ভৱিষ্যৎ ইয়াত খুউব ভাল হ'ব। তুমি ইয়াৰ কাম এৰি যাব নালাগে। Do not make this institute a jumping ground like others. তেখেতৰ কথা শুনি মই থাকি গ'লো আৰু আজি মোৰ ইয়াত চাকৰি বিশ বছৰৰ ওপৰ হ'ল।

হাস্পতালখনৰ বাবে যি টুকুৰা মাটি চৰকাৰে দিছে সেই ঠাইখিনি দ ঠাই আৰু পানী আৰু মেটেকাৰে পৰিপূৰ্ণ আছিল। তাৰে এটা অংশত যথেষ্ট পইচা খৰচ কৰি মাটি ভৰাই বৰ্তমানৰ হাস্পতালৰ ভৱনটো নিৰ্মাণ কৰা হয়। ডাঃ বৰুৱাই প্ৰায়েই কৈছিল, "The Government has given us water and not land".

ডাঃ বৰুৱাৰ চিন্তা আছিল কেৱল কেন্সাৰ হাস্পতাল। তেখেতৰ নিৰ্দেশমতে মই হাস্পতালৰ অৰ্দ্ধনিৰ্মিত ওপৰ মহলাৰ এটা কোঠাত থাকিবলগীয়া হৈছিল যাতে ইয়াৰ সকলোবোৰ কাম-কাজত ২৪ ঘন্টা চকু ৰাখিব পাৰো। তেতিয়া বৰ্তমান হাস্পতাল ভৱনটোৰ চাৰিভাগৰ এভাগো সম্পূৰ্ণ হোৱা নাছিল। তেখেতে প্ৰশাসনিক কাম-কাজৰ বাদেও টকা সংগ্ৰহ কৰা কামত সদায় ব্যস্ত হৈ থাকিবলগীয়া হৈছিল। হাস্পতালৰ কাম-কাজ আৰম্ভ হোৱাৰ লগে লগে ইয়াৰ অফিচটো তেখেতৰ চেম্বাৰৰ পৰা হাস্পতাললৈ স্থানান্তৰ কৰা হয়। ডাঃ কনকচন্দ্ৰ বৰুৱা সেই সময়ৰ এজন নামজ্বলা চিকিৎসক আছিল আৰু তেখেতৰ চেম্বাৰত ৰোগীৰ যথেষ্ট ভিৰ আছিল; কিন্তু হাস্পতালৰ কাম-কাজত তেখেত ইমান ব্যস্ত হৈ থাকিবলগীয়া হৈছিল যে পিছলৈ তেওঁ প্ৰেক্টিচ এৰি দিয়াৰ নিচিনাই হৈছিল।

এই বিষয়ে এবাৰ উল্লেখ কৰোতে তেখেতে মোক কৈছিল, "এই অনুষ্ঠানটো এটা পূৰ্ণাঙ্গ কেন্সাৰ হাস্পতাল কৰাই এতিয়া মোৰ জীৱনৰ লক্ষ্য। ত্যাগ নাথাকিলে কোনো মহৎ কাম সাধন নহয়।"

প্ৰথমে বিশখন বিছনাৰে এই হাস্পতাল আৰম্ভ কৰা হৈছিল। কেন্সাৰ ৰোগীৰ প্ৰায় শতকৰা আশী ভাগকেই Radiation treatment কৰা হয়। ১৯৭৩ চনত কিনা Deep X-ray মেচিন এটাৰে প্ৰথমে এই চিকিৎসা ইয়াত আৰম্ভ কৰা হয় আৰু প্ৰফেচাৰ পি, চি, চাংকাকতিদেৱে এই বিভাগটো চোৱা-চিতা কৰিছিল। লাহে লাহে তলৰ মহলাৰ ৰোগী ৰখা কোঠাবোৰ সম্পূৰ্ণ হ'ল আৰু বিছনাৰ সংখ্যা পঞ্চাশখনলৈ বৃদ্ধি কৰা হয়। ডাঃ বৰুৱাই যথেষ্ট কষ্ট কৰি নানা ঠাইৰ পৰা টকা সংগ্ৰহ কৰি ১৯৭৯ চনত এটা কোবাল্ট মেচিন কিনে। ১৯৮৬ চনত ভাৰত চৰকাৰৰ সাহায্যত আৰু এটা আধুনিক কোবাল্ট মেচিন সংগ্ৰহ কৰে। বৰ্তমানে এই দুয়োটা মেচিনেৰে দিনে ডেৰশৰো অধিক ৰোগীৰ চিকিৎসা কৰা হয়।

ৰোগীৰ সংখ্যা লাহে লাহে বাঢ়িবলৈ ধৰিলে আৰু তাৰ লগে লগে ডাক্তৰ আৰু আন আন কৰ্মচাৰীৰ সংখ্যাও বাঢ়িবলৈ ধৰিলে আৰু ফলত টকা-পইচাৰ সমস্যাও বেছি প্ৰকট হৈ উঠিবলৈ ধৰিলে।

ডাঃ কনক বৰুৱা, যিজন ব্যক্তিয়ে চৌবিশ ঘণ্টা এই হাস্পতালখনৰ কথা চিন্তা কৰি থাকে, তেওঁৰ মনত এটা নতুন ভাবৰ উদ্ৰেক হ'ল। তেওঁ ভাবিবলৈ ধৰিলে যে খুজিমাগি হয়তো কিছু ৰোগীক চিকিৎসা দি হাস্পতালখন কোনোমতে চলাই নিব পাৰিব, কিন্তু তেখেতে সেইটো বিচৰা নাছিল। তেখেতে বিচাৰিছিল কেনেকৈ ইয়াত সকলো ধৰণৰ আধুনিক যন্ত্ৰপাতি আনি উচ্চ শিক্ষাৰে শিক্ষিত অভিজ্ঞ ডাক্তৰ-কৰ্মচাৰী আদিক নিযুক্তি দি এইখন এখন সম্পূৰ্ণ উচ্চমানসম্পন্ন কেন্সাৰ হাস্পতাল হিচাপে গঢ়ি তুলিব পাৰি যাতে উত্তৰ-পূব অঞ্চলৰ কেন্সাৰ ৰোগীসকলক সকলো প্ৰকাৰৰ আধুনিক চিকিৎসাৰে চিকিৎসা কৰিব পাৰি। কিন্তু ইয়াকে কৰিবলৈ হ'লে যি প্ৰচুৰ পৰিমাণৰ অৰ্থৰ প্ৰয়োজন সেয়া যোগাৰ কৰা ডাঃ বৰুৱাৰ কাৰণে সম্ভৱ নহয়। ইফালে তেওঁৰ বয়স প্ৰায় চাৰিকুৰি, সেয়ে পৰিচালনা সমিতিৰ মিটিঙত আলোচনা কৰি এই অনুষ্ঠানখন কেইটামান চৰ্ত সাপেক্ষে অসম চৰকাৰৰ হাতত দিয়াৰ সিদ্ধান্ত লোৱা হয় আৰু সেই মৰ্মে ১৯৮৬ চনত চৰকাৰৰ হাতত অৰ্পণ কৰা হয়। কিন্তু চৰকাৰে চৰকাৰীকৰণৰ যিবোৰ নীতি-নিয়ম সম্পন্ন কৰিব লাগিছিল সেইবোৰ নকৰাৰ ফলত ই এখন চৰকাৰী অনুষ্ঠান বুলি লিখা থকাৰ বাদে আন একো নহ'ল। ইফালে হাস্পতালৰ অৰ্থ সংকটে দেখা দিলে। চৰকাৰে এইবাৰ আগৰ চৰকাৰীকৰণ বাতিল কৰি নতুনকৈ আৰু চৰকাৰীকৰণৰ অধ্যাদেশ জাৰি কৰে আৰু Atomic Energy Commission আৰু North Eastern Council ৰ লগত যোগাযোগ কৰি

এইখন এখন Autonomous অনুষ্ঠান হিচাপে চিহ্নিত কৰে আৰু এখন Tripartite Agreement কৰে। এই Agreement অনুযায়ী বৰ্তমানে এই তিনিওটা বিভাগে হাস্পতালৰ সকলো দিশ চোৱা-চিতা কৰি আছে।

টকা-পইচাৰ প্ৰতি ডাঃ কনকচন্দ্ৰ বৰুৱাৰ অকণো মোহ নাছিল। নিজৰ প্ৰেক্‌টিচ বাদ দিও তেখেতে হাস্পতালৰ প্ৰশাসনিক কাম-কাজ আৰু অৰ্থ সংগ্ৰহৰ কামত সদায় ব্যস্ত হৈ থাকিবলগীয়া হৈছিল। কিন্তু তেখেতে কোনো ধৰণৰ পাৰিশ্ৰমিক নলৈছিল। পেট্ৰলৰ খৰচ বুলি তেখেতে মাহিলি মাত্ৰ ত্ৰিশ টকা লৈছিল। কেৱল হাস্পতালৰ প্ৰতি থকা তেখেতৰ প্ৰেম আৰু আত্মত্যাগৰ ইও এক পৰিচায়ক।

# কনকচন্দ্ৰ বৰুৱাৰ সোঁৱৰণত

**থানেশ্বৰ বৰুৱা**

এজন মানুহৰ পোছাক-পৰিচ্ছদ, চাল-চলন, আৰু কথা-বাৰ্তাৰ মাজেদি মানুহজনৰ ৰুচি আৰু প্ৰকৃতিৰ বিষয়ে বহুতখিনি সম্ভেদ পোৱা যায়। সদায় চাফা আৰু পৰিপাটিকৈ পিন্ধা চাহাবী পোছাক যোৰৰ মাজত বগা, শুৱনি মানুহজনেই আছিল ডাঃ কনকচন্দ্ৰ বৰুৱা।

ছাত্ৰ অৱস্থাতেই তেখেতৰ স্বাধীন চিন্তাৰ পৰিচয় পোৱা গৈছিল। আমাৰ পৰিয়ালৰ মানুহবোৰৰ নামৰ পিছত থকা 'ঈশ্বৰ' শব্দটো (যেনে লক্ষেশ্বৰ, ভুৱনেশ্বৰ) খুব বেয়া পাইছিল। সেই কাৰণে তেওঁৰ নামটো কনকেশ্বৰ বৰুৱাৰ সলনি কনকচন্দ্ৰ বৰুৱা লিখিবলৈ ল'লে।

তেওঁৰ বিষয়ে দুই-এটা হাঁহি উঠা কথাও আছে। অলপতে শ্ৰীযুতা পুষ্পলতা দাসে কনকচন্দ্ৰ বৰুৱাৰ অগ্ৰজ লক্ষেশ্বৰ বৰুৱাৰ স্মৃতিগ্ৰন্থত ওলোৱা এটা প্ৰবন্ধত উল্লেখ কৰিছে যে লক্ষেশ্বৰ বৰুৱাই স্বদেশী কাপোৰ পিন্ধাটো ব্ৰত হিচাপে লৈছিল। কিন্তু ডাঃ কনক বৰুৱা অলপ বেলেগ ধৰণৰ আছিল। এদিন স্বাধীনতা দিবসত সকলোৱে স্বদেশী বস্ত্ৰ ব্যৱহাৰ কৰাৰ শপত লৈছে। এনেতে সকলোৱে শুনিলে যে ডাঃ কনক বৰুৱাই কৈছে, "মই নেটৰ আঁঠুৱাখনৰ বাহিৰে সকলো স্বদেশী ব্যৱহাৰ কৰিম।" সভাৰ অন্তত তেওঁ কিয় সেইদৰে শপত ল'লে বুলি সোধাত তেওঁ ক'লে, "মোক গৰমত বতাহ সোমাব পৰাকৈ অথচ মহ সোমাব নোৱাৰা আঁঠুৱা এখন লাগে। স্বদেশী নেটৰ আঁঠুৱা মই এতিয়ালৈকে পোৱা নাই, সেয়ে মই সেইদৰে শপত লৈছো।"

তেওঁ নিজৰ স্বকীয় চিন্তাধাৰা সদায় দৃঢ়তাৰে সমৰ্থন কৰিছিল। তেওঁৰ মনত কিবা এটা অন্যায় বুলি বিবেচিত হ'লে তাৰ লগত কেতিয়াও আপোচ নকৰিছিল। বৰ্ত্তাও বাঁচেলৰ দৃষ্টিভঙ্গীৰ লগত ডাঃ বৰুৱাৰ দৃষ্টিভঙ্গী কোনো কোনো কথাত মিলাব পাৰি।

১৯৯২ চনত মই গুৱাহাটীৰ মাইনৰ স্কুলৰ পৰা পাছ কৰাৰ পিছত মাজু খুৰাই (লক্ষেশ্বৰ বৰুৱা) ডিব্ৰুগড়ত পঢ়িবলৈ মোক লৈ গৈছিল আৰু দুদিন পাছতে ডাঃ কনক বৰুৱাই দুপৰীয়া মোক অলপ দূৰত থকা চৰকাৰী হাইস্কুলত সপ্তম শ্ৰেণীত নাম লগাবলৈ লৈ গৈছিল। বাটত যাওতে মই মাষ্টৰক কেনেকৈ যথাযথ উত্তৰ দিব লাগিব ইত্যাদি কথাবোৰ শিকাই লৈ গৈছিল।

আমি দুয়ো হেড মাষ্টৰৰ কোঠালৈ সোমাই গ'লো। হেড মাষ্টৰে ডাঃ বৰুৱাক বেচ আদৰ কৰি বহিবলৈ দিলে। মই হেড মাষ্টৰক নমস্কাৰ দিলো আৰু ডাঃ বৰুৱাই মোক চিনাকি কৰি দি সপ্তম শ্ৰেণীত নাম লিখিব পাৰিম নেকি সুধিলে, কাৰণ নামভৰ্তিৰ সময় কেতিয়াবাই পাৰ হৈ গ'ল আৰু নতুন ক্লাছও আৰম্ভ হৈছে। তথাপি ডাঃ বৰুৱাৰ অনুৰোধ ৰক্ষা কৰিবলৈ মোৰ আগৰ পৰীক্ষাৰ নম্বৰবোৰ চালে আৰু নতুনকৈ নামভৰ্তিৰ বাবে এটা পৰীক্ষা দিব লাগিব বুলি ক'লে। ডাঃ বৰুৱাক হেড্ মাষ্টৰজনে মান-সম্মান কৰা দেখি মোৰ মনতো খুব ভাল লাগিছিল আৰু ডাঃ বৰুৱাৰ প্ৰতি মোৰ মনটোত এটা শ্ৰদ্ধা উপজিছিল।

ঘৰতো ডাঃ বৰুৱাই ল'ৰা-ছোৱালীবোৰক পঢ়ুৱাই বৰ আনন্দ পাইছিল। বন্ধৰ দিনা দুপৰীয়া ঘৰৰ গোটেইবোৰ ল'ৰা-ছোৱালী লগ কৰি বেলেগ বেলেগ ৰচনা লিখা, অসমীয়াৰ পৰা ইংৰাজী কৰা ইত্যাদি কামত লগাই দি তেওঁ নিজেও কিতাপ লৈ অধ্যয়ন কৰাত ব্যস্ত হৈ পৰিছিল। আমাৰ শিক্ষাৰ মান উন্নত কৰাত তেওঁ যথেষ্ট গুৰুত্ব দিছিল।

১৯২১ চনত কংগ্ৰেছৰ জাতীয় আন্দোলনত কলেজৰ চতুৰ্থ বাৰ্ষিকী শ্ৰেণীৰ পৰা চৰকাৰী কলেজ বৰ্জন কৰি দেশৰ স্বাধীনতা যুদ্ধত জঁপিয়াই পৰিছিল আৰু ডিব্ৰুগড়ত গৈ ককায়েক লক্ষেশ্বৰ বৰুৱাৰ লগত কংগ্ৰেছৰ কামত আগভাগ লৈ জনগণক দেশৰ স্বাধীনতাৰ হকে কংগ্ৰেছ আন্দোলনত যোগ দিবলৈ প্ৰেৰণা যোগাইছিল। সেয়ে চৰকাৰৰ কোপত পৰি কাৰাবৰণ কৰিব লগা হয়। কেইমাহমানৰ পিছত কাৰাগাৰৰ পৰা ওলাই গান্ধী আশ্ৰমত ছমাহৰ কাৰণে গান্ধীবাদৰ প্ৰশিক্ষণ ল'বলৈ গৈছিল।

কংগ্ৰেছৰ কামত গাঁও-ভুই ভ্ৰমণ কৰি গৰীব মানুহবোৰৰ অৱস্থা দেখি তেওঁ মনত বৰ অশান্তি পাইছিল আৰু এইবোৰ কথা প্ৰায়ে ঘৰতো আলোচনা কৰিছিল। তেওঁৰ মনত বিশেষকৈ আঘাত দিছিল গাঁৱৰ দুখীয়া ৰোগীসকলৰ দুৰৱস্থাই। তেওঁৰ মনত বাইজৰ মাজত চিকিৎসা সেৱা আগবঢ়োৱাৰ প্ৰবল আগ্ৰহ জন্মিল আৰু ডাক্তৰী পঢ়া স্থিৰ কৰি কলিকতাৰ মেডিকেল কলেজলৈ গ'ল। কিন্তু তাত তেতিয়া চৰকাৰী মেডিকেল কলেজত নাম লগাবলৈ হ'লে কিছুমান চৰ্তত চহী কৰিহে নাম লগাব পাৰিছিল। তাৰে ভিতৰত এটা চৰ্ত আছিল চৰকাৰৰ বিৰুদ্ধে কোনো আন্দোলনত যোগ দিব নোৱাৰা। স্বদেশী-কৰ্মী ডাঃ বৰুৱাৰ বিবেকে এনে

এটা চৰ্ত মানি ল'বলৈ প্ৰস্তুত নহ'ল। গতিকেই কলিকতা মেডিকেল কলেজত ডাক্তৰী পঢ়াৰ আশা ত্যাগ কৰিব লগা হ'ল।

আনহাতে, অসমত তেতিয়া কোনো মেডিকেল কলেজ নাছিল। গতিকে ডাক্তৰী সেৱাৰ অদম্য উৎসাহ লৈ ডিব্ৰুগড় মেডিকেল স্কুলত ১৯২৪ চনত ভৰ্তি হয়। মেডিকেল স্কুলৰ পৰা পাছ কৰি কলিকতাত School of Tropical Medicine ত অধ্যয়ন কৰিছিল।

১৯৩০ চনত শিৱসাগৰত নিজে ফাৰ্মাচী এখন খুলি ডাক্তৰী সেৱা আৰম্ভ কৰিছিল। অতি-কম সময়ৰ ভিতৰতে তেখেতে সুনাম অৰ্জন কৰি সকলোৰে জনপ্ৰিয় হৈ পৰিছিল। কিন্তু তেওঁৰ জ্ঞানপিপাসু মনটোৱে বিদেশত উচ্চ শিক্ষা লাভ কৰিবলৈ মন মেলিলে আৰু ইউৰোপৰ ভিয়েনালৈ যাত্ৰা কৰিলে। তাত তেওঁ American Medical Association ৰ সভ্য আছিল।

বিদেশৰ পৰা উচ্চ শিক্ষা লাভ কৰি আহি ১৯৩৮ চনত গুৱাহাটীত নিজে ডাক্তৰী কৰিবলৈ আৰম্ভ কৰে। তেতিয়া গুৱাহাটীত ডাঃ ভুৱনেশ্বৰ বৰুৱাই ডাক্তৰী কৰি আছিল। গতিকে ভায়েক কনক বৰুৱাই গুৱাহাটীত ডাক্তৰী সেৱা চলাবলৈ সকলো সুযোগ-সুবিধা পাইছিল। আনহাতে ডাঃ ভুৱনেশ্বৰ বৰুৱায়ো তেওঁক সুপ্ৰতিষ্ঠা কৰিবলৈ সকলো ধৰণেৰে সুযোগ উলিয়াই দি নিজে কংগ্ৰেছৰ কামত বাইজৰ সেৱা কৰিবলৈ অধিক মনোযোগ দিছিল।

ডাঃ কনক বৰুৱা যদিও দেশৰ স্বাধীনতা আন্দোলনত কংগ্ৰেছৰ এজন বিশিষ্ট কৰ্মী আছিল তথাপি কংগ্ৰেছী মানুহবোৰৰ বেছিভাগৰে কাৰ্য-কলাপ দেখি তেওঁ সেইবোৰৰ ওপৰত আস্থা হেৰুৱাই পেলাইছিল। গতিকেই শেষত তেওঁ জয়প্ৰকাশ নাৰায়ণৰ পি, এছ, পিত যোগ দিছিল।

ডাঃ বৰুৱাৰ বহুমুখী প্ৰতিভাৰ চিনাকি সৰুৰে পৰাই পোৱা গৈছিল। স্কুলত পঢ়া-শুনাৰ লগতে নানা ধৰণৰ খেল-ধূলা বা সাংগঠনিক কাম-কাজবোৰত সদায় আগভাগ লৈছিল। আনকি কলিকতাত থকা সময়তো তেওঁ নানা ঠাইত ফুটবল খেলি প্ৰশংসা লাভ কৰিছিল। গুৱাহাটীতো তেওঁ টেবুল টেনিছ প্ৰচলন কৰি Assam Table Tennis Association প্ৰতিষ্ঠা কৰে।

এওঁৰ যত্নতেই গুৱাহাটীত India Club প্ৰথম স্থাপন হয়। ইয়াৰ চেক্ৰেটেৰী আৰু সভাপতি হিচাপে তেওঁ বহুদিন ইয়াৰ লগত জড়িত হৈ আছিল।

সমাজৰ উন্নয়নমূলক কাম-কাজবোৰৰ প্ৰতি তেওঁ সদায় আকৃষ্ট হৈ পৰিছিল আৰু সেইবোৰত সক্ৰিয় অংশ গ্ৰহণ কৰি নিজক ব্যস্ত ৰাখিছিল।

গুৱাহাটীত ৰ'টাৰী ক্লাব প্ৰতিষ্ঠা কৰাতো তেওঁৰ যথেষ্ট বৰঙণি আছিল আৰু দ্বিতীয় বছৰত এই ক্লাবৰ সভাপতি হিচাপে ইয়াৰ আশে-পাশে থকা গাওঁ অঞ্চলত নানা ধৰণৰ স্বাস্থ্য সেৱা আগবঢ়াইছিল।

ইয়াৰ বাহিৰেও তেওঁ Gauhati Child Welfare Society, Assam Seva Samity, Vivekananda Medical Society, আৰু Gauhati Cine Clubৰ সভাপতি আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ Medical Bond খো তেওঁ সভ্য আছিল।

এইবোৰৰ উপৰি তেওঁ লোকপ্ৰিয় হ'বলৈ Chest Hospitalৰ সভাপতি হিচাপে এই অনুষ্ঠানটোৰ ভালেখিনি উন্নতি সাধন কৰাত তেওঁৰ বৰঙণি অতি উল্লেখযোগ্য। কিন্তু এনেবোৰ অনুষ্ঠানত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল যদিও তেওঁৰ মনত আন এটা বিশেষ অনুষ্ঠান গঢ়াৰ কথাই বিশেষ আমনি দি আছিল।

অসমত সাধাৰণতে অন্য ৰাজ্যৰ তুলনাত কৰ্কট ৰোগীৰ সংখ্যা অধিক, অথচ ইয়াত এনেবোৰ ৰোগীৰ চিকিৎসা কৰিবলৈ কোনো বিশেষ হাস্পাতাল নাছিল। ইয়াৰ দুখীয়া মানুহবোৰে অন্য ঠাইত গৈ চিকিৎসা কৰাটো সকলোৰে কাৰণে সম্ভৱ নাছিল। গতিকে অসমত এটা কৰ্কট ৰোগীৰ বাবে গৱেষণা আৰু চিকিৎসা কেন্দ্ৰ স্থাপন কৰিবলৈ আগবাঢ়ি আহিল আৰু ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ নামত এই অনুষ্ঠানটো স্থাপন কৰিবলৈ সিদ্ধান্ত লোৱা হৈছিল।

কিন্তু এনে এটা বৃহৎ প্ৰকল্প কাৰ্যকৰী কৰিবলৈ, তাকো প্ৰায় অকলশৰে, কিমান কষ্ট আৰু ধৈৰ্যৰ আৱশ্যক তাক মাত্ৰ ভুক্তভোগীজনেহে উপলব্ধি কৰিব পাৰিব। অৰ্থৰ যোগান ধৰা, মাটি ঠিক কৰা, ঘৰ নিৰ্মাণ কৰা, যন্ত্ৰপাতি, বিশেষজ্ঞ, ডাক্তৰ আদি যোগাৰ কৰা প্ৰায় দুঃসাধ্য আছিল।

চৰকাৰৰ ঘৰতো এনে এটা অনুষ্ঠান স্থাপন কৰিবৰ বাবে কোনো আঁচনি নাছিল। গতিকে আদিতে কোনো চৰকাৰী সাহায্যও পোৱা হোৱা নাছিল। এনে অৱস্থাতো ডাঃ কনক বৰুৱাই এই গধুৰ আৰু মহৎ কামটো কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হৈ পৰিছিল আৰু নিজেই প্ৰায় সকলোবোৰ কামকে কৰিবলৈ বাধ্য হৈছিল।

কিন্তু অসমীয়া ৰাইজে এই অনুষ্ঠানটো স্থাপন কৰাত যথেষ্ট সঁহাৰি দিছিল আৰু সহযোগ কৰিছিল, গতিকেই তেওঁৰ সপোন দিঠকত পৰিণত হ'বলৈ আৰম্ভ হ'ল।

এই কেন্দ্ৰটোত ৰোগীৰ সংখ্যাও লাহে লাহে বৃদ্ধি হ'বলৈ ধৰিলে কিন্তু বিত্তীয় সমস্যাৰ কাৰণে এই ৰোগীসকলক যাৱতীয় সা-সুবিধাখিনি আগবঢ়াব নোৱাৰি এটা সময়ত তেওঁ প্ৰায় হতাশগ্ৰস্ত হৈ পৰিছিল। কিন্তু ৰাইজৰ হেঁচাত অৱশেষত ১৯৮৬ চনত এই কেন্দ্ৰটো অসম চৰকাৰে হাতলৈ আনে আৰু কেন্দ্ৰীয় চৰকাৰৰ লগত ত্ৰিপাক্ষিক চুক্তি সম্পাদন কৰি উত্তৰ-পূৰ্বাঞ্চলৰ বাবে এই কেন্দ্ৰটোক স্বীকৃতি দিলে। বৰ্তমান ২৫০ খন বিছনাসহ Dr. B. Borooah Cancer Institute খনেই উত্তৰ-পূৰ্বাঞ্চলত একমাত্ৰ উল্লেখযোগ্য অনুষ্ঠান হিচাপেই ৰাইজৰ লগত জড়িত হৈ আছিল।

১৯৯২ চনৰ ১৬ ছেপ্টেম্বৰত ডাঃ বৰুৱাই পত্নী শ্ৰীমায়া বৰুৱা আৰু চাৰিজন উপযুক্ত পুত্ৰ এৰি থৈ ইহ সংসাৰ ত্যাগ কৰে। তেওঁৰ মৃত্যুত অসমে এজন নিঃস্বাৰ্থ দেশপ্ৰেমিকক হেৰুৱালে। তেওঁৰ মহান আত্মাই চিৰশান্তি লাভ কৰক।

# ডাঃ কনকচন্দ্ৰ বৰুৱা ঃ কৰ্মই যাৰ ধৰ্ম

ডঃ শৈলজানন্দ ভৰালী

ধৰ্ম শাস্ত্ৰত কয়, "যিজন ব্যক্তিৰ অন্তৰ কৰুণাৰে ভৰপূৰ, যাৰ কথা-বতৰাত সদায় সত্যহে প্ৰকাশ হয়, যি লোকৰ কল্যাণৰ বাবে কাম কৰে, তেনে ব্যক্তি কেতিয়াও কোনো অসুবিধা অথবা কোনো ৰোগত ভুগিব লগা নহয়।"

ডাক্তৰ কনক বৰুৱা এনে এজন ব্যক্তি আছিল বুলি মোৰ বিশ্বাস। সেয়েহে জীৱন্ত কালছোৱাত তেখেতৰ কোনো বেমাৰ-আজাৰ হোৱা নাছিল অথবা কোনো মানসিক সংঘাতত নপৰাকৈ তেখেতৰ ৯০ বছৰ বয়সত মৃত্যু হৈছিল।

ডাক্তৰে ৰোগীক পৰীক্ষা কৰোতে সদায় হাঁহি মুখে আৰু মিঠামুখে কথা ক'ব লাগে বুলি ডাক্তৰী বিজ্ঞানে পৰামৰ্শ দিলেও বহুত ডাক্তৰে গোমোঠা মুখেৰে ডবিয়াই ৰোগীক পৰীক্ষা কৰিবলৈ লৈ ৰোগীৰ মনত বেমাৰৰ প্ৰতি সাংঘাতিক এটা ভয় সুমুৱাই দিয়াৰ কথা বহুতে জানে। ডাক্তৰ কনক বৰুৱাই ডাঙৰ-সৰু সকলোকে হাঁহি হাঁহি পৰীক্ষা কৰি গ'ল। মোৰ সৰু কালৰ মনত পৰা দিন এটাৰ কথা। ১৯৩৬-৩৭ চন, মই শিৱসাগৰৰ প্ৰথম শ্ৰেণীৰ ছাত্ৰ। মোৰ এবাৰ জ্বৰ হৈ কেবাদিনলৈ জ্বৰ নেৰা হ'ল। ডাক্তৰ কনক বৰুৱা আমাৰ পৰিয়ালৰ ডাক্তৰৰ নিচিনা। মোৰ মাৰ ভিনদেউৰেক লক্ষেশ্বৰ বৰুৱাৰ ভায়েক বাবে আৰু বেছি ঘৰুৱা। তেখেতে বগা হাফ চাৰ্ট আৰু বগা হাফপেণ্ট পৰিধান কৰিছিল। মোৰ জ্বৰ নেৰাত তেখেত এদিন আহিল। হাঁহি হাঁহি মোৰ হাত এখন ধৰি নাড়ীৰ স্পন্দন আৰু বুকু পৰীক্ষা কৰি ক'লে, "একো নাই, তোৰ ভাল হৈ যাব।" সঁচাকৈয়ে ময়ো যেন তেখেতৰ সেই স্পৰ্শৰ পৰাই গাটো ভাল পালোঁ। তেখেতে দিয়া দৰৱ খাই দুদিনৰ মূৰত আকৌ স্কুললৈ যাব পৰা হ'লো। মোৰ মনত সেই দৃশ্যটোৰ ছবিখন এতিয়াও স্পষ্ট : দিখৌ নৈৰ পাৰৰ আমাৰ সেই দুমহলীয়া কাঠৰ ঘৰ, সেই কোঠালি আৰু তেখেতে উঠি অহা চাইকেলখন!

পিছত জানিব পাৰিছিলোঁ যে ১৯৩০ চনত ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলৰ পৰা শিক্ষা শেষ কৰি শিৱসাগৰলৈ আহি বৰুৱা মেডিকেল হল

নামেৰে এখন ফাৰ্মাচী খুলি তেখেতে ডাক্তৰী জীৱন আৰম্ভ কৰিছিল। সেই ফাৰ্মাচীখন এতিয়াও আছে, নাম আৰু মালিক অৱশ্যে বেলেগ হ'ল। এনে এজন মৰমিয়াল আৰু নমস্য ডাক্তৰে ১৯৪৪ চনত মোৰ এগৰাকী মাহীক (মাত্ৰাতৰা ৰাজখোৱা) বিয়া কৰি মহাদেউ হোৱাত বৰ আনন্দ পাইছিলো। দ্বিতীয় মহাসমৰৰ বিভীষিকাৰ মাজত, ডিব্ৰুগড় চহৰৰ সম্পূৰ্ণ ব্লেক আউটৰ মাজত তেখেতৰ বিবাহৰ দিনটোৰ কথা মনত পৰে। বিবাহিত জীৱনত মাহীয়ে কোনো দিনেই কষ্ট পোৱা মনত নপৰে।

১৯৪৬ চনত মেট্ৰিকুলেচন পৰীক্ষা পাছ কৰি গুৱাহাটীৰ কটন কলেজত পঢ়া দিনৰে পৰা আজি পৰ্যন্ত মই মহা-মাহীৰ ঘৰলৈ নিয়মিতভাৱে অহা-যোৱা কৰিছো। পঢ়াৰ দিশত মহাই আমাক প্ৰায়েই উপদেশ দিছিল : সু-স্বাস্থ্যৰ বাবে অতি উত্তম উপায় হ'ল পৰিমিতাচাৰ আৰু খেলাধূলা। তেখেতৰ নিজৰ খোৱা-বোৱা সদায় সীমিত আৰু নিয়মীয়া। নিজে যেনেকৈ খেলুৱৈ, আনকো খেলা-ধূলা কৰাত উদগণি দিছিল। তেখেতৰ বৰপুত্ৰ সুৰজিৎ (বৰ্ত্তমান আৰ্য বিদ্যাপীঠ মহাবিদ্যালয়ৰ ইংৰাজীৰ অধ্যাপক) টেবুল টেনিছ আৰু টেনিছৰ নিপুণ খেলুৱৈ। তেখেতে ফুটবল, ভলীবল, টেনিছ, ক্ৰিকেট আদি খেলাবোৰত নাম কৰিছিল। কলিকতাত পঢ়ি থাকোতে এবাৰ তেখেতৰ ফুটবল খেলাৰ পাৰদৰ্শিতা দেখি মোহনবাগান ক্লাবৰ কৰ্মকৰ্তাসকলে তেখেতক সেই ক্লাবত যোগদান কৰিবলৈ অনুৰোধ কৰে। পঢ়া-শুনাত ব্যাঘাত হয় বুলি তেখেতে সেই অনুৰোধ ৰক্ষা নকৰিলে। অসম টেবুল টেনিছ এচ'ছিয়েচনৰ প্ৰথম সভাপতি হৈ থকাৰ সময়ত তেখেতে অসমত টেবুল টেনিছ খেলাৰ মান উন্নত কৰিবলৈ বহুত চেষ্টা কৰিছিল। তেখেতৰ আশাশুধীয়া প্ৰচেষ্টাৰ বাবেই ১৯৫২ চনত অসমলৈ প্ৰথমবাৰৰ বাবে বিশ্বকাপ বিজয়ী ইংলণ্ডৰ ৰিচাৰ্ড বাৰ্গমেন আৰু জন লীচ আহি প্ৰদৰ্শনী খেলা দেখুৱাই গৈছিল। উজান বজাৰৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত হোৱা সেই খেলাৰ পৰা অসমৰ সেই সময়ৰ খেলুৱৈসকলে বহুত শিক্ষা লাভ কৰিলে আৰু টেবুল টেনিছ খেলাৰ প্ৰণালী আৰু বৈজ্ঞানিক দিশবোৰ বুজি ল'ব পাৰিছিল। আমাৰ উদীয়মান টেবুল টেনিছ খেলুৱৈসকলে তেতিয়াৰ পৰাই অসমৰ নাম উজ্জ্বল কৰিবলৈ সক্ষম হৈছে বুলি সকলোৰে বিশ্বাস।

অসমত মেডিকেল কলেজ দুখন স্থাপন কৰাৰ আগলৈকে তেখেতৰ ওচৰলৈ অসমৰ বিভিন্ন ঠাইৰ পৰা অনেক ৰোগী চিকিৎসা আৰু পৰামৰ্শৰ বাবে আহিছিল। ডাঃ ভুৱনেশ্বৰ বৰুৱাইও বহুত সময়ত ৰোগীৰ সঠিক ব্যাধিৰ চিনাক্তকৰণৰ বাবে ভায়েক ডাক্তৰ কনক বৰুৱাৰ লগত বহুতীয়া আলোচনা কৰিছে দৰৰ দিছিল বুলি মহাদেউৰ মুখত শুনিছিলো। তেখেতৰ পোট পোট আখৰেৰে লিখা প্ৰেচক্ৰিপচনবোৰ সৰ্বসাধাৰণ ডাক্তৰৰ পৰা কিমান বেলেগ সেই কথা বহুতেই

জানে। অনেক ক্ষেত্ৰত ডাক্তৰৰ প্ৰেচক্ৰিপচনবোৰ ৰোগী অথবা ৰোগীৰ আত্মীয়সকলে পঢ়িবতো নোৱাৰেই, আনকি ফাৰ্মাচীৰ কৰ্মকৰ্তাসকলেও পঢ়িব নোৱাৰি সহকৰ্মীৰ লগত কিনো লিখিলে আলোচনা কৰিহে দৰব বিচাৰিবলৈ ধৰে। ইয়াৰ বিভ্ৰান্তিত ফাৰ্মাচীৰ পৰা বেলেগ দৰবো বেমাৰীলৈ অনাৰ দৃষ্টান্ত নথকা নহয়।

ব্যক্তিগত জীৱনত, সামাজিক জীৱনত আৰু কৰ্মক্ষেত্ৰত তেখেতে দেখুৱা আদৰ্শ সকলোৰে বাবে অনুপ্ৰেৰণাৰ উৎস। এই আদৰ্শও ডাক্তৰসকলৰ বাবেই অনুকৰণীয় নহয়, আনৰ বাবেও সেই আদৰ্শৰ পৰা ল'বলগীয়া বহুতখিনি থাকি গ'ল।

# ডাঃ কনকচন্দ্ৰ বৰুৱাৰ সোঁৱৰণত

অজিতকুমাৰ শৰ্মা

১৯৪৭ চনত আহি যেতিয়া গুৱাহাটীত থিতাপি লওঁহি তেতিয়া দেশ স্বাধীন হৈছে। তেতিয়াই কেবাজনো বিশিষ্ট নাগৰিকৰ সৈতে চিনা-পৰিচয় হয়, যিসকলে স্বাধীনতা আন্দোলনত ত্যাগ স্বীকাৰ কৰিছিল। এই সকলৰ ভিতৰতে এজন আছিল কনকচন্দ্ৰ বৰুৱা ডাক্তৰ। থাউকাল‌কৈ, পৰিপাটিকৈ সাজপাৰ পিন্ধা, দেখাত গহীন যদিও ভিতৰি ৰসাল মানুহজনৰ ব্যক্তিত্বৰ এটা বিশেষ আকৰ্ষণ আছিল। বাহ্যিক দৰ্শনত তেওঁক অভিজাত শ্ৰেণীৰ এজন প্ৰতিনিধি বুলিয়েই ধাৰণা হয়। কিন্তু তেওঁৰ সৈতে ঘনিষ্ঠতাৰ সম্পৰ্ক থকা জনৰ চকুত তেওঁৰ ভিতৰত থকা গান্ধীবাদী সত্যাগ্ৰহীজন ধৰা নপৰাকৈ নেথাকে।

কনক বৰুৱাক প্ৰথম লগ পাইছিলো চিকিৎসক হিচাপে। মই তেতিয়া আসাম ট্ৰিবিউনত চাব-এডিটৰ কাম কৰো। দুদিনমান জ্বৰত ভুগি ডাক্তৰ বৰুৱাক দেখুৱাবলৈ যাবলগীয়া হৈছিল। সেইদিনাই তেওঁৰ সৈতে প্ৰথম সাক্ষাৎ। মোৰ বেমাৰ পৰীক্ষা কৰিলে আৰু কেইটামান আৱশ্যকীয় প্ৰশ্ন সুধি ঔষধ লিখি দিলে। তাৰ লগতে ঔষধটোৰো কুৰি পালিমান দি ক'লে, সেই ঔষধটো একেবাৰে নতুনকৈ আহিছে। গুৱাহাটীৰ বজাৰত তেতিয়ালৈকে সেই ঔষধ ওলোৱাই নাই। ঔষধ আৰু ঔষধৰ কাগজ লৈ যেতিয়া তেখেতৰ ফীজটো আগবঢ়াই দিলোঁ তেতিয়া তেখেতে হাঁহি এটা মাৰি ফীজ দিব নেলাগে বুলি ক'লে। মতি মোক ক'লে ঔষধকেইপালি খাই আকৌ এবাৰ তেখেতৰ ওচৰলৈ আহিবলৈ। সেইদিনা মই একো প্ৰত্যুত্তৰ দিব নোৱাৰিলোঁ। মোৰ বাসস্থানলৈ ঘূৰি গ'লোঁ। কিন্তু এই সাক্ষাতৰ কথা মোৰ মনত বৈ গ'ল। লাহে লাহে সেইদিনাৰ প্ৰথম চিনাকিয়েই দুকুৰি বছৰীয়া ঘনিষ্ঠতাত পৰিণত হ'ল। তাৰ পিছৰ পৰা তেখেতৰ ওচৰলৈ প্ৰায়েই যাওঁ। এঘণ্টা-ডেৰঘণ্টা বহো আৰু বিভিন্ন সমস্যাৰ আলোচনা কৰো। ৰাজহুৱা জীৱনৰ গতি-গোত্ৰৰ কথাত তেখেতৰ স্পষ্ট মতামত শুনো। সেই

সময়ত তেখেত কংগ্ৰেছৰ সদস্য আৰু মই ছচিয়েলিষ্ট পাৰ্টিৰ কৰ্মী। পিছে কংগ্ৰেছী সদস্য হ'লেও তেখেতৰ দৃষ্টিভঙ্গীত দলীয় ৰাজনীতিৰ সংকীৰ্ণতা কোনো দিনে দেখা নাছিলো। বৰঞ্চ ক্ৰমাৎ কংগ্ৰেছ চৰকাৰৰ গতিগোত্ৰ দেখি কংগ্ৰেছৰ প্ৰতিহে বিতুষ্ট হৈ পৰিছিল। শেহান্তত ১৯৫২ চনত তেখেতে কংগ্ৰেছ ত্যাগ কৰি ছচিয়েলিষ্ট পাৰ্টিত যোগ দিয়ে। এইখিনিতে উল্লেখ কৰিব পাৰি যে ডাক্তৰ কনক বৰুৱাই কংগ্ৰেছ এৰি ছচিয়েলিষ্ট পাৰ্টিত যোগ দিয়াটো অসমৰ ৰাজনীতিত এক গুৰুত্বপূৰ্ণ ঘটনা আছিল; কিয়নো তেখেতৰ এই সিদ্ধান্তই সহোদৰ ককায়েক কংগ্ৰেছৰ প্ৰভাৱশালী নেতা ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ সৈতে ভয়ানক মনোমালিন্য সৃষ্টি কৰিছিল। ককায়েক ডাঃ ভুৱনেশ্বৰ বৰুৱাই ভায়েকে কংগ্ৰেছ ত্যাগ কৰাটো স্বভাৱতঃ সহ্য কৰিব নোৱাৰিছিল। ফলত এই ৰাজনৈতিক ঘটনাই ককায়েক-ভায়েকৰ অন্তৰঙ্গ ঘৰুৱা সম্বন্ধতো আঘাত কৰিছিল। দুয়োৰে মাজত কিছুদিনলৈ আনকি কথা-বতৰাও বন্ধ হৈ গৈছিল। এই বিষয়ে কনক বৰুৱাৰ মুখে শুনিবলৈ পাইছিলোঁ। তেখেতৰ স্পষ্ট মত আছিল যে, ৰাজনৈতিক মতামতে ঘৰুৱা সম্বন্ধ বিচ্ছিন্ন কৰিব নেলাগে। তেওঁ এই বিষয়টো গণতান্ত্ৰিক দৃষ্টিভঙ্গীৰে চাইছিল। অৱশ্যে ককায়েকৰ ক্ষেত্ৰত কথাটো আবেগিক হৈ পৰিছিল। ভায়েকে কিন্তু আবেগক প্ৰশ্ৰয় নিদি সদায় যুক্তিৰে চলিছিল। তেওঁ যেতিয়াই যিটো কথা যুক্তিসঙ্গত আৰু শুদ্ধ বুলি ভাবে তাক আপোচ কৰিবলৈ সতকাই মান্তি নহৈছিল।

এনে ধৰণৰ মতভেদৰ ঘটনা কনক বৰুৱাৰ জীৱনত আৰু ঘটিছিল। গুৱাহাটীত ৰটাৰী ক্লাবৰ প্ৰতিষ্ঠাপক সদস্যৰ ভিতৰত তেওঁ এজন আছিল আৰু বহু বছৰ ধৰি সেই ক্লাবৰ নেতৃত্ব দি সেই ক্লাবৰ জৰিয়তে বহুত ৰাজহুৱা কাম কৰিছিল। তেওঁৰ যত্নতেই ৰটাৰী আন্দোলনো অসমত শক্তিশালী হৈছিল। এই ক্লাবৰ বিভিন্ন সভাত বক্তৃতা দিবলৈ মোকো নিমন্ত্ৰণ কৰিছিল। কিন্তু তেওঁ যেতিয়াই দেখিলে ক্লাবৰ সৈতে তেওঁৰ মত নিমিলে তেতিয়াই তেওঁ ক্লাবৰ সৈতে সম্পৰ্ক ছেদ কৰি পেলালে। সদস্যসকলে বহুতো চেষ্টা কৰিও তেওঁৰ মত পৰিৱৰ্তন কৰাব নোৱাৰিলে।

ডেকাকালতে কনক বৰুৱাৰ মন দেশসেৱাৰ ফালে ঢাল লয়। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দিবলৈ গান্ধীজীয়ে যেতিয়া দেশবাসীলৈ আহ্বান দিয়ে তেতিয়া স্বাধীনচিতীয়া কনক বৰুৱাই আন্দোলনত যোগ দিয়ে। তেতিয়া তেওঁ বি-এছ-ছি পঢ়ি থকা ছাত্ৰ আছিল। কলেজ এৰি তেওঁ ডিব্ৰুগড় পাৰহি আৰু গাৱেঁ গাৱেঁ গৈ স্বাধীনতাৰ বাণী প্ৰচাৰ কৰেগৈ। অসহযোগী কনক বৰুৱাক বৃটিছ চৰকাৰে গ্ৰেপ্তাৰ কৰে আৰু তিনিমাহ ফাটেক দিয়ে। এই ফাটেকে তেওঁৰ স্বাধীন মন অধিক দৃঢ় কৰি পেলায়। জেলৰ পৰা ওলাই তেওঁ গান্ধীজীৰ সৱৰমতী আশ্ৰমলৈ গৈ গান্ধী দৰ্শন আৰু গান্ধীৰ অসহযোগী পন্থাৰ ছমহীয়া প্ৰশিক্ষণ লৈ

ঘূৰি আহি ডিব্ৰুগড় মহকুমাত কংগ্ৰেছৰ গঠনমূলক কাৰ্যত দেহে-কেহে লাগেহি। ইতিমধ্যে যেতিয়া অসহযোগ আন্দোলন শাম কাটিলে তেতিয়া দেশপ্ৰেমিক বৰুৱাই স্বাধীনভাৱে ডাক্তৰী চিকিৎসাৰ জৰিয়তে দেশৰ সেৱা কৰিবলৈ স্থিৰ কৰে। সেই উদ্দেশ্যে ডিব্ৰুগড় মেডিকেল স্কুলত চাৰি বছৰ পঢ়ি ডিগ্ৰী লাভ কৰে আৰু কলিকতাৰ ট্ৰপিকেল মেডিকেল স্কুলত শিক্ষা লাভ কৰি আহি শিৱসাগৰত স্বাধীনভাৱে চিকিৎসক হৈ ৰাইজৰ সেৱা কৰে। কেইবছৰমান পাছত ভিয়েনালৈ যায় আৰু তাৰ পৰা মেডিকেল উচ্চ শিক্ষাৰ ডিপ্লোমা লৈ দেশলৈ উভতি আহে আৰু গুৱাহাটীত স্থায়ীভাৱে বহি স্বাধীন চিকিৎসা বৃত্তি অৱলম্বন কৰে। তেতিয়াৰ পৰা এহাতে ডাক্তৰী চিকিৎসা আৰু আনহাতে টেবুল টেনিছ, বেডমিণ্টন, ফুটবল, টেনিছ, আদি বিভিন্ন খেলৰ উৎকৰ্ষ সাধনৰ বাবে চেষ্টা কৰে। তেওঁ স্বয়ং এজন ভাল খেলুৱৈ হোৱাৰ ক্ষেত্ৰত সফলতা অৰ্জন কৰিছিল। তদুপৰি সমাজসেৱাৰ বিভিন্ন ক্ষেত্ৰত তেওঁ ওতপ্ৰোতভাৱে জীৱনৰ শেষলৈকে জড়িত হৈ আছিল।

অসহযোগ আন্দোলনৰ সত্যাগ্ৰহী ডেকা কনকচন্দ্ৰ বৰুৱাই গান্ধীজীৰ নীতি আৰু কাৰ্যপন্থাত সম্পূৰ্ণ বিশ্বাসেৰে আগবাঢ়িছিল। সবৰমতী আশ্ৰমৰ প্ৰশিক্ষণেও তেওঁৰ ওপৰত প্ৰভাৱ পেলাইছিল। কিন্তু সেইবুলি তেওঁ গান্ধীজীক চকু মুদি অনুসৰণ নকৰিছিল। গান্ধীজীক মানি চলিও তেওঁ কেবাটাও ক্ষেত্ৰত মুক্তকণ্ঠে সমালোচনাও কৰিছিল। উল্লেখযোগ্য যে গান্ধীজীয়ে জৱাহৰলাল নেহৰুক উত্তৰাধিকাৰী ঘোষণা কৰাটোত তেওঁৰ দূৰ্ঘোৰ আপত্তি আছিল। কনক বৰুৱাৰ মতে ভাৰতৰ স্বাৰ্থত চৰ্দাৰ পেটেলকহে গান্ধীজীয়ে উত্তৰাধিকাৰী ঘোষণা কৰিব লাগিছিল। মন কৰিবলগীয়া যে ভাৰতৰ পৰৱৰ্তী অৱস্থাত কনক বৰুৱাৰ এই মতৰ সমৰ্থক বহুত হৈছিলগৈ। কংগ্ৰেছত থাকিও তেওঁ কংগ্ৰেছ দল আৰু কংগ্ৰেছ চৰকাৰৰ ভালেমান কথাত বিৰোধিতা কৰিছিল। কংগ্ৰেছৰ গতিগোত্ৰ চাই শেষত তেওঁ কংগ্ৰেছ এৰি চছিয়েলিষ্ট পাৰ্টিত যোগ দিছিল। জয়প্ৰকাশ নাৰায়ণ, ৰামমনোহৰ লোহিয়া, আচাৰ্য নৰেন্দ্ৰদেৱৰ দৰে চছিয়েলিষ্ট নেতাসকলৰ চিন্তাধাৰা আৰু কাৰ্যকলাপৰ তেওঁ সমৰ্থন কৰিছিল। ১৯৬২ চনত আমি আটায়ে টানি ধৰাত তেওঁ গুৱাহাটী বিধানসভা সমষ্টিৰ নিৰ্বাচনত প্ৰজা চছিয়েলিষ্ট প্ৰাৰ্থীৰূপে থিয় দিয়ে। এই নিৰ্বাচনত তেওঁ সফল হ'ব নোৱাৰিলে যদিও তেওঁৰ কংগ্ৰেছবিৰোধী মতৰ অকণো হেৰফেৰ নহ'ল। বৰঞ্চ অধিক উৎসাহেৰে বিভিন্ন গঠনমূলক কামত আত্মনিয়োগ কৰিলে। তেওঁ আছিল এজন খেলুৱৈ আৰু তেওঁৰ আছিল এক খেলুৱৈসুলভ মন। গতিকে তেওঁৰ বাবে নিৰ্বাচনত হৰা-জিকাৰ একো পাৰ্থক্য নাছিল। হাৰিলেও বেজাৰ নাই, জিকিলেও উল্লাস নাই। এনে এটা মনৰ অধিকাৰী হৈয়েই ডাক্তৰ কনকচন্দ্ৰ বৰুৱাই এজন আদৰ্শ নাগৰিকৰ আৰ্হি আমাৰ বাবে ৰাখি গ'ল। জয়তু কনকচন্দ্ৰ বৰুৱা।

# ডাঃ কনকচন্দ্ৰ বৰুৱা ঃ এটি অশ্ৰুসিক্ত সোঁৱৰণি

চেনেহী দাস

"স্মৃতিৰ গহ্বৰৰ দুৱাৰ খুন্দিয়াই
শব্দৰ ভঁৰালত খলকনি লগাই
চেষ্টা কৰিছো মই লিপিবদ্ধ কৰিবলৈ
সহস্ৰ গুণৰ সেই গুণমুগ্ধ মুখ
শব্দেৰে কলমেৰে"।

'সোণদদাইদেউ' শব্দটিয়ে আমাক মনত পেলাই দিয়ে যেন এজন কিম্বদন্তীৰ নায়কৰ কথা। সঁচাকৈয়ে তেখেত আছিল আমাৰ পৰিয়ালৰ বহু গুণসম্পন্ন এজন কিম্বদন্তীৰ নায়ক। মনৰ চকুৰ আগত ভাহি উঠে গুৰুগাম্ভীৰ অথচ মিচিকিয়া হাঁহিৰে এটি মোহনীয় ব্যক্তিত্ব।

শৈশৱৰ পৰাই মোৰ তেখেতৰ সান্নিধ্য পোৱাৰ সৌভাগ্য হৈছিল। আঠ বছৰ বয়সতেই মই মাতৃহাৰা হওঁ। মোৰ সৰু ভাইজন তেতিয়া দুবছৰীয়া শিশু। তেখেতে আমাৰ শিশু অন্তৰৰ মৰ্মবেদনাখিনি অন্তৰেৰে উপলব্ধি কৰিছিল। সেয়েহে তেখেতে আমাক দুয়োকো ডিব্ৰুগড়ৰ পৰা লৈ আহি নিজৰ ঘৰত এটি মৰম আৰু সহৃদয়তাৰ পৰিবেশত বুকুৰ মৰম যাচি আশ্ৰয় দিছিল। তেখেতৰ আন্তৰিক মৰমৰ ছত্ৰছায়াত যেন আমি পৃথিৱীৰ সকলোতকৈ ডাঙৰ বস্তু, মাতৃৰ মৰমৰ পৰা বঞ্চিত হোৱাৰ বেদনাখিনি বেছিকৈ অনুভৱ কৰা নাছিলো।

সোণ দদাইদেউৰ মনটিও আছিল সোণৰ নিচিনা নিভাঁজ আৰু বহল আকাশখনিৰ দৰেই এখনি উদাৰ আৰু বহল হৃদয়। মনত পৰাৰে পৰা দেখিছিলো পৰিয়ালৰ সকলোলৈকে সহায়-সহানুভূতিৰ হাতখনি আগবঢ়াই দিয়া। কাৰোবাৰ পৰিয়ালত ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষা দিয়াৰ বিষয়ত যেতিয়া কোনো সমস্যাৰ উদ্ভৱ হৈছিল, তেতিয়াই তেখেতে সেই সন্তানক নিজৰ লগত আশ্ৰয় দি

শিক্ষা-দীক্ষাৰ সকলো দায়িত্ব বহন কৰিবলৈ আগবাঢ়ি আহিছিল। এনেকৈ এটি নহয়, দুটি নহয় চৈধ্য-পোন্ধৰজন ভাই ভতিজাৰ জীৱনলৈ আশাৰ সূৰুয নমাই আনিছিল।

তেখেতে ধূপদীপ নৈবেদ্য আদি পঞ্চ উপচাৰেৰে সাড়ম্বৰে ঈশ্বৰক পূজা কৰা কথাটো সমূলি সমৰ্থন নকৰিছিল। মানৱ ধৰ্মকে সকলো ধৰ্মৰে সাৰ বুলি বিশ্বাস কৰিছিল। তেখেতে দয়া, দান, দক্ষিণা, কৰুণা আদি আন্তৰিক মূল্যবোধৰ মাজতে ঈশ্বৰৰ দৰ্শন পাইছিল। সেয়েহে তেখেতে আৰ্তজনক সেৱা কৰিয়েই বিমল আনন্দ লাভ কৰিছিল। শত সহস্ৰ দৰিদ্ৰ ৰোগীক বিনামূলীয়াকৈ স্বাস্থ্য পৰীক্ষা কৰি আৰু যিমান পাৰে দৰৱ-পাতিও লগতে দি সেই সকলক সেৱা কৰিছিল।

ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ তেখেত প্ৰিয় ভাতৃ আছিল। দিনে এবাৰকৈ তেওঁলোক দুয়োৰে দেখা হৈছিল। কিন্তু দেখা হ'লে তেওঁলোকে সাধাৰণ ঘৰুৱা কথা পাতি সময় নষ্ট নকৰিছিল। কোনজন ৰোগীক কেনে ধৰণৰ চিকিৎসা দিলে ৰোগ উপশম হ'ব তাৰেই তেওঁলোকে আলোচনা কৰিছিল। যেতিয়া লগ পায় তেতিয়া ভাত খোৱা টেবুলতে হওঁক বা বিছনাৰ ওচৰতেই হওক, সকলো সময়তে ৰোগী বা ৰোগীৰ কথাই আলোচনা কৰে।

সামাজিক বা ৰাজহুৱা জীৱনতো তেখেতৰ ৰৰঙণি কম নাছিল। কৰ্কট ৰোগ এটি ভয়ঙ্কৰ ব্যাধি। এই ৰোগ সমগ্ৰ দেশৰ লগতে আমাৰ উত্তৰ-পূৰ্বাঞ্চলত বেছি ধৰণে বিয়পি পৰিছে। কিন্তু এই অঞ্চলত চিকিৎসাৰ কোনো উন্নত পদ্ধতি নাই। তাৰ ফলত এই অঞ্চলৰ মানুহখিনিয়ে নিজৰ মাটি-ভেটি বন্ধকত থৈ হ'লেও মাদ্ৰাজ বা ভেলোৰলৈ চিকিৎসাৰ বাবে ৰোগীক নিবলগীয়া হৈছিল। ডাঃ বৰুৱা দেৱে এই আহুকাল বা অভাৱৰ কথা মৰ্মে মৰ্মে উপলব্ধি কৰিছিল। সেয়েহে ৰাজ্য চৰকাৰৰ লগত এটি কৰ্কট প্ৰতিষ্ঠান খোলাৰ বিষয়ে যোগাযোগ কৰে। অৱশেত ১৯৭৩ চনত ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট ৰোগ প্ৰতিষ্ঠানটি তেখেতে অক্লান্ত পৰিশ্ৰম কৰি স্থাপন কৰে। তেখেতে শয়নে-সপোনে এই অনুষ্ঠানটিৰ উন্নতি আৰু বিকাশৰ কথাকে চিন্তা কৰি আছিল। ডাঃ বৰুৱাদেৱ এই অনুষ্ঠানৰ প্ৰতিষ্ঠাপক চিকিৎসক আছিল।

মুখত এমোকোৰা মিঠা হাঁহি লৈ বন্ধু-বান্ধৱ বা পৰিয়ালৰ মানুহৰ লগত আমোদজনকভাৱে কথা কৈ সকলোৰে মন মুহিছিল। ১৯৯২ চনৰ মাৰ্চত ফাকুৱাৰ দিনা তেখেতৰ ৯০ বছৰীয়া জন্মজয়ন্তী পৰিয়ালৰ মানুহ, মিটিৰ-কুটুম আৰু ওচৰ-চুবুৰীয়াৰ মাজত এটি আনন্দমুখৰ পৰিৱেশত উদযাপন কৰা হ'ল। সেইদিনা বসন্ত কালৰ মিঠা মিঠা লগা বাতিপুৱা আমি সকলোৱে ফুলৰ মালা, ফুলাম গামোচা আৰু উপহাৰ আদি দি তেখেতক আন্তৰিক মৰম আৰু সন্মান যাচিলোঁগে। সেই বয়োজ্যেষ্ঠ নায়ক বৰুৱাদেৱে এটি মিচিকিয়া হাঁহিৰে তেখেতৰ

প্ৰতি দেখুওৱা সম্মান আৰু সম্ভাষণৰ প্ৰত্যুত্তৰ দিছিল। কোনে জানিছিল এই জন্মজয়ন্তীয়েই যে শেষ জন্মজয়ন্তী হ'ব? বছৰৰ প্ৰত্যেকটি বিহুত আমাৰ পৰিয়ালৰ বাই-ভনী-ভাই-ককাই আটায়ে ৰাতিপুৱাই গৈ তেখেতক তামোল-পাণ, বিহুৱান দি ভৰি চুই সেৱা যাচিছিলো। তেখেতে মূৰত ধৰি আশীৰ্বাদ দি একোটি চুমা যাচি তেখেতৰ আমাৰ প্ৰতি থকা মৰম জনাইছিল। এনে উৎসৱ পাৰ্বণত এবাৰ তেখেতক দেখা নিমিলে মনত দুখ পাইছিল।

মই বিশ্ববিদ্যালয়ত পঢ়ি থকা অৱস্থাত তেখেতৰ সান্নিধ্যত দুবছৰ আছিলো। তেতিয়া মই দেখিছিলো যে তেখেতে এটি শৃঙ্খলাবদ্ধ জীৱন বৰ ভাল পাইছিল। তেখেত অতি পৰিপাটি আছিল। ৰাতি শোৱাৰ পোছাক পিন্ধি তেখেত কেতিয়াও বাহিৰলৈ ওলাই নাহিছিল। ৰাতিপুৱা উঠিয়েই গা-পা ধুই পৰিপাটিকৈ কোট-পেন্ট পিন্ধি ওলাই আহি চাহ জলপান খাই কামলৈ ওলাই গৈছিল। তাৰ পিছত একেবাৰে ৰাতি শুবৰ সময়তহে সেই পোছাক সলাইছিল। ভাত খোৱা টেবুলখনত কাটা চামুচ পৰিপাটিকৈ সজাই ভাত দিবলৈ বনকৰা ল'ৰাবোৰক শিকাইছিল। এইবোৰ কথা সচাঁকৈ আমাৰ অনুকৰণীয় বুলি মই ভাবো।

এই সুদীৰ্ঘ জীৱন কালত দদাইদেউ যেন ঘৰখনৰ জ্যোতিস্বৰূপ আছিল। মানুহ মৰণশীল, ই ধ্ৰুৱ সত্য। কিন্তু তথাপি আজি আমাৰ মনবোৰ বেজাৰত ভাৰাক্ৰান্ত হৈ উঠে এইটো কথা ভাবি যে আজিৰ পৰা দদাইদেউবিহীন আমবাৰীৰ ঘৰখনি যেন শূন্য হৈ গ'ল। কিন্তু একোবাৰ নিজৰ মনটোকেই সান্ত্বনা দিওঁ কবি গণেশ গগৈদেৱৰ ভাষাৰে—

"অহা নাই কোন যোৱা নাই কোন
সকলো আহিছো সকলো যাম।
তুমি আহিলা তুমিও গ'লাগৈ
তথাপি তোমাক ইয়াতে পাম।"

তেখেতৰ আদৰ্শ বা কৰ্মৰাজিৰ মাজতেই তেখেতক পাম। তেখেতৰ বহুমুখী গুণৰাশি যেন উত্তৰ-পুৰুষসকলৰ আদৰ্শস্বৰূপ হয় তাকেই কামনা কৰিছো। সাহিত্যৰথী বেজবৰুৱাৰ ভাষাৰে পাৰলৈ মন গৈছে :

"ভাগি গল বীণখনি
ছিগি গ'ল তাঁৰ
বৈ গ'ল অভশেষ অমিয় জোকাৰ।"

# মোৰ দৃষ্টিত কনকচন্দ্ৰ বৰুৱা

ডঃ সৰযূ দাস

পোহৰৰ ছেপ্টেম্বৰ, ১৯৯২। কলেজলৈ গৈয়ে গম পালোঁ ডাঃ কনক বৰুৱাক ডাউন টাউন হাস্পতালত ভৰ্তি কৰা হৈছে। অৱস্থা ভাল নহয়। গধূলি চাবলৈ গ'লোঁ। গৈ দেখো যিজন ডাক্তৰৰ ওচৰলৈ অলপ বেমাৰ-আজাৰ হ'লেই মোৰা তিনিদশক ধৰি দৌৰি গৈছিলো বেমাৰৰ পৰা, মৃত্যুৰ পৰা ৰক্ষা পোৱাৰ পৰামৰ্শ বিচাৰি সেইজন ডাক্তৰেই আজি মৃত্যুৰ লগত পাঞ্জা খেলি আছে। বৰ বেয়া লাগিল। মনত পৰি গ'ল শ্ৰীৰামকৃষ্ণদেৱৰ সেই উক্তিটি— 'ঘৰ বান্ধিলে টেক্সতো দিবই লাগিব— জন্মিলে মৰিবই লাগিব। ইয়াৰ পৰা কাৰো পৰিত্ৰাণ নাই। আমীৰ-গৰীব, সবল-দুৰ্বল, ডাক্তৰ-ৰোগী— সকলোৱে এই যন্ত্ৰণা ভুগিবই লাগিব; সকলোৱে এই টেক্স দিবই লাগিব। কাৰণ আমি সকলোৱে যে স্বেচ্ছাই পঞ্চভূতৰ একো একোটা ঘৰ বান্ধিছো; সকলোৰে মনত যে লুকাই আছে একেটাই বাসনা—

'মৰিতে চাহিনা আমি সুন্দৰ ভুবনে

মানবেৰ মাঝে আমি বাঁচিবাৰে চাই।'

পিছদিনা পুৱাতেই খবৰ পালোঁ ডাঃ বৰুৱা ইহ সংসাৰত নাই। মোক মৰম কৰা, স্নেহ কৰা ব্যক্তি আৰু এজন কমিল। 'স্নেহ অতি বিষম বস্তু'। ই দূৰবিৰ শিপাৰ দৰে ভিতৰি ভিতৰি নীৰৱে নিভৃতে বহু দূৰলৈকে বিয়পি পৰে আৰু যেতিয়া ইয়াৰ বন্ধন বিচ্ছিন্ন হয় তেতিয়াহে গম পোৱা যায় ই কিমান দূৰলৈকে শিপা মেলিছিল। সেয়ে তেখেতৰ বিচ্ছেদত কিছুমান ঘটনাই মনটোক জুমুৰি দি ধৰিলে। ঘটনাবোৰ সৰু সৰু সঁচা। কিন্তু সেইবোৰ ঘটনাই মোৰ জীৱনৰ বাটত পোহৰ হৈ দিক নিৰ্ণয় কৰি আছে।

কলেজত নিযুক্তি পোৱাৰ কিছুদিন পিছতেই (১৯৬৩ চনৰ জুলাই-আগষ্ট মাহত) মোৰ টাইফয়েড জ্বৰ হৈছিল। মোৰ মায়ে মোক ঘৰলৈ নৈ যাব খুজিছিল। কিন্তু প্ৰিন্সিপাল বাইদেৱে (তেতিয়াৰ প্ৰতিষ্ঠাতা অধ্যক্ষ ৰাজবালা দাস) হোষ্টেলৰ অসুবিধাৰ বাবে মোক ঘৰলৈ নিনিলে আৰু ভাল ডাক্তৰক দেখুৱাব বুলি মাক আশ্বাস দিলে। পিছদিনা বাইদেৱে এজন ডাক্তৰক লগত লৈ আহি মোক

দেখুৱালে আৰু ক'লে, 'কনক' তুমি চেম্বাৰলৈ আহোতে আৰু ঘৰলৈ উভতি যাওঁতে ছোৱালীজনীক চাই যাবা।' সেইদিনাৰ পৰা কোনো ফিজ নোলোৱাকৈ সদায় দুবাৰকৈ তেখেতে আহি মোক চাইছিল আৰু দৰব-পাতিৰ ব্যৱস্থা কৰিছিল। প্ৰায় ২০-২৫ দিনৰ পিছত জ্বৰ এৰিলে কিন্তু মোক বৰ দুৰ্বল কৰি থৈ গ'ল। সোনকালে সবল হৈ উঠিবলৈ তেখেতে মোক সম্পূৰ্ণভাৱে বিশ্ৰাম ল'বলৈ আৰু টনিকাদি খাবলৈ পৰামৰ্শ দিছিল। কিন্তু ডাক্তৰজনৰ pleasing personality আৰু মৰম-চেনেহেই আছিল মোৰ বাবে 'best tonic' আৰু এই মৰমিয়াল ডাক্তৰজনেই সন্দিকৈ কলেজৰ তেতিয়াৰ গভৰ্ণিং বডিৰ প্ৰেচিডেণ্ট ডাঃ কনকচন্দ্ৰ বৰুৱা আৰু অধ্যক্ষা ৰাজবালা দাসৰ অতি মৰমৰ 'কনক'।

ক্ৰমে তেখেত আমাৰ 'পাৰিবাৰিক' ডাক্তৰ হৈ পৰিছিল। ডাঃ বৰুৱাৰ ওপৰত মোৰ মাৰ ইমান বিশ্বাস জন্মিছিল যে আন সকলো ডাক্তৰৰ প্ৰেচক্ৰিপচনকেই (বিশেষজ্ঞ ডাক্তৰৰ হ'লেও) ডাঃ বৰুৱাৰ দ্বাৰা যাচাই নকৰাকৈ আমাক দৰব কিনিবলৈ নিদিছিল। আমিও সেই কাৰণে সেই প্ৰেচক্ৰিপচনবোৰ লৈ পশ্চিম গুৱাহাটীৰ এটা চুকত থকা বিষ্ণুপুৰৰ পৰা পূব গুৱাহাটীৰ আমবাৰীলৈ দৌৰিবলগীয়া হৈছিল।

মই হোষ্টেললৈ অহাৰ আগতে হোষ্টেলৰ বাবে কোনো নিৰ্দিষ্ট ডাক্তৰ নাছিল। হোষ্টেলটোত তেতিয়া ১৩০ জনী ছোৱালী থাকে আৰু বেমাৰ-আজাৰো হয় ৩০ দিনত ১৩০ ৰকমৰ। সকলো সময়তে ডাক্তৰ পোৱাও টান। ৰাতি বেছি হ'লেতো কথাই নাই। সেয়ে মই অধ্যক্ষা ৰাজবালা বাইদেউৰ লগত পৰামৰ্শ কৰি তেখেতক আমাৰ হোষ্টেলৰ ছোৱালীবোৰক ডাক্তৰ হিচাপে চোৱাচিতা কৰিবলৈ অনুৰোধ জনালোঁ। মোৰ প্ৰতি থকা মৰমৰ বাবেই বোধহয় তেখেতো এক কথাত সম্মত হ'ল। সৰু-সুৰা বেমাৰ হ'লে ছোৱালীবোৰক মই চেম্বাৰলৈকে লৈ যাও নাইবা পঠিয়াও। বেমাৰ বেছি হ'লে হোষ্টেললৈ তেখেতক মাতি পঠিয়াও। এদিনাখনৰ ঘটনা। ৰাতিপুৱা ছোৱালী এজনী হঠাতে 'ফিট' হৈ গ'ল। মই তেখেতক মাতি পঠিয়ালো। তেখেতে আহিম বুলিও ক'লে। কিন্তু নাহিল। আমি খুব ভয় খাইছিলো আৰু সেয়ে অলপ উত্তেজিত হৈ আছিলোঁ। পিছত ছোৱালীজনীয়ে ভাল পালে। দুপৰীয়া ডাঃ বৰুৱাই ফোনত মোক মাতি ছোৱালীজনীৰ কথা সুধিলে। সেই কথাৰ কোনো উত্তৰ নিদিয়াকৈয়ে মই উলটি সুধিলো, 'আপুনি কিয় নাহিলে?' উত্তেজনা আৰু অভিমানত মোৰ মাতটো চাগৈ অলপ কৰ্কশ আছিল। তেখেতে মোৰ তেনে আৱাজ শুনি সিফালৰ পৰা হাঁহি হাঁহি ক'লে, 'স্বয়ু তোমাৰ খং উঠিছে?' ইমান মৰমসনা মিঠা মাতেৰে আৰু ধীৰ-স্থিৰভাৱে কথাখিনি তেখেতে কৈছিল যে নিজৰ অভদ্ৰ ব্যৱহাৰ আৰু কৰ্কশ মাতটোৰ বাবে মই তেতিয়া লাজতে মৰি যোৱা যেন লাগিছিল। আজিও তেখেতৰ সেই কথাষাৰ মনত পৰিলে মোৰ নতুনকৈ লাজ লাগি যায়। পিছদিনা

ঘটনাটো আমাৰ তেতিয়াৰ অধ্যক্ষ শৰৎচন্দ্ৰ গোস্বামীদেৱৰ কোৱাত মুখতে মোক কৈছিল 'কিয় তুমি তেনেকৈ কৈছিলা? তেওঁতো বয়সস্থ মানুহ। গাড়ী-ঘোঁৰাৰ কিবা অসুবিধা থাকিব পাৰে। এনেকুৱা ভদ্ৰলোক তুমি আজিকালিৰ দিনত কেইজন বিচাৰি পাবা!' সঁচাকৈয়ে এনে মিঠামাত আৰু ভদ্ৰ ব্যৱহাৰ অতি কম মানুহৰ পৰাই আমি আশা কৰিব পাৰোঁ। ডাঃ বৰুৱা আছিল 'ভদ্ৰলোক in the true sense of the term'. He was an aristocrat by birth and temperament, hostile to everything base and vulgar. তেখেতৰ কথা-বতৰা, চলন ফুৰণ আদিৰ মাজেৰে ফুটি ওলাইছিল এটা কথাই—

'Think sweet, speak sweet, act sweet.'

ডাঃ বৰুৱা আমাৰ হোষ্টেলৰ কেৱল ডাক্তৰেই নাছিল। তেখেত আছিল আমাৰ হোষ্টেলৰ friend, philosopher and guide' হোষ্টেলৰ ছোৱালীবোৰক তেতিয়া বাহিৰলৈ বেছি ওলাই ফুৰিবলৈ দিয়া নহৈছিল। সেয়ে প্ৰায়েই নানা ৰকমৰ উৎসৱ-পাৰ্বণৰ ব্যৱস্থা হোষ্টেলৰ ভিতৰতে কৰা হৈছিল তেওঁলোকক ব্যস্ত কৰি ৰখাৰ বাবে। বেমাৰ-আজাৰৰ দুৰ্দিনত যিদৰে তেখেত আহি আমাৰ কাষত থিয় দিছিল সেইদৰে উৎসৱ-পাৰ্বণৰ সুদিনতো তেখেতে সমানে আহি আমাৰ আনন্দ বৰ্দ্ধন কৰিছিল। অৰ্থাৎ উৎসৱ, ব্যসন ৰাষ্ট্ৰবিপ্লৱ আদি সকলো অৱস্থাতেই তেখেত আছিল কোনো আত্মীয় নোহোৱাকৈও আমাৰ হোষ্টেলৰ অতি নিকট আত্মীয়। চেম্বাৰলৈ অহা-যোৱা কৰোতে দিনটোৰ ভিতৰত অন্ততঃ এবাৰ কেতিয়াবা ৰাতিও ডাঃ বৰুৱা আমাৰ হোষ্টেলত সোমাবলগীয়া হৈছিল। কিন্তু তেখেতে কেতিয়াও নিজে গাড়ী চলাই অহা নাছিল। চালকৰ আসনত প্ৰায়ে দেখা গৈছিল দুজন ধুনীয়া ল'ৰাক। সুবিধা অনুসৰি ল'ৰা দুজনৰ এজনে চলাই ডাঃ বৰুৱাক সদায় অনা নিয়া কৰিছিল। বেমাৰীক চোৱা-চিতা কৰি আৰু কেতিয়াবা গল্প-গুজব কৰি উভতি যাওতে বৰুৱাৰ আধা ঘণ্টা কেতিয়াবা এক ঘণ্টাও লাগি যায়। তেতিয়া গাড়ীৰ চালক ল'ৰাজন অসীম ধৈৰ্যৰে গাড়ীত বহি থাকে নাইবা আলোচনী আদি পঢ়ি থাকে, এটা ছোৱালী হোষ্টেলৰ গেটৰ আগত বছৰৰ পিছত বছৰ এনে দীৰ্ঘ সময় ধৰি বিনা কামে গাড়ীত বহি থকাটো কিমান অস্বস্তিকৰ আৰু আমনিদায়ক সেই কথা কেৱল ভুক্তভোগীয়েহে বুজি পাব। গাড়ীৰ চালক ভদ্ৰ আৰু সুদৰ্শন এই ল'ৰা দুজন আছিল ডাঃ বৰুৱাৰ সুযোগ্য পুত্ৰ সুৰজিত বৰুৱা আৰু দেৱজিত বৰুৱা। দেৱজিততকৈ সুৰজিতকেই আমি বেছিকৈ দেখা পাইছিলো। আজি মই এই সুযোগতে সুৰজিত আৰু দেৱজিতৰ অসীম ধৈৰ্য আৰু ভদ্ৰতাৰ শলাগ লৈছো। নহ'লে তেওঁলোক দুজন 'উৰ্মিলাৰ' দৰে নাইবা অনসূয়া প্ৰিয়ম্বদাৰ দৰে 'কাব্যে উপেক্ষিত' হৈয়ে থাকিব। ভদ্ৰ ব্যৱহাৰ যেন তেওঁলোকৰ পিতৃদত্ত সম্পত্তিহে।

আমি সকলোৱে জানো nobody is indispensible in this world. এই জগত প্ৰক্ৰিয়া কাৰো বাবেই বৈ নাথাকে। ই নিজৰ নিয়মতেই চলি যায়। কিন্তু তথাপিও কোনো কোনো জনৰ অনুপস্থিতিটো বাৰুকৈয়ে অনুভৱ কৰা যায় আৰু তাৰ দ্বাৰাই নিৰূপিত হয় সেইজনৰ উপস্থিত থকা, জীয়াই থকা দিনকেইটাৰ সাৰ্থকতা। ডাঃ বৰুৱা কেন্সাৰ হাস্পতালৰ জন্মলগ্নৰ পৰা আৰম্ভ কৰি বহুদিনলৈকে সেই অনুষ্ঠানটিৰ চেক্ৰেটেৰী আছিল। তেতিয়া মই আমাৰ বিষ্ণুপুৰৰ ঘৰৰ ওচৰত বুলি নানা কাৰণত প্ৰায়েই তালৈ গৈছিলোঁ। পৰিপাটি, চাফ-চিকুণ হাস্পতালখনলৈ গৈও ভাল লাগিছিল। তেখেত নিজে যেনেকৈ প্ৰত্যেক কামতেই পৰিপাটি আৰু চাফ-চিকুণ আছিল সেইদৰেই হাস্পতালখনকো তেনেকৈ ৰাখিবলৈ চেষ্টা কৰিছিল। তেখেতে বিশ্বাস কৰিছিল cleanliness is next to Godliness. তেখেতে লিখা প্ৰেচক্ৰিপচনৰ প্ৰত্যেকটো আখৰৰ মাজেদি ফুটি ওলাইছিল তেখেতৰ পৰিমাৰ্জিত ৰুচিবোধৰ কথা, সংস্কৃতিসম্পন্ন মনৰ কথা। সেয়ে বেমাৰ ভাল হৈ যোৱাৰ পিছতো প্ৰেচক্ৰিপচনৰ কাগজ টুকুৰা পেলাই দিবলৈ মন যোৱা নাছিল। আজিও আমাৰ ঘৰত কেইখনমান প্ৰেচক্ৰিপচন সাঁচি থোৱা আছে মোৰ দেউতাই লিখা কাগজপত্ৰৰ লগতে।

ভগবানৰ কথা, পূজা-পাৰ্বণ আদিৰ কথা তেখেতৰ মনত মই কেতিয়াও শুনা নাছিলোঁ, তথাপি তেখেতৰ কাৰ্যকলাপ আৰু কথা-বতৰাৰ পৰা মোৰ বোধ হৈছিল :

'জীৱে প্ৰেম কৰে যেই জন

সেইজন সেৱিছে ঈশ্বৰ।' — এয়ে আছিল তেখেতৰ জীৱনৰ আদৰ্শ। কাৰণ তেখেতে প্ৰায়ে মোক কৈছিল, 'শুনা সৰযূ, মই নাৰ্চসকলক এটা কথা সদায় কওঁ, তোমালোকে ৰোগীক প্ৰাণদান কৰিব নোৱাৰা, চিৰদিনৰ বাবে জীৱিতও ৰাখিব নোৱাৰা। কিন্তু এষাৰ মিঠামাত আৰু মৰম-চেনেহৰে সেৱা কৰিব পাৰা, চাফ-চিকুণকৈ ৰাখিব পাৰা। ইয়াৰ বাবে কোনো পইচা খৰচ নহয়।'

ভালেমান দিনৰ পিছত আমাৰ এজন আত্মীয়ক লৈ কেন্সাৰ হাস্পতাললৈ মই গৈছিলোঁ। সোমায়ে বেয়া লাগিল। বাথৰুমৰ বেয়া গোন্ধ আহি নাকত সোমাল। গম পালোঁ পৰিৱৰ্তন হৈছে — পৰিচালকৰ আৰু পৰিচালনাৰ পৰিৱৰ্তন হৈছে। বাৰুকৈয়ে উপলব্ধি কৰিলো ডাঃ বৰুৱাৰ অনুপস্থিতিৰ কথা। মোৰ দৰে বহুতেই চাগৈ এইদৰে অনুভৱ কৰিছিল। তেখেতৰ অনুপস্থিতিৰ এনে উপলব্ধিয়ে অধিক জীৱন্ত কৰি তুলিলে, সাৰ্থক কৰি তুলিলে তেখেত উপস্থিত থকা দিনবোৰৰ কথা। 'আপনি আচৰি ধৰ্ম' তেখেতে বুজাই দি গ'ল যে সংসাৰত আমি মানুহৰ লগত এইদৰেই থকা উচিত যাতে যোৱাৰ পিছত মানুহে অন্তৰেৰে অনুভৱ কৰে 'তেওঁ গুচি গ'ল,' এয়ে জীয়াই থকাৰ সাৰ্থকতা।

ডাঃ বৰুৱা আছিল এজন প্ৰচাৰবিমুখ প্ৰকৃত দেশপ্ৰেমিক আৰু নীৰৱ সমাজকৰ্মী। এনে দেশপ্ৰেমিক আৰু সমাজকৰ্মীৰ নাম কিন্তু 'পদ্মশ্ৰী' 'পদ্মভূষণ' আদিৰ তালিকাত নোলায়।

আজি ডাঃ কনকচন্দ্ৰ বৰুৱা চিৰদিনৰ বাবেই আমাৰ মাজত অনুপস্থিত। কিন্তু তেখেতৰ এই অনুপস্থিতিয়ে মোক বাৰে বাৰে সোঁৱৰাই দিছে জীৱিত কালৰ বহুতো সৰু সৰু ঘটনাৰ কথা। সোঁৱৰাই দিছে তেখেতৰ সাৰ্থক জীৱনৰ কথা। কিন্তু মোৰ দৃষ্টি অতি সীমিত। তেখেতৰ ঘটনাবহুল জীৱনৰ প্ৰতি মোৰ দৃষ্টিও সেয়ে 'অন্ধৰ হস্তিদৰ্শন'ৰ দৰেই। তথাপি মোৰ দৃষ্টিত যিমানখিনি ধৰা পৰিছে তাৰেই অৰ্ঘ্য সজাই মই আজি তেখেতলৈ যাচিছোঁ মোৰ অন্তৰ উজাৰ কৰি শ্ৰদ্ধা-ভক্তি আৰু ভালপোৱা।

# ডাঃ কনকচন্দ্ৰ বৰুৱাৰ ব্যক্তিত্বৰ কেইটামান দিশ

**কল্পিতা দুৱৰা**

মানুহ সদায় নেথাকে জানো। মৃত্যুৱে মানুহক আঁকোৱালি ল'লে সেই মানুহজনৰ কথা বৰকৈ মনত পৰে। লিখনিত তাক ৰূপ দিবলৈ আমি চেষ্টা নকৰো। কিন্তু যদি কাৰোবাৰ পৰা অনুৰোধ পাঁও তেতিয়া ভাবো কি লিখো? সোণ দদাইদেউ ঢুকুৱা খবৰ পাই মোৰ মনত পৰিছিল আমাৰ ল'ৰালি কালৰ কথা। সোণ দদাইদেউ আহিছে বুলি ক'লেই আমাৰ মনত পৰিছিল শুভ্ৰ পৰিচ্ছদেৰে অহা এজন বয়োজ্যেষ্ঠৰ কথা। সাজ-পোছাকত অতি পৰিপাটি চিকমিকিয়া পাম্পচু পিন্ধি ধুতি পাঞ্জাবীৰে অহা সোণ দদাইদেউৰ কথা। সাজ-পোছাক আৰু হাতৰ আখৰে মানুহৰ ব্যক্তিত্বৰ পৰিচয় দিয়ে। এই কথা সোণ দদাইদেউৰ ক্ষেত্ৰত অতি প্ৰযোজ্য। তেখেতৰ আখৰ আছিল অতি সুন্দৰ। মানুহে কৈছিল এইবোৰ আখৰ নহয়, বাখৰ। আমি এই আখৰ অনুকৰণ কৰিবলৈ কিমান চেষ্টা কৰিছিলো এতিয়া ভাবিলে হাঁহি উঠে। বছৰেকীয়া পৰীক্ষাৰ শেহত নতুন শ্ৰেণীৰ কিতাপ বহীত নাম লিখি দিবলৈ তেখেতৰ কাষ চাপো।

সোণ দদাইদেৱে ঈশ্বৰৰ কথা বেছিকৈ নকৈছিল, কিন্তু তেখেতে আৰাধনা কৰিছিল সুন্দৰক। "সুন্দৰৰ আৰাধনা জীৱনৰ খেল" তেখেতৰ জীৱনত এই কথাষাৰৰ মূল্য অসীম আছিল যেন লাগে। তেখেতৰ ঘৰৰ সম্মুখত সদায় এখন ধুনীয়া ফুলনি আছিল আৰু এই ফুলনিৰ যত্ন তেখেতে নিজে লৈছিল। পৰিয়ালৰ কোনোবাই ভালকৈ গান গালে, ভালকৈ পৰীক্ষাত উত্তীৰ্ণ হ'লে, খেলা-ধূলাত ভাল নাম কৰিলে তেখেতে বৰ উদগণি দিছিল।

সোণ দদাইদেউৰ বিষয়ে কোৱা অসম্পূৰ্ণ হৈ ৰ'ব যদি তেখেতৰ সৰু ককায়েক ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ লগত তেখেতৰ ভাতৃ ভাবৰ কথা কোৱা নহয়। ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ তেখেত মৰমৰ ভাই। সদায় আবেলিৰ কাম-কাজ শেষ

হ'লে দুয়ো ভাই-ককাই একেলগ হয়, হাজাৰ বিষয়ৰ কথা পাতে, মনোমালিন্যও হয়, বিশেষকৈ ৰাজনৈতিক মতামতৰ আৰু সমাজসেৱাৰ কৰ্মপদ্ধতিত। সোণদদাইদেউ গুৱাহাটী ৰ'টাৰী ক্লাবৰ এজন উদ্যোক্তা আৰু প্ৰতিষ্ঠাপক ডাক্তৰ ভুবনেশ্বৰ বৰুৱা আছিল জনজীৱনৰ লগত মিলি যাবলৈ বিচৰা এজন সমাজকৰ্মী। দুয়োজনেই আছিল সমাজ সচেতন। সমাজৰ নিঃস্বজনৰ দুখ লাঘৱ কৰিবলৈ দুয়োজনেই আগবাঢ়ি আহিছিল, কিমান মানুহে তেখেতসকলৰ পৰা বিনামূলীয়া চিকিৎসা পাই উপকৃত হৈছিল তাক কৈ শেষ কৰিব নোৱাৰি।

সোণ দদাইদেউক মই সোণদদাইদেউ বুলিছিলো, কাৰণ বাপু আৰু মামণিয়ে (ডাঃ বিশ্বজিত আৰু ডাঃ ভাৰতী বৰুৱা) সোণ দদাই বুলি মাতিছিল। মই 'আপুনি' আৰু মাহীৰ (ডাঃ ভুবনেশ্বৰ বৰুৱা আৰু ইন্দুপ্ৰভা বৰুৱা) তত্ত্বাৱধানত ডাঙৰ-দীঘল হৈছিলো। সৰুতে সম্বন্ধৰ কথা বৰ বেছি নেজানিছিলো. একান্নবৰ্তী পৰিয়ালৰ সোণদদাই আছিল সৰু-ডাঙৰ সকলোৰে সমীহ কৰা এজন পুৰুষ। সোণদদাইদেউৰ অন্ধবিশ্বাস নাছিল আৰু ভালক ভাল আৰু বেয়াক বেয়া বুলি ভাবিলে ক'বলৈ অলপো কুণ্ঠাবোধ নকৰিছিল।

খেলা-ধূলাত অতি সুনিপুণ আছিল সোণদদাইদেউ। কেৰম খেলাত ষ্ট্ৰাইকাৰ হাতত পৰিলে আনে খেলিবলৈ সুবিধা কমেই পায়। আমি কেৰমৰ গুটি সুমুৱাই শেষ কৰিলে আচৰিত হৈ চাই থাকিছিলো।

সোণ দদাইদেউক মই দদাইদেউ কওঁ, কিন্তু আচলতে সোণদদাইদেউ মোৰ সোণ মোমাইদেউ, মোৰ স্বামী স্বৰ্গীয় ইঞ্জিনীয়াৰ তৰুণ চন্দ্ৰ দুৱৰাৰ তেখেত মৰমৰ সোণ মোমাইদেউহে আছিল।

# মোৰ দৃষ্টিত ডাঃ কনকচন্দ্ৰ বৰুৱা

আহমেদা বছুল

১৯৩৮-৩৯ চন। মই কটন কলেজৰ-ইণ্টাৰমিডিয়েট শ্ৰেণীৰ কলা বিভাগত ভৰ্তি হৈছিলো, মোৰ সতীৰ্থ মালতী বৰুৱা ভৰ্তি হৈছিল সেই শ্ৰেণীৰে বিজ্ঞান বিভাগত। কলা বিভাগত ছোৱালীৰ সংখ্যা আঠাইশগৰাকী আৰু বিজ্ঞান শাখাত আছিল ছয়-সাত গৰাকীমান। সেই সময়ত খুব কম অসমীয়া ছোৱালী বিজ্ঞান শাখাত ভৰ্তি হৈছিল। ডিব্ৰুগড়ৰ সম্ভ্ৰান্ত পৰিয়ালৰ পৰা মালতী বৰুৱা পৰিয়ালৰ প্ৰথম ছোৱালী বিজ্ঞান শাখাত পঢ়িবলৈ কটন কলেজলৈ আহিছিল। পৰিয়ালৰ সকলোৱে এই বিষয়ে আনন্দ পাইছিল আৰু তেওঁক বিশেষভাৱে উৎসাহিত কৰিছিল।

মালতীৰ গুৱাহাটীৰ অভিভাৱক আছিল ডাঃ কনকচন্দ্ৰ বৰুৱা। মালতী তেওঁৰ লগতে আছিল। আমি সেই সময়ত বাহিৰত কোনো খেলা-ধূলা, গান-বাজনা, ৰাজনীতি আদিত যোগ দিয়া নাছিলো। কেৱল ঘৰৰ পৰা কলেজলৈকেহে অহা-যোৱা কৰিছিলো। পৰস্পৰৰ মাজত এটা সৰল বন্ধুত্ব আছিল যদিও ইঘৰে সিঘৰে অহা-যোৱা নকৰিছিলো। কাৰণ আমি তেনেকৈ ওলাই-সোমাই ফুৰা নাছিলো। তথাপি আমাৰ মাজত এটা ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল। আমি সকলোৱে ইজনে সিজনৰ বিষয়ে জানিছিলো। কমন ৰুমত ঘৰুৱা কথা পাতিছিলো। মালতী আমাৰ ঘৰলৈ কেতিয়াও অহা নাছিল। ময়ো তেওঁৰ ঘৰলৈ কেতিয়াও যোৱা নাছিলো। মালতীৰ মুখে ডাঃ বৰুৱাৰ কথা শুনিছিলো। ডাঃ বৰুৱাক ডাক্তৰ হিচাপেও আমাৰ ঘৰলৈ কেতিয়াও অহা দেখা নাই। তেখেতৰ সহোদৰ ডাঃ ভুৱনেশ্বৰ বৰুৱাক অসুখৰ সময়ত দেউতাক চাবলৈ কেবাবাৰো আমাৰ ঘৰলৈ অহা দেখিছিলো। ডাঃ কনকচন্দ্ৰ বৰুৱাক মালতীয়ে "সোণ দদাইদেউ" বুলি মাতিছিল। আমিও তেওঁক "সোণ দদাইদেউ" বুলিয়ে জানো। চকুৰে নেদেখিলেও সোণ দদাইদেউ আমাৰ একান্ত পৰিচিত। মালতীৰ কাৰণে আমিও তেখেতক শ্ৰদ্ধাৰ চকুৰে চাইছিলো। আপোন আপোন যেন লাগিছিল। পুৰুষ অভিভাৱক হিচাপে খোৱা-লোৱা, পঢ়া-শুনা আৰু স্বাস্থ্য-ৰক্ষা আদি বিষয়ে

কেনেকৈ যতন লৈছিল সেই বিষয়ে মালতীৰ মুখে শুনিছিলো। মোৰ মনত পৰিছে এবাৰ মালতীৰ চকুৰ অসুখ হৈছিল আৰু ডাক্তৰে চশমা ব্যৱহাৰ কৰাৰ কাৰণে উপদেশ দিছিল, কিন্তু ডাঃ বৰুৱাই সেই প্ৰস্তাৱ কিছুদিনলৈ স্থগিত ৰাখি নিজে দায়িত্ব লৈ পুষ্টিকৰ আহাৰ, পথ্য আৰু ভিটামিন আদিৰ দিহা কৰি মালতীক সুস্থ কৰিছিল। মালতীক আমি চশমা ব্যৱহাৰ কৰা কেতিয়াও দেখা নাই।

১৯৬৫-৬৬ চনত অধ্যক্ষা ৰাজবালা দাস বাইদেউৱে কামৰ পৰা অৱসৰ লৈছিল। উপাধ্যক্ষ শৰৎচন্দ্ৰ গোস্বামী নিৰ্বাচনত জয়ী হৈ অসম বিধানসভাৰ সদস্য পদত কৰ্মভাৰ গ্ৰহণ কৰিবলৈ কলেজৰ পৰা দীঘলীয়া ছুটী ল'বলগীয়া হৈছিল। তেওঁৰ অনুপস্থিতিত মই উপাধ্যক্ষাৰ পদত কাম কৰিছিলো।

অধ্যক্ষা বাইদেউৰ অৱসৰৰ পিছত শৰৎচন্দ্ৰ গোস্বামী ৰাজনীতিৰ দায়িত্বৰ পৰা মুক্ত হৈ নহালৈকে ১৮ মাহৰ বাবে মই অস্থায়ী অধ্যক্ষা হিচাপে কাম চলাইছিলো। সেই সময়ত ডাঃ কনকচন্দ্ৰ বৰুৱা কলেজৰ কাৰ্যনিৰ্বাহক সভাৰ সভাপতি আছিল। কথা-বতৰা আৰু আচৰণত তেখেত আছিল এজন প্ৰকৃত ভদ্ৰলোক। চেহেৰা, সাজ-পাৰ আৰু ব্যৱহাৰত এটা আভিজাত্য ফুটি উঠিছিল। লাহে লাহে কথা কৈছিল আৰু মনোযোগেৰে সকলো কথা শুনিছিল। ময়ো তেখেতক খোলাখুলিকৈ কলেজৰ সকলো বিষয়ে জনাইছিলো। যিসকল বিচক্ষণ, পৰোপকাৰী আৰু ত্যাগী ব্যক্তিয়ে কলেজৰ উন্নতি; ৰক্ষণাবেক্ষণ আৰু বিকাশত প্ৰেৰণা যোগাইছিল ডাঃ বৰুৱা আছিল তেওঁলোকৰ ভিতৰৰে এজন। ডাক্তৰ হিচাপেও তেখেতে ছাত্ৰীসকলৰ অসুখ-বিসুখত চোৱা-চিতা কৰিছিল।

অধ্যক্ষা বাইদেউৰ অৱসৰৰ পিছত কলেজৰ পৰিবেশ পৰিবৰ্তিত হৈছিল। ছাত্ৰী-সংখ্যা বৃদ্ধি পাইছিল, লগতে শিক্ষকৰ সংখ্যা বৃদ্ধি, নতুন বিষয়ৰ অন্তৰ্ভুক্তি, ছাত্ৰীসকলৰ পাঠ্যক্ৰম-বহিৰ্ভূত কাৰ্য-কলাপ আৰু আন বিষয়ৰ বাবে আদান-প্ৰদান, যোগাযোগ বৃদ্ধি পাইছিল। এই সকলোবোৰৰ বাবে আৰু লগতে চৰকাৰ আৰু বিশ্ববিদ্যালয়ৰ দ্বৈত শাসনৰ হেঁচাত নিয়ম-নীতিক অধিক প্ৰাধান্য দিবলগীয়া হৈছিল। চৰকাৰে সাহায্যপ্ৰাপ্ত কলেজলৈ অনুদান আগবঢ়াই সময়ে সময়ে কিছুমান চৰ্ত বান্ধি দিছিল, সেই চৰ্তসমূহৰ ওপৰত অনুদান নিৰ্ভৰ কৰিছিল। ইফালে বিশ্ববিদ্যালয়েও শাখা-হিচাপে কলেজৰ অন্তৰ্ভুক্তিত স্বীকৃতি দান কৰি (affiliation) ছাত্ৰী-সংখ্যাৰ লগত সামঞ্জস্য ৰাখি শিক্ষকৰ নিযুক্তি আদিৰ বিষয়ে ধৰা বন্ধা কিছুমান নিয়ম-নীতি অনুসৰণ কৰিবলৈ বাধ্য কৰিছিল আৰু বিশ্ববিদ্যালয়ৰ পৰিদৰ্শকে সময়ে সময়ে আহি সেইবোৰৰ বিষয়ে তন্ন তন্নকৈ খবৰ লৈছিল।

মই কলেজৰ কৰ্মভাৰ গ্ৰহণ কৰি আগতে উল্লেখ কৰা দ্বৈত শাসনৰ সন্মুখীন হৈছিলো। চৰকাৰে অনুদান বন্ধ কৰি দিয়াৰ ভাবুকি দি চৰ্ত বান্ধি দিছিল যে চৰকাৰে স্থিৰ কৰি দিয়া নীতি-নিয়ম মানি ল'ব লাগিব আৰু নিৰ্দিষ্ট এটা সময়ৰ

ভিতৰতে কাৰ্যনিৰ্বাহিক সভাৰ অনুমতিসূচক প্ৰস্তাৱ চৰকাৰৰ ওচৰত দাখিল কৰিব লাগিব। চৰকাৰৰ মতে কোনো শিক্ষকে ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰিব নোৱাৰিব। এই বিষয়ে এফালে কাৰ্যনিৰ্বাহিক সভা আৰু আনফালে কলেজৰ শিক্ষক গোটৰ মাজত মতানৈক্য হৈছিল। শিক্ষক গোটে নিয়ম-নীতি মানি লোৱাৰ বিৰুদ্ধে প্ৰস্তাৱ লৈছিল, কাৰণ চৰকাৰৰ নিয়ম-নীতিত কিছুমান অসুবিধা আছিল। মই আছিলো একে সময়তে শিক্ষক গোটৰ সভাপতি আৰু কাৰ্যনিৰ্বাহিক সভাৰ চেক্ৰেটেৰী। কলেজৰ বৃহত্তৰ স্বাৰ্থত কলেজক ৰক্ষা কৰিবলৈ গৈ মই শিক্ষক গোটৰ প্ৰস্তাৱ মানি ল'ব নোৱাৰিছিলো। পিছত এই বিষয়ে শিক্ষক গোটৰ সভাত মই কৈফিয়ৎ দিবলগীয়া হৈছিল। এই বিষয়টো লৈ কাৰ্যনিৰ্বাহিক সভাৰ বৈঠকত তৰ্ক-বিতৰ্ক হৈছিল— মই মোৰ বক্তব্য দৃঢ়তাৰে আৰু দৃঢ়কণ্ঠে দাঙি ধৰিছিলো, কলেজৰ প্ৰাণ ৰক্ষা কৰিবলৈ আবেদন জনাইছিলো। শেষত সভাই চৰকাৰৰ নীতি-নিয়ম মানি লোৱাৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল। ডাঃ বৰুৱাই সভাপতি হিচাপে যি দৰে কলেজক ৰক্ষা কৰিছিল মোৰ সদায় মনত থাকিব।

ঠিক তেনেকৈ বিভিন্ন বিভাগত নিৰ্দিষ্ট সংখ্যক শিক্ষকৰ নিযুক্তিৰ বিষয়ে বিশ্ববিদ্যালয়ে-ধৰা বন্ধা নিয়ম বান্ধি দিছিল। মোৰ অস্থায়ী কাৰ্যকালৰ এটা সময়ত ইংৰাজী বিভাগত এজন নতুন শিক্ষকৰ প্ৰয়োজনৰ বিষয়ে বিশ্ববিদ্যালয়ে নিৰ্দেশ দি শিক্ষকৰ নিযুক্তিৰ সময় বান্ধি দিছিল। সেই সময়ত ইংৰাজীত পাছ কৰা প্ৰাৰ্থীৰ সংখ্যা কম আছিল। পাণ্ডু কলেজৰ পৰা এজন ইংৰাজীৰ শিক্ষক আমাৰ কলেজলৈ আহিবলৈ প্ৰস্তুত আছিল। পাণ্ডু কলেজৰ কৰ্তৃপক্ষই মাহৰ ৩১ তাৰিখৰ ভিতৰতে কলেজ এৰি আহিব পৰাকৈ সময় বান্ধি দিছিল। ৩১ তাৰিখ হ'বলৈ মাত্ৰ তিনি দিন বাকী, এই তিনি দিনৰ ভিতৰত কাৰ্যনিৰ্বাহিক সভাৰ মিটিং বহুৱাব নোৱাৰি। অথচ নিৰ্দিষ্ট সময়ৰ ভিতৰত ইংৰাজী বিভাগত শিক্ষকক নিযুক্তি দিব নোৱাৰিলে বিশ্ববিদ্যালয়ৰ শাখা হিচাপে কলেজৰ অন্তৰ্ভুক্তিত বাধা জন্মিব। মই পাণ্ডু কলেজৰ অধ্যক্ষৰ চিঠি পাই লৰালৰিকৈ ডাঃ বৰুৱাক তেখেতৰ উজানবজাৰৰ ৰোগী চোৱা স্থানত লগ ধৰিলো। কামৰ ব্যস্ততাৰ মাজতো তেখেতে মোৰ বক্তব্য মনোযোগেৰে শুনিছিল, জৰুৰী অৱস্থাৰ বুজ লৈছিল আৰু বিষয়টো হৃদয়ঙ্গম কৰি শিক্ষক নিযুক্তিৰ বাবে সাময়িক আদেশ দি চহী কৰিছিল। পিছত কাৰ্যনিৰ্বাহিক সভাত প্ৰস্তাৱযোগে সেই নিৰ্দেশ সমৰ্থন আৰু অনুমোদন কৰিছিল। সেইবাবে ডাঃ বৰুৱাই মোৰ আবেদন শুনি কলেজৰ সন্মান ৰক্ষা কৰিছিল।

আজি ডাঃ বৰুৱাৰ মৃত্যু বাৰ্ষিকী দিবসত সত্যনিষ্ঠ, সমাজ-সেৱক কৰ্মবীৰ ডাঃ বৰুৱাৰ পূণ্য স্মৃতিত শ্ৰদ্ধাঞ্জলি যাচিছো। তেখেতৰ আত্মাৰ শান্তিৰ বাবে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছো। গুণীজনৰ প্ৰতি শ্ৰদ্ধা আৰু সন্মানৰ জনোৱা, স্মৰণ কৰা উন্নত সমাজৰ লক্ষণ। এই সোঁৱৰণি গ্ৰন্থৰ আয়োজন আৰু উদ্দেশ্য সাৰ্থক হওক।

# টেবুল টেনিছ আৰু ডাঃ কনকচন্দ্ৰ বৰুৱা

দেবেন শৰ্মা

অসমৰ খেল জগতত ডাঃ কনকচন্দ্ৰ বৰুৱা এটি স্মৰণীয় নাম। তেখেত এজন সু-সংগঠক আৰু মেধা শক্তিৰ পুৰুষ আছিল। অসমৰ খেল জগতত তেখেতৰ অৱদানৰ তুলনা নাই। তেখেতে নিজে কেইবাটাও খেল খেলিছিল যদিও মূলতে ফুটবল খেলুৱৈ হিচাপে বেছি জনাজাত আছিল। কুৰিৰ দশকতে তেখেতে কলিকতাত ডাক্তৰী পঢ়ি থাকোতে তাৰ বিশন ব্ৰাক্ষ ৱাই এম চি য়েৰ পক্ষে ফুটবল খেলিছিল। তেখেতৰ নিখুঁত আৰু কৌশলগত খেলে সকলোকে মুগ্ধ কৰিছিল। সেই সময়তে বিখ্যাত মোহন বাগান ক্লাবৰ কেইজনমান লোকে ডাঃ বৰুৱাক তেওঁলোকৰ পক্ষে খেলিবলৈ আমন্ত্ৰণ জনাইছিল। কিন্তু তেখেতে পঢ়াশুনাত ক্ষতি হ'ব বুলি এই সুযোগ অগ্ৰাহ্য কৰিলে। ডাঃ বৰুৱা নিজাকে জগাই ফুৰা বিধৰ লোক নাছিল; সেয়েহে তেখেতৰ এই কথা বহুতেই নেজানে।

বিভিন্ন খেলৰ লৈতে জড়িত থকাৰ উপৰি তেখেত অসমৰ টেবুল টেনিছৰ গুৰি ধৰোতা আছিল। তেখেত অসম টেবুল টেনিছ সন্থাৰ প্ৰথমগৰাকী সভাপতি আছিল। সন্থাৰ প্ৰথম চেক্ৰেটাৰী আছিল পুলিন দাস। ডাঃ বৰুৱা আৰু পুলিন দাস এই দুয়োজনক অসমৰ টেবুল টেনিছৰ প্ৰতিষ্ঠাপক পিতৃ বুলি ক'ব পাৰি। চল্লিছৰ শেষৰ ফালে এই খেল অসমত কোনেও নেজানিছিল বুলিয়েই ক'ব পাৰি। ডাঃ বৰুৱাই কিন্তু ইয়াৰ সম্ভাৱনাৰ কথা বাৰুকৈয়ে উপলব্ধি কৰিলে আৰু পুলিন দাসকে আদি কৰি দুই-এজন বছা বছা সংগঠক লগত লৈ অসমত ইয়াক প্ৰতিষ্ঠাৰ বাবে কামত লাগি গ'ল। তেখেতে এই কথা ভালকৈ বুজিছিল যে প্ৰথমতে আমাৰ খেলুৱৈসকলক, আৰু লগতে ক্ৰীড়ামোদী ৰাইজকো; একৰকম exposure দিব লাগিব। সেয়েহে সেই সময়ত পৃথিৱীৰ দুজন বিখ্যাত খেলুৱৈ আৰু বিশ্বৰ চেম্পিয়ন জনি লীচ আৰু ৰিচাৰ্ড বাৰ্গমেনক গুৱাহাটীলৈ আনি ভাস্কৰ নাট্য মন্দিৰত প্ৰদৰ্শনী খেল খেলোৱা হ'ল। লীচ-বাৰ্গমেনৰ চমকপ্ৰদ খেল দেখি অসমৰ খেলুৱৈ তথা অনুৰাগীসকলৰ চকু মেল খালে। বিশ্বৰ শ্ৰেষ্ঠতম পৰ্যায়ত

টেবুল টেনিছ কেনেকৈ খেলা হয় তাক নিজ চকুৰে দেখিলে। ইয়াৰ পিছতো তেখেতে বিশ্বৰ তথা দেশৰ আন আন প্ৰখ্যাত খেলুৱৈক অসমলৈ আনি প্ৰদৰ্শনী খেল পতাৰ ব্যৱস্থা কৰিলে। অসমৰ টেবুল টেনিছ জগতখন দোপতদোপে পোহৰলৈ আগবাঢ়ি আহিল।

আজি অসম ভাৰতৰ টেবুল টেনিছ মানচিত্ৰত নিকপকপীয়াকৈ প্ৰতিষ্ঠিত। অসমৰ কেইবাগৰাকী খেলুৱৈয়ে দেশখনক আন্তৰ্জাতিক প্ৰতিযোগিতাত প্ৰতিনিধিত্ব কৰিবলৈ সক্ষম হৈছে।

টেবুল টেনিছৰ সংগঠক হিচাপে তেখেতৰ কীৰ্তিৰ আন এটা দিশ হ'ল তেখেতে খেলুৱৈসকলক দিয়া উৎসাহ-উদ্দীপনা। উদাহৰণ দিবলৈ গৈ কিছু ব্যক্তিগত কথালৈ আহো। মই ১৯৫১ চনত যেতিয়া শ্বিলঙত অনুষ্ঠিত অসম চেম্পিয়নশ্বিপত যোগদান কৰাৰ সুবিধা পাও তাৰ গুৰিতেই আছিল ডাঃ বৰুৱাদেৱ। সেইবাৰ মই অসম চেম্পিয়ন হও আৰু কলিকতাত অনুষ্ঠিত হোৱা সৰ্বভাৰতীয় প্ৰতিযোগিতাত মোৰ তত্ত্বাৱধানতে অসমৰ দলটো লৈ যাও।

মই যেতিয়া কটন কলেজৰ ছাত্ৰ তেতিয়া মই কলেজৰ সঙ্গীত বিভাগৰ সম্পাদক আছিলো। পঢ়া-শুনা কৰিছিলো, লগতে সঙ্গীত চৰ্চাও। ১৯৫০ চনত যোৰহাটত অনুষ্ঠিত আন্তঃজিলা প্ৰতিযোগিতাত গুৱাহাটী দলটো মোৰ বাবেই পৰাজিত হ'ল। মন কিছু বিষাদেৰে আৱৰি ধৰাত সঙ্গীত চৰ্চাত বেছি মনোনিৱেশ কৰিলো। ডাঃ বৰুৱাই মোক এদিন লগ পাই খেল চৰ্চাৰ বিষয়ে বুজ লয় আৰু প্ৰেৰণা যোগাই এনেদৰে কয়ঃ "Sportsman spirit makes one divine. Hence maintain that quality." তেখেতৰ এই কথাষাৰিয়ে মোক যি প্ৰেৰণা দিলে সি আজি পৰ্যন্ত মোৰ মানসপটত চিৰ সেউজ হৈ আছে। কিয়নো এই প্ৰেৰণাৰ বলতেই মই ১৯৫১ চনত শ্বিলঙত অসম চেম্পিয়ন হও। কথা কেৱল সিমানেই নহয়, যোৰহাটত বেয়া খেলা বাবে সেইবাৰ গুৱাহাটীৰ দলটোত মোৰ নামেই নাছিল। ডাঃ বৰুৱা আৰু পুলিন দাস দাদাৰ সহায়তহে মোৰ নাম দলত অন্তৰ্ভুক্ত কৰা হ'ল।

ডাঃ বৰুৱাদেৱৰ নিঃস্বাৰ্থ ক্ৰীড়াপ্ৰেমৰ কথা কৈ ওৰ পেলাব নোৱাৰি। অসমৰ বৰ্তমানৰ ক্ৰীড়া সংগঠকসকলে ডাঃ বৰুৱাৰ দৰে এজন নিঃস্বাৰ্থ ক্ৰীড়া সংগঠকক উচিত স্বীকৃতি নিদিয়াটো আচৰিত কথা। তেখেতৰ মহান ব্যক্তিত্বৰ অনুৰক্ত হিচাপে তেখেতৰ আত্মাৰ সদগতিৰ হকে পৰম পিতা পৰমেশ্বৰৰ ওচৰত মোৰ প্ৰাৰ্থনা আগবঢ়ালো।

# ডাঃ কনকচন্দ্ৰ বৰুৱাক মই যেনেকৈ জানিছিলো

বেণুমালা দুৱৰা

ডাঃ কনকচন্দ্ৰ বৰুৱাক শ্ৰদ্ধাৰে স্মৰণ কৰি মোৰ প্ৰথমেই মনলৈ আহিছে, অৰ্দ্ধ শতাব্দীৰ আগৰ কিছুমান স্মৃতিৰ টুকুৰা। তেওঁৰ বিষয়ে লিখিবলৈ ল'লে মোৰ নিজৰ জীৱনৰ কিছুমান কথা আপোনাআপুনি আহি যায়। তেওঁক প্ৰথমে দেখা মনত পৰে ১৯৩৫ চনত যোৰহাটত। মোৰ দেউতা শৈলধৰ ৰাজখোৱা তেতিয়া যোৰহাটত চৰকাৰী চাকৰিয়াল আছিল। ডাঃ বৰুৱা শিৱসাগৰৰ পৰা আমাৰ তালৈ গৈছিল। মোৰ মা গুণকান্তি ৰাজখোৱা তেওঁৰ নিজৰ ভাগিনীয়েক আছিল। আমি তেওঁক "কনক ককাদেউতা" বুলিছিলো। দেউতাৰ লগত তেওঁ ৰবীন্দ্ৰনাথৰ "বিদায় অভিশাপ (কচ ও দেবযানী)" কবিতাৰ আলোচনা কৰা মোৰ ভালদৰে মনত আছে। পিছত বুজিছিলো, তেওঁ অকল মুক্তি যোদ্ধাই নাছিল, সাহিত্যানুৰাগীও আছিল। কিতাপ-পত্ৰও যথেষ্ট পঢ়িছিল। দেউতা শিৱসাগৰলৈ বদলি হৈ যোৱাৰ পাছত তাতো তেওঁক লগ পাইছিলো। সেই সময়ত তেওঁৰ ' 'বৰুৱা মেডিকেল হল" নামৰ এখন ফাৰ্মাচী আছিল। শিৱসাগৰতে তেওঁৰ চিকিৎসকৰ জীৱনৰ আৰম্ভণি:

ককায়েক স্বনামধন্য ডাঃ ভুৱনেশ্বৰ বৰুৱা আছিল তেওঁৰ উপদেষ্টা আৰু পথ-প্ৰদৰ্শক। ১৯৩৬ চনত ককায়েকৰ নিৰ্দেশমতে তেওঁ চিকিৎসা বিদ্যাৰ কোনোবা এটা বিভাগত এবছৰ অধ্যয়ন কৰি ডিপ্লোমা ল'বৰ কাৰণে ভিয়েনালৈ গৈছিল। আমি যিমান দূৰ জানো, তেওঁ হৃদযন্ত্ৰৰ চিকিৎসা বিষয়ক ডিপ্লোমা লৈ উলটি আহিছিল। ১৯৩৭ চনত যেতিয়া তেওঁ কৃতকাৰ্যতাৰে উলটি আহে, তেতিয়া ডিব্ৰুগড়ৰ ৰাইজে তেওঁক সগৌৰৱে আদৰণি জনাইছিল। সম্বৰ্ধনা সভাত ডিব্ৰুগড়ৰ তেওঁৰ আপোন পৰিয়ালৰ আটাইৰে লগত ময়ো উপস্থিত আছিলো। সেই দিনত বিদেশত পঢ়ি অহা ডাক্তৰৰ সংখ্যা কম আছিল। বিশেষজ্ঞৰ নামেই শুনা নাছিলো। গুৱাহাটীৰ ডাঃ ভুৱনেশ্বৰ বৰুৱাই আছিল ধন্বন্তৰিস্বৰূপ। ডাঃ

কনকচন্দ্ৰ বৰুৱাও ১৯৩৮ চনত গুৱাহাটীলৈকে গুচি আহে। ককায়েকৰ সান্নিধ্য আৰু উপদেশ সেই সময়ত তেওঁৰ কৰ্ম-জীৱনৰ সহায়ক আছিল।

১৯৪০ চনত ডাঃ কনকচন্দ্ৰ বৰুৱাক গুৱাহাটীত লগ পাইছিলো। তেতিয়া তেওঁ আমবাৰীৰ এটা ভাৰাঘৰত আছিল। ডিব্ৰুগড়ৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি মই আৰু তেওঁৰ নিজৰ ভাগিনীয়েক পূৰ্ণিমা দুৱৰা (পাছত বৰুৱা) কটন কলেজত পঢ়িবলৈ অহাৰ কাৰণে তেওঁ ভাল পাইছিল। তেতিয়াৰ দিনত ছোৱালীয়ে উচ্চ শিক্ষা অথবা সহশিক্ষা লাভ কৰাৰ বিৰোধিতা কৰা লোকৰ সংখ্যা নিচেই কম নাছিল। ডাঃ বৰুৱা উচ্চ মনৰ মানুহ আছিল। ছোৱালীয়ে উচ্চ শিক্ষা লাভ কৰাৰ কথাত তেওঁ আগ্ৰহী আছিল; সামাজিক আৰু পাৰিবাৰিক জীৱনত ইয়াৰ প্ৰয়োজনীয়তা তেওঁ বিশেষভাৱে উপলব্ধি কৰিছিল। আমি অহাৰ দুবছৰৰ আগৰেপৰা তেওঁৰ ভতিজাজী মালতী বৰুৱা (পাছলৈ এগৰাকী বিশিষ্টা সমাজ সেৱিকাৰূপে পৰিচিতা) তেওঁৰ লগতে থাকি কটন কলেজত পঢ়িছিল। পূৰ্ণিমা আৰু মই ছাত্ৰীবাৰীৰ "হোৱাইট মেমৰিয়েল" হোষ্টেলত আছিলো। তেওঁ আমাৰ পঢ়া-শুনাৰ খা-খবৰ লৈ আছিল। এবাৰ এইদৰে কোৱাও মনত পৰে, "তইঁতে বোলে অসমীয়াত বৰ ভাল নম্বৰ পাইছ। মোক বিৰিঞ্চিয়ে (ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা) কৈছিল।"

১৯৪২ চনত আই, এ পৰীক্ষা দি উঠি ৰেলেৰে ডিব্ৰুগড়লৈ উলটি যাওঁতে ডাঃ বৰুৱাৰ সহায়তহে যাব পাৰিছিলো। কাৰণ দ্বিতীয় মহাযুদ্ধ চলি থকা সেই সময়ছোৱাত নিগ্ৰো আৰু আমেৰিকান সৈন্যৰ ভিৰ ইমান বেছি হৈছিল যে স্থানীয় লোকৰ বিশেষকৈ তিৰোতা মানুহৰ পক্ষে যাতায়াত কৰা অতি মস্কিলৰ কথা আছিল।

ডাঃ বৰুৱাৰ সহৃদয়তাৰ কথা কৈ অন্ত কৰিব নোৱাৰি। ১৯৪৩ চনত মোৰ ভাই শশীধৰ ৰাজখোৱাই আই, এছ, চি পৰীক্ষা দিয়াৰ আগে আগে হঠাৎ পেটৰ বিষত ভুগি বৰ কষ্ট পাইছিল। ডাঃ বৰুৱাই তাৰ 'এপেনডিচাইটিচ" হৈছে বুলি তৎক্ষণাৎ ধৰি পেলালে। অস্ত্ৰোপচাৰ অতি শীঘ্ৰে কৰাবই লাগিব বুলি সিদ্ধান্ত কৰি, তাৰ পৰীক্ষা শেষ হোৱাৰ লগে লগে কলিকতালৈ নি তেওঁৰ চিনাকি কোনোবা অস্ত্ৰ চিকিৎসকৰ হতুৱাই তাৰ অস্ত্ৰোপচাৰ কৰাইছিল। কলিতকাৰ পৰা ডিব্ৰুগড়লৈ দিয়া চিঠি আৰু টেলিগ্ৰামতহে আমি আটাইবোৰ খবৰ পাইছিলো। কোৱা বাহুল্য, তেতিয়া অসমত অস্ত্ৰ চিকিৎসাৰ ব্যৱস্থা নাছিল। দ্বিতীয় মহাযুদ্ধৰ সেই সংকটপূৰ্ণ সময়ত কলিকতা মহানগৰীত তাক এইদৰে আৰোগ্য কৰি ঘৰলৈ পঠিয়াই ডাঃ বৰুৱাই আমাৰ ঘৰখনৰ কিমান ডাঙৰ উপকাৰ কৰিলে পাহৰিব নোৱাৰি। অস্ত্ৰোপচাৰৰ পিছত সি চিকিৎসালয়ত কিছুদিন থাকিবলগীয়া হৈছিল। সেই সময়ছোৱাত ডাঃ বৰুৱাৰ লগত ঘনিষ্ঠতা থকা কোনোবা বঙালী গৃহিণী এগৰাকীয়ে মাতৃৰ মৰমেৰে ভাললৈ খোৱা-বোৱা পঠিয়াই

আছিল। ডাঃ বৰুৱাই মোলৈ চিঠি দি এই কথা জনোৱাত মায়ে গৃহিণীপৰাকীলৈ চিঠিৰে ধন্যবাদ আৰু কৃতজ্ঞতা জনোৱা মোৰ ভালদৰে মনত আছে।

"Inscrutable are the ways of God to man"— এইখিনিতে ক'ৰবাত পঢ়া এইষাৰ কথা মোৰ মনলৈ আহে। ১৯৮৬ চনত ডাঃ বৰুৱাই মোৰ এই ভাইটোক মৃত্যুশয্যাত পৰি থকা অৱস্থাত গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত চাই আহিছিল। সেইদিনা "ডাঃ ভুবনেশ্বৰ বৰুৱা কেন্সাৰ হাস্পতাল" চৰকাৰৰ হাতত অৰ্পণ কৰি স্বামী-স্ত্ৰী দুয়ো একেলগে গৈছিল, শেষ নিশ্বাস পেলোৱাৰ আগে আগে তাক চাই আহিবলৈ।

১৯৪৪ চনত তেওঁ বিয়া কৰাইছিল। তেওঁৰ পত্নী শ্ৰীযুতা মায়া বৰুৱা মোৰ দেউতাৰ নিজৰ দদাইদেৱেক সাহিত্যিক বেণুধৰ ৰাজখোৱাৰ কন্যা। চাবি কুৰিৰ দেওনা পাৰ'হোৱাৰ পাছতো ডাঃ বৰুৱাৰ স্বাস্থ্য অটুট আছিল। ডেকা কালত তেওঁ ভাল খেলুৱৈ আছিল। বেড্‌মিণ্টন খেলত তেওঁ পাকৈত আছিল বুলি কোৱা শুনিছিলো। মিতাচাৰ, নিয়মানুৱৰ্তিতা আৰু কৰ্তব্যনিষ্ঠা তেওঁৰ চৰিত্ৰৰ ডাঙৰ গুণ। সংসাৰত যিখিনি পালে মানুহে নিজকে সুখী বুলিব পাৰে, সেই আটাইখিনিকে তেওঁ পাইছিল। সকলো বিষয়তে তেওঁৰ লগত শ্ৰদ্ধাৰে সহযোগ কৰা এগৰাকী সুযোগ্যা পত্নী আৰু চাৰিটি সু-প্ৰতিষ্ঠিত পুত্ৰ সন্তানেৰে তেওঁ এটি সুখী পৰিয়ালৰ অধিকাৰী আছিল।

১৯৬৮ চনৰ পৰা গুৱাহাটীত নিগাজীকৈ থাকিবলৈ লোৱাৰ পাছত ডাঃ বৰুৱাক বহুত বছৰৰ মূৰত পুনৰ লগ পাইছিলো। চিকিৎসকৰ সহায় বিচাৰি মাজে-সময়ে তেওঁৰ ওচৰলৈ গৈছিলো। তেওঁ নানান কামত ব্যস্ত হৈ থকাৰ বাবে সামাজিক আদান-প্ৰদান কমি গৈছিল। সেই সময়ত আমাৰ কনিষ্ঠ পুত্ৰ ৰতনৰ (সুব্ৰতানন্দ দুৱৰা) কাৰণে চিন্তিত হৈ পৰিছিলো। সি পাকস্থলীৰ অসুখত ভুগিছিল। দুৰ্ভাগ্যবশতঃ কেইবাজনো চিকিৎসকৰ পৰামৰ্শ লোৱাৰ ফলত তাৰ চিকিৎসা বিভ্ৰাট ঘটিছিল। পিছত সি যেতিয়া ডাঃ বৰুৱাৰ কাষ চাপিছিল, তেতিয়া তেওঁ তাক পৰীক্ষা কৰি চাই এইদৰে কৈছিল : "তই জধে-মধে ঔষধ খাই নাথাকিবি। তোৰ একো অসুখ হোৱা নাই। খেলা-ধূলাত মন দিবি।" তেওঁৰ চিকিৎসাৰ ওপৰত ল'ৰাটোৰ বৰ বিশ্বাস আছিল। গুৱাহাটীৰ পৰিৱেশ এৰি বাঙ্গালোৰত গণিত বিষয়ত গৱেষণা কৰিবলৈ যোৱাৰ পিছত তাৰ স্বাস্থ্যৰ উন্নতি হৈছিল। স্কটলেণ্ডলৈ ডক্টৰেট উত্তৰ গৱেষণা কৰিবলৈ যোৱাৰ আগলৈকে তাৰ স্বাস্থ্য অটুট আছিল। দৈৱদুৰ্বিপাকত বিদেশত তাৰ জীৱনাৱসান ঘটিল। কিন্তু ডাঃ বৰুৱাই তাৰ যি উপকাৰ কৰিছিল, সেই কথা আমাৰ মনত বৈ গ'ল।

তেওঁৰ সহানুভূতিশীল আৰু পৰোপকাৰী মনটো বন্ধু-বান্ধৱ আৰু আপোনজনক সহায় কৰাৰ মাজতে সীমাবদ্ধ হৈ নাথাকিল। ভৰ বয়সতে গান্ধীজীৰ আদৰ্শৰে

অনুপ্ৰাণিত হৈ সবৰমতী আশ্ৰমত থাকি শাৰীৰিক শ্ৰমৰ মৰ্যাদা আৰু স্বদেশপ্ৰেমৰ মাহাত্ম্য উপলব্ধি কৰা ডাঃ বৰুৱাৰ মনটোৱে দেশৰ দহজনৰ হিতাৰ্থে বহল কৰ্মক্ষেত্ৰ বাছি ল'লে, যি কৰ্মক্ষেত্ৰ ধন উপাৰ্জনৰ স্বাৰ্থান্ধ বাসনাৰ উৰ্দ্ধত।

গুৱাহাটীত ৰ'টাৰী ক্লাবৰ প্ৰতিষ্ঠাতা সভ্য আছিল ডাঃ বৰুৱা। ১৯৫৬ চনত তেওঁ ইয়াৰ প্ৰেচিডেণ্টৰ বাব লৈ গুৱাহাটীৰ আশে-পাশে থকা কিছুমান গাঁৱত ঔষধ বিতৰণ কৰি বিনামূলীয়া চিকিৎসা কৰিছিল। জনহিতকৰ বহুতো অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত তেওঁ জড়িত আছিল। তেওঁৰ লগত একেলগে কাম কৰা সহৃদয় ব্যক্তিসকলে এনেবোৰ ক্ষেত্ৰত তেওঁৰ অৱদান কিমান আছিল সঠিকভাৱে জনাব পাৰিব।

মই মাত্ৰ এইখিনিকে ক'ব পাৰো যে, ডাঃ ভুৱনেশ্বৰ বৰুৱা কেন্সাৰ হাস্পতালৰ প্ৰতিষ্ঠাতা হিচাপে অসমত তেওঁৰ নাম চিৰস্মৰণীয় হৈ ৰ'ব। তেওঁৰ ঐকান্তিক চেষ্টা, অসাধাৰণ ব্যক্তিত্ব, সুদৃঢ় মনোবল, সত্যনিষ্ঠা আৰু আত্মত্যাগৰ চৰম নিদৰ্শন হ'ল এই চিকিৎসালয়। তাৰ বাবে যিখন সমিতি গঠন কৰি কৰ্ম পন্থা হাতত লোৱা হৈছিল, সেই সমিতিৰ সচিবৰূপে ১৯৫৮ চনৰ পৰাই তেওঁ অবিৰাম চেষ্টা চলাই আছিল। অসমত কেন্সাৰৰ দৰে দুৰাৰোগ্য ৰোগৰ চিকিৎসালয় এখন প্ৰতিষ্ঠিত হ'লে দুখীয়া আৰু অসমৰ্থ ৰাইজ কিমান উপকৃত হ'ব, এই বিষয়ে সজাগ মনোভাব লৈ, পুঁজি গোটোৱাৰ পৰা আৰম্ভ কৰি মাটি পূৰাই ঘৰ সজোৱালৈকে সকলো কামত তেওঁ ওতপ্ৰোতভাৱে জড়িত আছিল। তেওঁৰ লগত কেইবাজনো নেতৃস্থানীয় লোকে সহযোগ কৰিছিল। কিন্তু এই কথা ডাঠি ক'ব পাৰি যে, উত্তৰ-পূব দিশত থকা একমাত্ৰ কেন্সাৰ চিকিৎসালয়খনত ১৯৭৪ চনৰ পৰাই ৰোগীয়ে চিকিৎসা লাভৰ সুযোগ পাইছিল ডাঃ কনকচন্দ্ৰ বৰুৱাৰ আশাগুধীয়া চেষ্টাৰ বাবেই। তেওঁৰ কথা চিন্তা কৰি চালে মোৰ মনলৈ আহে Great men of India ৰ পাতনিত লিখা L. F. Rushbrook Williams ৰ এষাৰি কথা : "There are men who have come through patient toil to fame they did not seek".

তেওঁৰ লগত মোৰ শেষবাৰৰ বাবে দেখা হৈছিল ১৯৮৮ চনত। তেতিয়ালৈকে তেওঁৰ মনৰ বল একেদৰেই আছিল। বিদায় ল'বলৈ আহিবৰ সময়ত মোক কৈছিল, "মাৰক কৰিবৈ মই ভালে আছো।"

যিখন চিকিৎসালয় স্থাপন কৰিবলৈ তেওঁ নিজৰ ধনোপাৰ্জনৰ স্পৃহা, যাৱতীয় সুখ, সুবিধা সকলো ত্যাগ কৰিছিল, আৰু মৃত্যুৰ কিছুদিন আগলৈকে ইয়াৰ কাম-কাজৰ বুজ লৈ আছিল, সেই চিকিৎসালয়ৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধি হ'লেহে তেওঁৰ আত্মাই শান্তি পাব।



বিবাহ বাৰ্ষিকীৰ এটি মধুৰ ক্ষণত



ডাঃ বি. বৰুৱা কৰ্কট প্ৰতিষ্ঠানত কোবাল্ট মেচিন উদ্বোধনী অনুষ্ঠানত কেন্দ্ৰীয় স্বাস্থ্যমন্ত্ৰী ৰবি ৰায়, মন্ত্ৰী দুলাল বৰুৱা, দেবেন শৰ্মা, ডাঃ বীৰেন চৌধুৰী আদিৰ লগত



কোবাল্ট মেচিন উদ্বোধনী অনুষ্ঠানত ডাঃ বকবাই ভাষণ দিছে



পত্নী আৰু দ্বিতীয় পুত্ৰ দেৱজিত আৰু তেওঁৰ পত্নী জবেমথাসী আৰু তিনিজন নাতি-নাতিনীৰ সৈতে



অরসব বিনোদন



গুৱাহাটী ৰোটাৰী ক্লাবৰ প্ৰতিষ্ঠাপক সভ্য আৰু প্ৰাক্তন সভাপতি ডাঃ বৰুৱাক তেখেতৰ বিশিষ্ট সেৱাৰ বাবে ৰোটাৰী ক্লাবে জনোৱা সম্বৰ্দ্ধনাত কেইজনমান বিষয়ববীয়াৰ সৈতে



শিল্পী শ্ৰীযুতা নীলিমা কাকতিৰ হাতত



পত্নী-কনিষ্ঠ পুত্ৰ ৰণজিৎ, ৰব বোৱাৰী মৃদুলা আৰু ৰব নাতিনী ৰাধা আৰু নাতি প্ৰীতময়ৰ

লগত



বনভোজ ডিগাৰুত



বৰপুত্ৰ সুৰজিতৰ বাসভৱনত নাতিনী ৰাধা আৰু নাতি প্ৰীতমৰ সতে বৰুৱা দম্পতী



নটবৰ সহধীয়া জন বিৰসত ভতিজা-নাতিনী দেৱলীনাই সম্ভাষণ জনোৱা মুহূৰ্তত



নব্বৈ বছৰীয়া জন্ম দিৱসত পত্নীৰ সৈতে



শেষ বয়সৰ অৱসৰ বিনোদন দূৰদৰ্শনৰ সমুখত



শেষ শয়নত ডাঃ বৰুৱা, কাষত বৰপুত্ৰ সুৰজিত

# ডাঃ কনকচন্দ্ৰ বৰুৱাদেৱৰ স্মৃতিত

বঞ্জনা চৌধুৰী

ডাঃ কনকচন্দ্ৰ বৰুৱাদেৱৰ পবিত্ৰ স্মৃতিত দুশাৰী লিখিবলৈ বহি মানসপটত ভাহি উঠিছে শান্ত-সৌম্য মৃদুভাষী, সুন্দৰ এযোৰ সাজ পৰিহিত প্ৰকৃতার্থত দেখিলেই ভাল লাগি যোৱা এজন ব্যক্তিৰ প্ৰতিচ্ছবি, যিজন ব্যক্তি আছিল ডাক্তৰ ৰূপেও ৰোগীৰ কাষত থিয় হ'লে ৰোগীৰ বহুখিনি দুখ-কষ্ট পাতলাই দিব পৰা, ৰোগীৰ মনত বিশ্বাস আৰু আস্থা জন্মাব পৰা এক বিশেষ ব্যক্তিত্বৰ অধিকাৰী।

আমি সৰু থাকোতে নানা অসুখত আক্ৰান্ত হৈ আমাৰ মা দীৰ্ঘদিন ধৰি শয্যাশায়ী হৈ থাকিব লগা হোৱা আমাৰ মনত পৰে। এয়া প্ৰায় দুকুৰিৰো অধিক কাল আগৰ কথা। গুৱাহাটীৰ প্ৰায়বিলাক ডাক্তৰে প্ৰায় আশা এৰি দিয়াৰ পিছত কাষ চাপিছিলো ডাঃ বৰুৱাৰ। সম্বন্ধত মাৰ মোমায়েক, আমি মামাদেউতা বুলি মাতিছিলো। তেখেতৰ সুচিকিৎসাত মা আৰোগ্য হৈ উঠিল খুব কম সময়ৰ ভিতৰতে। এইদৰেই তেখেতৰ সান্নিধ্যলৈ আহো আৰু তেখেতৰ কথা-বতৰা, পিন্ধন-উৰণ, ব্যৱহাৰ-পাতি বিশেষকৈ ডাক্তৰ হিচাপে চিকিৎসাৰ নিয়ম-পদ্ধতি দেখি-শুনি তেখেতৰ প্ৰতি অন্তৰৰ গভীৰ কোণত এক শ্ৰদ্ধাৰ আৰু বিশ্বাসৰ ভাব অনুভৱ কৰিলো। আজি সুদীৰ্ঘ দিন ধৰি তেখেতৰ সেই বিশ্বাস আৰু শ্ৰদ্ধা অনুভৱ কৰি আছো, তেখেতৰ মৃত্যুৰ পিছতো পৰিয়ালৰ কাৰোবাৰ অসুখে-বিসুখে তেখেতলৈ এবাৰ মনত নপৰাকৈ নাথাকে। প্ৰকৃতাৰ্থত তেখেত এজন ভদ্ৰলোক, এজন সু-চিকিৎসক; তেখেতৰ সান্নিধ্যই মনলৈ বিশেষকৈ ৰোগীসকলৰ মনলৈ, এটা প্ৰশান্তিৰ ভাব আনি দিয়ে।

তেখেত এজন সুচিকিৎসকেই নাছিল, অসমৰ কেবাটাও আগশাৰীৰ অনুষ্ঠান-প্ৰতিষ্ঠানৰ সৈতে সক্ৰিয়ভাৱে জড়িত আছিল। তেনেবিলাক কৰ্মস্থলতো একান্ত আন্তৰিকতা আৰু সততাৰে তেখেতে তেখেতৰ দায়িত্ব পালন কৰিছিল।

অসমবাসীৰ আৰু অসমৰ উন্নতিৰ হকে সদায় চিন্তা কৰিছিল। তেখেতৰ সন্নিধ্যলৈ অহাসকলক নানা দিহা-পৰামৰ্শৰে ভাল কামত আগবাঢ়ি যাবলৈ সদায় উৎসাহ দিছিল।

আজিকালি সকলো ৰোগৰে ভাগে ভাগে পৰীক্ষা-নিৰীক্ষা কৰাৰ নানা সুবিধা আছে। কিন্তু আগতে এই সকল ডাক্তৰে ৰোগীৰ নাড়ীৰ স্পন্দন, ৰোগীৰ বংশানুক্ৰম, বুৰঞ্জী, ৰোগীৰ পৰিয়ালৰ খাদ্য তালিকা আদিৰ গম লৈ তেওঁলোকৰ স্বকীয় সূক্ষ্ম পৰ্যবেক্ষণ শক্তি আৰু ৰোগ ধৰা পেলোৱাৰ বাবে ঐকান্তিক আগ্ৰহ আৰু প্ৰচেষ্টাৰে ৰোগীৰ ৰোগৰ উপশম ঘটোৱাৰ যত্ন কৰিছিল।

তেখেত বিদেশলৈ অধ্যয়নৰ বাবে গৈছিল। অধ্যয়ন সমাপ্ত কৰি দেশলৈ উভতি আহি বিদেশৰ অনুকৰণীয় নানা কথা নিজৰ জীৱনত মৃত্যুৰ আগমুহূৰ্তলৈ পালন কৰি উপদেশতকৈ আৰ্হি শ্ৰেষ্ঠ বুলি আমাৰ অলক্ষিতেই আমাক বুজাই দিছিল।

তেখেতৰ হাতৰ আখৰকেইটা আছিল অতি সুন্দৰ। তেখেতৰ দৰবৰ তালিকাখনৰ আখৰকেইটা গুৱাহাটীৰ দৰবৰ দোকানসমূহৰ প্ৰায় আটাইৰে চিনাকি আছিল। ঘৰখনৰ ইটো-সিটোৰ অসুখ-বিসুখৰ কাৰণে প্ৰায়ে তেখেতৰ উজান বজাৰৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ কাষৰ ফাৰ্মাচীখনলৈ আৰু পিছলৈ উজান বজাৰত থকা তেখেতৰ ফাৰ্মাচীখনলৈ যাবলগীয়া হৈছিল। যেতিয়াই যাও ৰোগী নোহোৱা সময়ত তেখেতক সদায় অধ্যয়ন কৰি থকা দেখিছিলো। তেখেতে যিমানখিনি সম্ভৱ আধুনিক চিকিৎসাজগতত ব্যৱহাৰ কৰা দৰব-পাতিৰ বিষয়ে সদায় সজাগ দৃষ্টি ৰাখিছিল। কথা কমকৈ কৈছিল, কিতাপ বেছিকৈ পঢ়িছিল। চিকিৎসা সম্পৰ্কীয় আলোচনী আদিৰে তেখেতৰ ফাৰ্মাচীৰ টেবুলখন সদায় ভৰি থকা দেখিছিলো। গুৱাহাটীৰ আগশাৰীৰ ফাৰ্মাচীকেইখনেও ডাঃ বৰুৱাৰ prescription খন আগবঢ়াই দিলে সদায় এটা কথা কোৱাই মনত পৰে, "ৰ'ব এইটো নতুন দৰব— আমাৰ এইখিনি আহি পাইছেনে চাও।" তেখেতৰ দিনৰ দুই-এটা দৰব এতিয়াও অতি আগ্ৰহেৰে আমি ব্যৱহাৰ কৰি সুফল পাই আছো। তেখেতৰ চিকিৎসা পদ্ধতিক লৈ সেয়েহে গৌৰৱ কৰিবলৈ স্থল আছে। মন আৰু প্ৰাণ দি ৰোগৰ বিষয়ে সবিশেষ সুধি যিটো দৰব দিছিল সেয়ে আমাৰ তিনিটা পুৰুষৰ বাবে মহৌষধৰ কাম কৰা বুলিলেও বঢ়াই কোৱা নহ'ব। তেখেত আজি আমাৰ মাজত নাই সঁচা, কিন্তু তেখেতৰ স্মৃতিচাৰণ কৰিও মন ভাল লগাব পাৰিম ভৱিষ্যতলৈ। ভগৱানৰ ওচৰত এয়ে প্ৰাৰ্থনা, ডাঃ বৰুৱাদেৱৰ দৰে শতজন মানৱপ্ৰেমী, সদাচাৰী ভাল ডাক্তৰ আৰু ভাল মানুহৰ জন্ম হওক— জৰাগ্ৰস্ত যন্ত্ৰণাকাতৰ এই পৃথিৱীলৈ যেন এধানি হ'লেও আশাৰ ৰেঙণি কঢ়িয়াই আনক।

# ডাঃ কনকচন্দ্ৰ বৰুৱা ঃ মই জনা দুই-এটি দিশ

**শ্ৰদ্ধানন্দ দুৱৰা**

এটি পূৰ্ণাঙ্গ জীৱন অতিবাহিত কৰি ঊনৈশ শ বিৰানৈৰৈ চনৰ ষোল ছেপ্টেম্বৰৰ নিশা অসম আইৰ সুযোগ্য সন্তান ডাঃ কনকচন্দ্ৰ বৰুৱাৰ জীৱন অৱসান হ'ল। পুণ্যতীৰ্থ নৱগ্ৰহৰ পাদভূমিত অৱস্থিত প্ৰখ্যাত নৱগ্ৰহ শ্মশানত তেওঁৰ নিষ্প্ৰাণ দেহ চিতাৰ জুয়ে সাবটি লোৱাৰ লগে লগে শেষ হৈ গ'ল এজন সু-ব্যক্তিত্বৰ অধিকাৰী সুদৰ্শন পুৰুষৰ নশ্বৰ দেহৰ অৱশেষখিনি। বৈ গ'ল কেৱল তেওঁৰ প্ৰভূত প্ৰতিভাৰ সাক্ষী বহন কৰা, দেশ আৰু সমাজৰ প্ৰতি আগবঢ়োৱা অৱিহণাখিনি।

যদিও বৃত্তিত তেওঁ আছিল এজন দক্ষ চিকিৎসক কিন্তু তেওঁৰ কৰ্মক্ষেত্ৰ আছিল অতি ব্যাপক। তেওঁৰ মৃত্যুত অসমে হেৰুৱালে এজন কৃতী চিকিৎসক, নিৰ্ভীক মুক্তিযুঁজাৰু, পাকৈত খেলুৱৈ, দক্ষ সংগঠক আৰু এজন অক্লান্ত সমাজ-সেৱকক। তেওঁ আছিল হাড়ে-হিমজুৱে অসমক ভালপোৱা এজন জাতীয়তাবাদী ব্যক্তি। তেওঁৰ মোহনীয় ব্যক্তিত্বই, ভাব আৰু কামৰ গতিশীলতাই, তীক্ষ্ণ বুদ্ধিমত্তাই সকলোকে সহজতে আকৰ্ষণ কৰিব পাৰিছিল। তেওঁৰ কৰ্মৰাজি বিস্তাৰিত হৈ আছে অসমৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক, বৈজ্ঞানিক আদি সকলো দিশতে। এইজনা ক্ষণ-জন্মা পুৰুষৰ কৰ্মৰাজিৰ সকলো দিশ সামৰি সন্নিবিষ্ট কৰি তেওঁৰ জীৱনৰ বিষয়ে আলোকপাত কৰাৰ দুঃসাহস মোৰ নাই। সি সম্ভৱো নহয়। কাৰণ তেওঁৰ কৰ্মময় জীৱনৰ সাক্ষী বুলি মই দাবি কৰিব নোৱাৰো। ই মোৰ ক্ষমতা আৰু যোগ্যতাৰ বাহিৰত। মাত্ৰ মোৰ জীৱন কালত তেখেতৰ সংস্পৰ্শলৈ আহি যি দুই-এটা কথা তেখেতৰ পৰা শুনিছিলো, তেখেতৰ সান্নিধ্যলৈ আহি তেখেতক অতি কাষৰ পৰা নিৰীক্ষণ কৰি যিখিনি অভিজ্ঞতা আহৰণ কৰিছিলো, তাৰে মাজৰ পৰা দুই-এটি দিশ বুটলি এই ক্ষুদ্ৰ লিখনিত

সন্নিবিষ্ট কৰাই মোৰ প্ৰয়াস হ'ব। ডাঃ বৰুৱা মোৰ অতি আত্মীয় লোক। তেওঁ মোৰ মাতৃৰ মোমায়েক। সমন্ধত মোৰ মামা-ককা যাক মই ককাদেউতা বুলি সম্বোধন কৰিছিলো। তেওঁক ঘৰত মৰমতে সোণ বুলি মাতিছিল। পোছাকী নামটো হ'ল কনক। দুয়োটা নামৰে অৰ্থ একে। যদিও শৈশৱ কালৰ পৰা ডাঃ বৰুৱাৰ লগত দেখা সাক্ষাৎ কৰিবলৈ সুযোগ-সুবিধা পাইছিলো তথাপি একেলগে বাস কৰি একান্তভাৱে ওচৰৰ পৰা তেখেতক নিৰীক্ষণ কৰিবলৈ সুযোগ পাইছিলো ১৯৩৪ চনত শিৱসাগৰত। তেতিয়া ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুল আৰু কলিকতাৰ স্কুল অব্ ট্ৰপিকেল মেডিচিনত শিক্ষা সাং কৰি ডেকা ডাঃ বৰুৱাই স্বাধীনভাৱে শিৱসাগৰত চিকিৎসা সেৱা আৰম্ভ কৰিছেহে মাত্ৰ। সেই সময়ত মোৰ মাতৃ বৰ টান নৰিয়াত পৰিল। যিহেতু দেউতা খোৱাঙৰ মৌজাদাৰৰ দায়িত্বত আছিল আমি বসবাস কৰিছিলো ডিব্ৰুগড়ৰ পৰা ষোল মাইলমান আঁতৰত খোৱাঙৰ নিজা বাসভৱনত। ৰোগ টানৰ ফালে ঢাল খোৱাত মোৰ দেউতাই ডাঃ বৰুৱালৈ খবৰ দিলে মাৰ নৰিয়াৰ কথা জনাই। তেখেত আহি ভাগিনীয়েকক (মোৰ মাক) পৰীক্ষা কৰি সু-চিকিৎসাৰ কাৰণে মাক শিৱসাগৰলৈ নিবলৈ পৰামৰ্শ দিলে। আৰু আমি সপৰিয়ালে শিৱসাগৰৰ ডাঃ বৰুৱাৰ অস্থায়ী বাসভৱনত উঠিলোগৈ। কোৱা বাহুল্য যে তেখেতৰ সু-চিকিৎসা আৰু অক্লান্ত সেৱা-যত্নৰ ফলত ডেৰ মাহ মানৰ মূৰত মা সম্পূৰ্ণ সুস্থ হৈ উঠিল। তেতিয়া মোৰ বয়স ৮ বছৰমান। সকলো কথা পৰিষ্কাৰকৈ মনত নাই। ডাঃ বৰুৱা চিকিৎসা সংক্ৰান্ত বিষয়ত সততে ব্যস্ত থাকিব লগাত পৰিছিল। ৰোগীৰ ভিৰ অতি বেছি। সেই সময়ত আজিকালিৰ দৰে জীৱন ৰক্ষাকাৰী ঔষধৰ পয়োভৰ নাছিল। পেটেণ্ট ঔষধতকৈ মিক্সাৰ জাতীয় দৰবৰ প্ৰচলন বেছি। সিও সহজলভ্য নাছিল। এই কথাৰ গুৰুত্বলৈ লক্ষ্য কৰি ডাঃ বৰুৱাই নিজাকৈ শিৱসাগৰত এখন ফাৰ্মাচী খুলি লৈছিল। ১৯৩৬ চনত ডাঃ বৰুৱা ভাৰতৰ বাহিৰত শিক্ষা ল'বলৈ যাওঁতে সেই ফাৰ্মাচীখনৰ স্বত্বাধিকাৰী স্বত্বৰ সাল-সলনি হ'ল। কিন্তু ডাঃ বৰুৱাই স্থাপন কৰা ফাৰ্মাচীখন তেতিয়া ডাঃ বৰুৱাই নামকৰণ কৰা বৰুৱা ফাৰ্মাচী বুলি এতিয়াও শিৱসাগৰত অৱস্থিত। অতি নিষ্ঠা আৰু একাগ্ৰতাৰে আত্মনিয়োগ কৰি অতি কম বয়সতে ডাঃ বৰুৱাই এজন সুদক্ষ চিকিৎসকৰূপে নিজকে প্ৰতিষ্ঠিত কৰিবলৈ সক্ষম হৈছিল। শিৱসাগৰত চিকিৎসকৰ ভেটি টনকিয়াল কৰি ডাঃ বৰুৱাই ১৯৩৬ চনত স্ব উপাৰ্জিত অৰ্থৰে ইউৰোপৰ চিকিৎসা বিজ্ঞানৰ স্নায়ুকেন্দ্ৰ ভিয়েনা চহৰলৈ ৰাওনা হ'ল উচ্চ শিক্ষাৰ কাৰণে। মেধাৱী ডাঃ বৰুৱাই এবছৰ কালৰ অন্তত ভিয়েনাৰ পৰা Z.I.M. ডিপ্লোমা পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ স্বদেশলৈ প্ৰত্যাবৰ্তন কৰিলে। কিন্তু সেইবাৰ শিৱসাগৰলৈ নগৈ গুৱাহাটীতে আকৌ স্বাধীনভাৱে চিকিৎসা ব্যৱসায় আৰম্ভ কৰিলে। অলপ সময়ৰ ভিতৰতে নিজৰ চেষ্টাৰ বলত ডাঃ বৰুৱাই এজন হৃদ-ৰোগ বিশেষজ্ঞ বুলি প্ৰতিষ্ঠা কৰিবলৈ সক্ষম

হ'ল। ১৯৩৭ চনৰ পৰা মৃত্যুৰ আগলৈকে গুৱাহাটী নগৰত হাজাৰ-বিজাৰ ৰোগগ্ৰস্ত দুৰ্গত নৰ-নাৰীক তেওঁ ৰোগ-মুক্ত কৰি যি মানৱীয় সেৱা আগবঢ়াই গৈছে সেই কথা গুৱাহাটীবাসীৰ মানসত সদা স্মৰণীয় হৈ ৰ'ব।

এই মহান পুৰুষজনৰ ঘনিষ্ঠ সান্নিধ্যলৈ আহিবলৈ মই দ্বিতীয়বাৰৰ কাৰণে সুযোগ পাও ১৯৪৩ চনত। প্ৰৱেশিকা পৰীক্ষাৰ দেওনা পাৰ হৈ কটন কলেজত কলেজীয়া শিক্ষাৰ প্ৰাৰম্ভণিতে মই তেখেতৰ উজানবজাৰৰ আমবাৰী ভাৰাঘৰত কেইমাহমান আছিলো আৰু তেখেতৰ সান্নিধ্য লভিবলৈ সুযোগ লাভ কৰিছিলো। তেতিয়া তেখেত বিবাহ-বান্ধোনত আবদ্ধ হোৱা নাছিল। থকা বাসভৱনটোৰ একাষৰ এটা কোঠাত ৰোগী পৰীক্ষা কৰা স্থান আৰু সেই কোঠাৰ একাষে এটি সৰু 'পেথলজিকল' পৰীক্ষাগাৰ। তাৰ বিপৰীতে এটা কোঠাত মই আৰু মোৰ আত্মীয় সহপাঠী এজন আছিলো। ডাঃ বৰুৱাৰ দৈহিক কৰ্ম ক্ৰমণিকাখন অতি সু-পৰিকল্পিত। নিৰ্দ্ধাৰিত সময়ত ৰোগী পৰীক্ষা কৰিছিল, প্ৰয়োজন সাপেক্ষে নিৰ্ভুলভাৱে ৰোগ নিৰ্ণয় কৰিবলৈ লেবৰেটৰীত নানান পৰীক্ষা-নিৰীক্ষা চলাইছিল। সকলো পৰীক্ষা নিজে যত্নসহকাৰে কৰিছিল, তেওঁক সহায় কৰিবলৈ ক্লিনিকেল এছিটেণ্ট আদি কোনো দ্বিতীয় ব্যক্তি নাছিল। তেওঁ এজন নিৰ্ভৰযোগ্য নিৰ্ভুল ৰোগ নিৰ্ণায়ক বুলি জনাজাত হোৱাত তেওঁৰ ওচৰলৈ নানা লোকৰ সমাগম হৈছিল। কামৰ পৰা অলপ অৱসৰ পালে তাতে বহি চিকিৎসা বিজ্ঞানৰ সদ্য প্ৰকাশিত আলোচনী বা কিতাপ পঢ়া-শুনা কৰিছিল। এই আলোচনী বা কিতাপত থকা চিকিৎসা বিজ্ঞানৰ অত্যাধুনিক তথ্যপাতি জানিবলৈ তেখেত বৰ আগ্ৰহশীল আছিল। গৱেষণাৰ প্ৰতিও তেখেতৰ আগ্ৰহ আছিল। সীমিত সা-সুবিধাৰ মাজতো তেখেতে চিকিৎসা বিষয়ৰ বহু প্ৰবন্ধপাতি লিখাৰ কথা আমাৰ বিদিত। তেখেত এজন বৈজ্ঞানিক দৃষ্টিসম্পন্ন ব্যক্তি। সেয়েহে ৰোগৰ নিৰ্ভুল নিৰ্ণয় কৰিবলৈ সকলো ধৰণৰ বিজ্ঞানসম্মত ব্যৱস্থা অৱলম্বন কৰিহে ৰোগীক চিকিৎসাৰ কাৰণে ব্যৱস্থাপত্ৰ দিছিল। ধনী-দুখীয়া সকলো স্তৰৰ মানুহ তেখেতৰ চিকিৎসা সাহায্য বিচাৰি কাষ চাপিছিল। ধনী আৰু দৰিদ্ৰৰ মাজত কোনো প্ৰভেদ নেদেখিছিল। কেতিয়াবা অৰ্থৰ অভাৱত পৰা নানাজন ৰোগীক বিনা অৰ্থে চিকিৎসা কৰা বা নিজৰ অৰ্থ ব্যয় কৰি দৰিদ্ৰজনক ঔষধ-পাতিৰ ব্যৱস্থা কৰাৰ কথা মই জানিছিলো। ই এক তেখেতৰ মানৱীয়তাৰ নিদৰ্শন।

তাৰ পাছত ১৯৫০ চনৰ আৰম্ভণিতে মই গুৱাহাটী বিশ্ববিদ্যালয়ত কৰ্মজীৱনৰ পাতনি মেলা দিন ধৰি তেখেতৰ মৃত্যুৰ দিনলৈকে বহুবাৰ তেখেতৰ সান্নিধ্যলৈ আহিবৰ সুযোগ-সুবিধা পাইছিলো। কেতিয়াবা নানা ধৰণৰ আলাপ-আলোচনাও হৈছিল। কেতিয়াবা তেখেতে অতীতৰ দিনবোৰৰ কথাও ব্যক্ত কৰিছিল। তেখেতৰ মুখে শুনা দুই-এটি কথা থূলমূলকৈ বৰ্ণনা কৰি এই ক্ষুদ্ৰ লিখনিৰ সামৰণি মাৰিম।

ডাঃ বৰুৱা আছিল এজন অত্যাধুনিক ব্যক্তি। তেওঁৰ জীৱন-দৰ্শন, দৃষ্টিভঙ্গী, কথা-বতৰা, চলন-ফুৰণ, পোছাক-পৰিচ্ছদ সকলো দিশতে প্ৰতিফলিত হৈছিল আধুনিকতাৰ ছাপ। আজিও তেখেতৰ প্ৰতিকৃতি মন-মানসলৈ আনিবলৈ চেষ্টা কৰিলে ভাহি উঠে সেই নেভি ব্লু ৰঙৰ পশ্চিমীয়া চুট-টাই পৰিহিত বলিষ্ঠ ব্যক্তিত্বৰ অধিকাৰী সু-দৰ্শন পুৰুষজনৰ প্ৰতিচ্ছবিখনি। কিন্তু তেখেতৰ জীৱনৰ আন এটা পৰ্বৰ কথা সকলোৰে বিদিত নহ'বও পাৰে। তেখেত আছিল গান্ধীজীৰ নেতৃত্বত পৰিচালিত প্ৰথম অসহযোগ আন্দোলনৰ এজন নিৰ্ভীক স্বাধীনতা যুঁজাৰু। গান্ধীজীৰ আহ্বানত আন্দোলনত জঁপিয়াই পৰাৰ সময়ত তেওঁ আছিল কটন কলেজৰ চতুৰ্থ বাৰ্ষিক শ্ৰেণীত পঢ়া এজন মেধাৱী বিজ্ঞানৰ ছাত্ৰ। আধৰুৱাকৈ কলেজীয়া শিক্ষা বিসৰ্জন দি ১৯২২ চনৰ আগভাগত ডিব্ৰুগড় কাৰাগাৰত তিনিমাহ কাৰাবৰণ কৰি কংগ্ৰেছৰ উৰ্দ্ধতম কৰ্তৃপক্ষৰ নিৰ্দেশত ছমাহ কাল গান্ধীজীৰ বিখ্যাত সবৰমতী আশ্ৰমত অহিংসা নীতিত দীক্ষিত হৈ তেওঁ ডিব্ৰুগড়ৰ দাঁতিকাষৰীয়া গাঁৱত নিষ্ঠাৰে সৈতে গঠনমূলক কামত আত্মনিয়োগ কৰিছিল। পৰিধানত তেতিয়াই আছিল ডাঠ খদ্দৰৰ চুৰিয়া আৰু হাত চুটি পাঞ্জাবী। তেওঁৰ জীৱনৰ সেই পৰ্ব এতিয়া বুৰঞ্জী হ'ল।

তাৰ পিছত ১৯২৪ চনত ডিব্ৰুগড়ত অৱস্থিত বেৰী হোৱাইট মেডিকেল স্কুলত অধ্যয়ন কৰিবলৈ আৰম্ভ কৰি সুখ্যাতিৰে শিক্ষা সাং কৰি ১৯৩০ চনত চিকিৎসক হিচাপে অৱতীৰ্ণ হয় শিৱসাগৰ চহৰত আৰু লগে লগে দিক নিৰ্ণয় হয় তেওঁৰ ভৱিষ্যৎ জীৱনৰ।

তাৰ বহু বছৰৰ পিছত অসহযোগ আন্দোলন আৰু কাৰাবৰণৰ কথা ওলোৱাত মই তেখেতক সুধিছিলো, 'অসহযোগ আন্দোলনৰ পৰিসমাপ্তি আৰু জেল হাজোত খাতি বাহিৰলৈ ওলাই আহি আপোনাৰ অনুশোচনা বা নৈৰাশ্যৰ ভাব আহিছিল নে?' তেওঁ কৈছিল যে অনুশোচনা তেওঁৰ অহা নাছিল। ভৱিষ্যতৰ পন্থাৰ বিষয়ে চিন্তিত হৈছে তেওঁ আৰু আন কেইগৰাকীমান সতীৰ্থৰ লগত ভৱিষ্যৎ কাৰ্যপন্থাৰ এটা দিক নিৰ্ণয়ৰ আশাৰে সেই সময়ৰ বৰেণ্য কংগ্ৰেছী নেতা তৰুণৰাম ফুকনৰ কাষ চাপিছিল। ফুকনৰ উক্তিয়ে তেওঁলোকৰ মনত নতুন আশাৰ সঞ্চাৰ ঘটালে—ফুকনে তেওঁলোকক সম্বোধি তেওঁৰ স্বভাৱসুলভ গলগলীয়া মাতেৰে উৎসাহিত কৰি ক'লে, 'আমি এখন যুদ্ধতহে পৰাজিত হ'লো, স্বাধীনতা সমৰ এতিয়াও শেষ হোৱা নাই, লক্ষ্য আমাৰ বহুত দূৰত। তোমালোক হতাশ নহ'বা, পৰৱৰ্তী যুদ্ধৰ কাৰণে নিজকে প্ৰস্তুত কৰিবলৈ আৰম্ভ কৰি দিয়া। জয় আমাৰ অনিবাৰ্য।' তেওঁৰ সেই উক্তিত সকলো উৎসাহিত হৈ নিজ নিজ কৰ্মপন্থা বাছি লৈ নতুন উদ্যমেৰে দেশসেৱাত ব্ৰতী হ'বলৈ আৰম্ভ কৰি দিলে। ডাঃ বৰুৱাই ফুকনৰ উক্তি শেষ বয়সতো গৌৰৱেৰে সুঁৱৰিছিল।

সবৰমতী আশ্ৰমৰ দিনবোৰ স্মৰণ কৰি ডাঃ বৰুৱাই কথা প্ৰসঙ্গত কৈছিল যে তেওঁ সবৰমতী আশ্ৰমত থকা সময়ত বহুজন অক্লান্ত গঠনমূলক কৰ্মীৰ সংস্পৰ্শলৈ আহিবলৈ সুযোগ পাইছিল। তাৰ দুজনমানে ভৱিষ্যতৰ অতি গধুৰ দায়িত্ব পালন কৰিছিল। তাৰে এজন হ'ল সৰ্বোদয় আন্দোলনৰ প্ৰধান হোতা বিনোবাজী আৰু আনজন উৰিষ্যা ৰাজ্যৰ প্ৰাক্তন মুখ্যমন্ত্ৰী নবকৃষ্ণ চৌধাৰী। চৌধাৰীয়ে জীৱনৰ শেষত সক্ৰিয় ৰাজনীতি বাদ দি সৰ্বোদয় আন্দোলনত আত্মনিয়োগ কৰিছিল। সৰ্বোদয়ৰ কামত চৌধাৰী গুৱাহাটীলৈ আহোঁতে তেওঁৰ সবৰমতী আশ্ৰমৰ পুৰণি সতীৰ্থ ডাঃ বৰুৱাৰ নিজ বাসভৱনলৈ আহি বহুতো ভাবৰ আদান-প্ৰদান কৰি গৈছিল। তেওঁলোক দুজনৰ বাহিৰেও আশ্ৰমত তেওঁলোকৰ মাজত আৰু এজন বৰ মেধাবী তীক্ষ্ম বুদ্ধিসম্পন্ন ব্যক্তি আছিল। তেওঁ বিনোবাজীৰ অগ্ৰজ। তেওঁৰ কাৰ্যকলাপে সকলোকে সহজতে আকৰ্ষিত কৰিছিল। কিন্তু অকালতে তেওঁৰ মৃত্যু ঘটিল। তেওঁ জীৱিত থকা হ'লে গান্ধীজীয়ে সৰ্বোদয়ৰ নেতৃত্ব কাৰ হাতত ন্যস্ত কৰিলেহেঁতেন তাক কোৱা টান।

১৯২১ চনৰ অসহযোগ আন্দোলনৰ পিছত ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলন, ২৯৪০ সত্যাগ্ৰহ আৰু সৰ্বশেষত গোটেই ভাৰত গ্ৰাস কৰা ১৯৪২ চনৰ গণ আন্দোলনকে ধৰি বহুকিখন স্বাধীনতা যুঁজ হৈছিল। অৱশেষত ভাৰত স্বাধীন হ'ল ১৯৪৭ চনৰ ১৫ আগষ্টত। ডাঃ বৰুৱাই প্ৰথমখনৰ বাহিৰে কোনো এটা আন্দোলনতে সক্ৰিয় ভূমিকা লোৱা নাছিল যদিও তেওঁৰ স্বদেশপ্ৰেম সদা জাগ্ৰত হৈ আছিল। দেশৰ আৰু সমাজৰ প্ৰতি থকা দায়বদ্ধতাই তেওঁৰ মনত সদায় অগ্ৰাধিকাৰ পাইছিল। ডাঃ বৰুৱাৰ বহুমুখী প্ৰতিভা আৰু কৃতিত্বই আমাৰ ভৱিষ্যতৰ বংশধৰসকলক সদায় অনুপ্ৰাণিত কৰি থাকিব। কিন্তু দুখৰ বিষয়, তেওঁৰ এখন পূৰ্ণাঙ্গ জীৱনী নাই। আশা কৰো, এই সোঁৱৰণিত ঠাই পোৱা প্ৰবন্ধৰাশিয়ে তেওঁৰ বহুমুখী প্ৰতিভাৰ সকলো দিশতে আলোকপাত কৰি তেওঁৰ পূৰ্ণাঙ্গ জীৱনীৰ ভেটি সৃষ্টি কৰিব আৰু ইয়াৰ আলম লৈয়ে কোনো সমাজ সচেতন ব্যক্তিৰ সৎ প্ৰচেষ্টাত এই অভাৱটি অদূৰ ভৱিষ্যতে দূৰ হ'ব।

শেষত এই মহান ব্যক্তিগৰাকীৰ পুণ্য স্মৃতিত সেৱা জনাই এই ক্ষুদ্ৰ লিখনিৰ সামৰণি মাৰিলো।

# শ্ৰদ্ধাৰ্ঘ্য

**মীৰা জেলিল**

যি সকল লোকে নিজৰ জ্ঞান-গৰিমা, ধন-সম্পত্তি মাথো নিজে উপভোগ নকৰি জনহিতকৰ কামত ব্যৱহাৰ কৰি আনন্দ লাভ কৰে, সেইসকল লোকক সমাজে বহুকাল পিছলৈ মনত ৰাখে। আৰু আন শ্ৰেণীৰ গুণী বা ধনী লোকক সমাজে পাহৰি যায়। বৰুৱাদেৱৰ মৃত্যুত বহুতে গভীৰ বেদনা অনুভৱ কৰিছে আৰু তেখেতৰ জীৱনৰ কাৰ্যকলাপ স্মৰণ কৰিছে। তেখেতৰ বহুমুখী প্ৰতিভাৰ বিষয়ে লিখিবলৈ গ'লে এখনি গ্ৰন্থ হৈ পৰিব, গতিকে ডাঃ বৰুৱাক মই কেনেদৰে জানিছিলো সেই বিষয়ে লিখিবলৈ আৰম্ভ কৰিলোঃ

তেখেত আমাৰ পৰিয়ালৰ আপোনৰো আপোন আছিল। বিপদে, আপদে সদায়ে সহায়-সহানুভূতি আগ বঢ়াইছিল, মৰম-চেনেহৰ এনাজৰীৰে সকলোকে আপোন কৰি লৈছিল। মোৰ দেউতা মৌলানা তৈয়াবুল্লাৰ লগত তেখেতৰ ঘনিষ্ঠ সম্বন্ধ আছিল। ১৯৪১-১৯৪২ চনটো দেশৰ বাবে বৰ সঙ্কটময় আছিল। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ সত্যাগ্ৰহৰ ভাৰ পৰিছিল দেউতাৰ ওপৰত কাৰণ তেওঁ সেই সময়ৰ 'বিপ্লৱী' অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি আছিল। ৰাতিয়ে-দিনে অক্লান্ত পৰিশ্ৰম কৰিবলগীয়া হৈছিল। আমাৰ কথা ভাবিবলৈ তেওঁৰ আহৰি নাছিল। ফলত আমাৰ খাবলৈ ভাত নাই, কাপোৰ নাই, স্কুলৰ ফিজ নাই, এশ এবুৰি চিন্তাত আমি ক্লান্ত হৈ পৰিছিলো, দেউতাৰ কাণসাৰেই নাই। ঘৰত চাউল নাছিল, পইচাও নাই, ভাতৰ দেকছিত, খৰিৰ চৌকাত পানীহে উতলি আছিল। মোৰ চেনেহৰ ভাইটী কোঁৱৰ চাৰে চাৰি বছৰীয়া, তাৰ বৰ ভোক লাগিছিল, আমাৰ বৰ বাইদেউ আৰাৰু, এমুঠি ভাত খুজিলে নিমখেৰে খাব, বায়ে তাক কৈছিল কোঁৱৰ, মিলিটেৰীবিলাকে ইমান ল'ৰা-ছোৱালীক খোৱাবস্তু বিলাইছে তোমাৰ ইমান ভোক লাগিছে, ঘৰত যে চাউলেই নাই কিবা আনি খোৱা না। মোৰ আদৰৰ ভাইটীয়ে উত্তৰত কৈছিল; বৃটিছৰ বস্তু কেলেই খাম। ভোকত অস্থিৰ হৈ বাৰে বাৰে ভাত খুজিলে বাইদেৱে বিচাৰি, দুমুঠি চাউল পালে। উতলি

থকা দেকছিত (ডাঙৰ মুখৰ) দুমুঠি চাউলকে ভাইটীলৈ চৌকাত তুলি দিলে। অসাৱধানৰ বাবে দেকছিটো নিজৰ বহি থকা বাওঁপিনে লবালবিকৈ নমাই মাটিতে থ'লে। টিমিক ঢামাক চাকিৰ পোহৰত স্পষ্টকৈ দেখা নেপায়। মোৰ চেনেহৰ ভাইটী কোৱঁৰ বাবাই দৌৰি আহি 'আৱা বাইদেৱে মোলৈ ভাত বান্ধিছে, মই নিমখেৰে ভাত খাব পাম' বুলি মূঢ়া বুলি গৰমপানীৰ দেকছিতে বহি দিলে। সেই ঐ! মোৰ বুকুৰ মণি, নয়নৰ মণি বাবা কোৱঁৰৰ হাড়কেইডালৰ বাহিৰে সকলো ছাল খহি গ'ল, কি যে হৃদয়বিদাৰক দৃশ্য, চিঞৰত গগন ফটালে আৰু সংজ্ঞাহীন হৈ পৰিল, মানুহৰে ঘৰ ভৰি গ'ল। দেউতা তেতিয়া হেগীভেলীৰ পুৰণা কংগ্ৰেছ অফিচত 'সত্যাগ্ৰহ' আৰ্চনি লৈ ব্যস্ত, ৱৰ্কিং, কমিটীৰ মিটিং, খবৰ দিয়া হ'ল, আহিল, মৌন হৈ থিয় হৈ মাথো ক'লে সকলো ঈশ্বৰৰ ইচ্ছা। মাহীদেউ, দেউতা, আমি তাহানিৰ চিভিল হাস্পতাললৈ কোঁৱৰক লৈ গ'লো। মাহীদেউ আউলী-বাউলী হৈ ডাক্তৰসকলক ভৰিত ধৰি মাথো কান্দি কান্দি কৈছিল, ডাক্তৰ মোৰ কোঁৱৰ বাবা বাচিবনে? আপোনালোকৰ ভৰিত ধৰিছো, মোৰ পোনাকণক বচাই দিয়ক। ডাক্তৰসকল মৌন, নিমাত, হুমুনিয়াহ কাঢ়িলে মাথো। কনক বৰুৱা দদাইদেউ আৰু পদ্ম হাজৰিকা দদাইদেৱে অক্লান্তভাৱে ৰাতিয়ে-দিনে সেৱা-শুশ্ৰূষা কৰি, নিজৰ যথাসৰ্বস্ব ত্যাগ স্বীকাৰ কৰি, আৰ্থিক সাহায্য দি, ঔষধ আৰু প্ৰয়োজনীয় সকলো দি ১৩ দিন ধৰি দিনটো থাকি, আধা ৰাতিলৈকে অক্লান্ত পৰিশ্ৰম কৰি, অলপ ভাললৈ অহা লক্ষণ দেখিবলৈ পালে। তেখেতসকলে স্বস্তিৰ নিশ্বাস পেলালে আৰু মোৰ মাহীমা বেগমৰোজ তৈয়বুন্নাক কলে, বেগম তৈয়বুন্না আপোনাৰ অসীম ধৈৰ্য, ত্যাগ আৰু সেৱা-শুশ্ৰূষাত 'কোৱঁৰে পুনৰ্জীৱন ঘূৰাই পালে। ৰাতি ৯-৩০ত বিদায় লৈ গ'ল, আৰু বিদায় ল'লে মৰমৰ কোৱঁৰক মৰম কৰি। দেউতা আৰু মাহীদেৱে তেতিয়াহে এগৰাহ ভাত মুখত দিছিল আৰু দুয়ো বহি কৈছিল, আমাৰ কোৱঁৰ বাবাক আমি ফিৰাই পালো। ৰাতি দহ বাজিছিল, বিছনালৈ আহি দেখে ভাইটীৰ চকুৰ ৰং সলনি হৈছে, খুব লাহে লাহে বাপুজী, পণ্ডিতজী উচ্চাৰণ কৰিছে। অৱস্থা দেখি দেউতাই আমাৰ ঘৰৰ ওচৰতে থকা ডাঃ পদ্ম হাজৰিকাক 'ডাঃ হাজৰিকা' বুলি বিকট চিঞৰ মাৰিলে। তেখেতে তৎক্ষণাত যেনেদৰে আছিল তেনেকৈয়ে দৌৰি আহিছিল। বাকী কথা মোৰ মনত নাই. দেউতা দৌৰি কনক বৰুৱা দদাইদেউৰ ঘৰলৈ গৈছিল (তেখেতৰ ঘৰ আছিল আমবাৰীৰ খনন কাৰ্যৰ সম্মুখত) দদাইদেউ দেউতাৰ লগতে যন্ত্ৰপাতি লৈ দৌৰি দৌৰি আহিছিল। কিন্তু হায়, তাৰ আগতে আমাৰ অতি চেনেহৰ নেহৰুজীৰ ভাষাত 'অসাধাৰণ ল'ৰা' কোঁৱৰে আমাক চিৰ জীৱনলৈ কন্দুৱাই য'ত চিৰশান্তি বিৰাজ কৰে সেই ঠাইলৈ চিৰ জীৱনৰ বাবে বিদায় ল'লে। নেহৰুজীয়ে দেউতাক ভৱিষ্যৎ বাণীৰে কৈছিল : তৈয়বুল্লা, তোৰ এই ধুনীয়া চাৰে চাৰি বছৰীয়া ল'ৰাটোৰ লক্ষণ দেখি মোৰ মনত ভাব হৈছে, তোৰ এই ল'ৰা নেবাচিব। বাচে

যদি ই আমাতকৈ ওপৰলৈ যাব। নেহৰুজীৰ ভৱিষ্যৎবাণী ঠিকেই ফলিয়ালে। কনক দদাইদেউ আৰু হাজৰিকা দদাইদেউ শোকত ম্ৰিয়মাণ হৈ পৰিছিল। একো খোৱা-বোৱা কৰা নাছিল। তেখেতসকলো হুকহুকাই কান্দি বহি পৰিছিল কোৱঁৰৰ ওচৰত। এয়ে আছিল মহান মানৱতাপ্ৰেমী ডাঃ কনকচন্দ্ৰ বৰুৱা আৰু ডাঃ পদ্ম হাজৰিকা দদাইদেউ।

ডাঃ বৰুৱাক মই যেনেদৰে জানিছিলো সকলো কথা লিখিবলৈ হ'লে বহু দীঘলীয়া হ'ব। মানৱতাপ্ৰেমী বৰুৱা আছিল দুখীয়া, নিঠৰুৱা, ৰুগীয়া (বিশেষকৈ দীঘলীপুখুৰীৰ ওচৰত ডাঃ সূৰ্যকুমাৰ ভূঞা ৰোডত) থকা আমবাৰীৰ মুছলিম মহল্লাখনৰ' 'দেৱতা' আছিল। বিনা ভিজিটত এই দুখীয়া-নিচলা মানুহখিনিৰ তেখেতেই আশাৰ স্থল আছিল। ঔষধ, টনিক, দিহা, পৰামৰ্শ দি তেওঁলোকক সহায় কৰিছিল। তেখেতে যি অৱদান দি গ'ল তাৰ বাবে তেওঁলোকে সদায় আত্মাৰ সদগতিৰ বাবে ঈশ্বৰৰ ওচৰত খাটে। মই তেখেতক 'দীনবন্ধু' নামেৰে অভিহিত কৰিব বিচাৰিছো। তেখেত এজন মহান ব্যক্তি আছিল। মই তেখেতক জানিছিলো এজন ৰসিক দয়ালু বিপদৰ বন্ধু, দুখীয়াৰ ত্ৰাণকৰ্তা হিচাপে।

শেষত মোৰ অন্তৰভৰা শ্ৰদ্ধাঞ্জলি এই মহানুভৱ ব্যক্তিগৰাকীলৈ যাচিলো।

# চিকিৎসকৰূপে ডাঃ কনকচন্দ্ৰ বৰুৱা

ডাঃ দীনেশ চন্দ্ৰ দুৱৰা

ডাঃ বৰুৱাই ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলৰ পৰা পাছ কৰি শিৱসাগৰত বৰুৱা মেডিকেল হল নাম দি এখন ফাৰ্মাচী খুলি ডাক্তৰী আৰম্ভ কৰিছিল। সেই সময়ত তেওঁ আন্তৰিকতাৰে ৰোগীৰ চিকিৎসা কৰিছিল আৰু সৰবৰহী ডাক্তৰ হিচাপে জনাজাত হৈছিল। কিছুদিন তাত থকাৰ পিছত তেখেত ভিয়েনালৈ গ'ল আৰু ভিয়েনা বিশ্ববিদ্যালয়ত জেদ আই এম পাঠ্যক্ৰমত ভৰ্তি হলগৈ। তাৰ পৰা সুখ্যাতিৰে পাছ কৰি তেওঁ ভাৰতলৈ ঘূৰি আহে আৰু গুৱাহাটীত ডাক্তৰী আৰম্ভ কৰে। তাতো তেওঁ ভাল চিকিৎসক হিচাপে জনাজাত হবলৈ ধৰে। তেওঁ ৰোগীৰ অসুখৰ বুৰঞ্জী ভালকৈ নোলোৱাকৈ শৰীৰ পৰীক্ষা আৰম্ভ নকৰিছিল। সেই কাৰণে তেওঁ সহজে ৰোগ ধৰিব পাৰিছিল আৰু সুখ্যাতিৰে চিকিৎসা কৰিব পাৰিছিল। বেমাৰীৰ জৰিয়তে তেওঁৰ যশস্যা প্ৰচাৰ হোৱাৰ লগে লগে গাওঁ-ভূঁইৰ পৰা বহুত বেমাৰী তেওঁৰ ওচৰলৈ আহিছিল। বেমাৰীৰ গাঁৱৰ ঘৰলৈ গৈয়ো বহুতক চিকিৎসা কৰিছিল। চিকিৎসাৰ পাৰিশ্ৰমিক হিচাপে কোনো দাবি নকৰিছিল। সকলোৱে শক্তি চাই ভক্তি কৰিছিল। তেওঁ দুখীয়া আৰু ধনীৰ চিকিৎসাৰ ক্ষেত্ৰত কোনো প্ৰভেদ নেৰাখিছিল। যিমান দূৰ সম্ভৱ কম দামৰ ঔষধৰ ব্যৱস্থা দিছিল। কোনো দুখীয়া ৰোগীয়ে ঔষধৰ খৰচ বহন কৰিব নোৱাৰিলে নিজৰ জেপৰ পৰাই ধন দি সহায় কৰিছিল।

কৰ্কট ৰোগৰ চিকিৎসাৰ কাৰণে লোকপ্ৰিয় গোপীনাথ বৰদলৈ হাস্পতাল স্থাপনৰ গুৰি ধৰিছিল। তেনেকৈ কেন্সাৰ ৰোগৰ চিকিৎসাৰ কাৰণে ডাঃ ভুৱনেশ্বৰ বৰুৱা চিকিৎসালয়খনৰ প্ৰতিষ্ঠা আৰু পৰিচালনাত তেওঁৰ অৰিহণাই প্ৰধান। ইয়াৰ কাৰণে তেওঁ চৰকাৰী, বেচৰকাৰী আৰু জনসাধাৰণৰ পৰা পুঁজি সংগ্ৰহ কৰিছিল, আৰু আন ধৰণে যথেষ্ট কষ্ট কৰি কেন্সাৰ হাস্পতাল আৰম্ভ কৰিছিল। এইটোৱেই দেশৰ উত্তৰ-পূব খণ্ডত কেন্সাৰ বেমাৰৰ প্ৰথম অনুষ্ঠান। তেওঁৰ অবিহনে এই অনুষ্ঠান সম্ভৱ নহ'লহেঁতেন আৰু ইমান সোনকালে আৰম্ভ নহ'লহেঁতেন। ১৯৭৪ চনত ২০খন বিছনাৰে হাস্পতাল আৰম্ভ হ'ল।

১৯৮০ চনত বিছনা ৫০খনলৈ বৃদ্ধি হ'ল। ১৯৮৬ চনত হাস্পতালখন চৰকাৰে ল'লে। ১৯৮৯ চনত নৰ্থ ইষ্টাৰ্ণ কাউঞ্চিল আৰু ভাৰত চৰকাৰৰ আনকি আণৱিক শক্তি বিভাগে অসম চৰকাৰৰ লগত সহযোগ কৰিলে। এই অনুষ্ঠানৰ কাৰণে তেওঁ ইমানেই ব্যস্ত হৈ পৰিছিল যে নিজৰ প্ৰেকটিচো কমাই দিছিল। জীৱনৰ শেষলৈকে তেওঁ ইয়াৰ ট্ৰাষ্ট বোৰ্ডৰ সভাপতি আছিল। এই অনুষ্ঠানৰ লগত ফখৰুদ্দিন আলী আহমেদ, বিমলাপ্ৰসাদ চলিহা, মহেন্দ্ৰমোহন চৌধুৰী, বিষ্ণুৰাম মেধি আদি জড়িত আছিল যদিও ডাঃ বৰুৱাৰ অৰিহণা কোনো গুণেই কম নাছিল। তেওঁ এই অনুষ্ঠানটোৰ পিতৃ-মাতৃৰ নিচিনা আছিল। তেওঁ ইয়াৰ কাৰণে কৰা ত্যাগ আৰু কৰ্মৰ কাৰণে মানুহৰ মাজত চিৰ স্মৰণীয় হৈ থাকিব।

ডাক্তৰসকলৰ সাংগঠনিক অনুষ্ঠান ইণ্ডিয়ান মেডিকেল এছোচিয়েশ্বনৰদুবাৰো সভাপতি আছিল ডাঃ বৰুৱা, এবাৰ ১৯৫৪ চনত শ্বিলঙত আৰু এবাৰ ১৯৫৫ চনত শিলচৰত।

ইয়াৰ উপৰি খেল-ধেমালিত তেওঁ বৰ পাকৈত আছিল, ফুটবল, ক্ৰিকেট, টেনিছ বেডমিণ্টন, টেবুল টেনিছ আদি তেওঁ ভালকৈ খেলিব পাৰিছিল; এই-বিলাক খেলৰ অনুষ্ঠানবিলাকত তেওঁ হয় সম্পাদক নহয় সভাপতিৰূপে আছিল।

নানা ধৰণৰ সাংস্কৃতিক অনুষ্ঠানৰ লগতো তেওঁ ঘনিষ্ঠভাৱে জড়িত আছিল, যেনে গুৱাহাটী চিনে ক্লাব, ৰোটাৰী ক্লাব ইত্যাদি।

ভাৰতৰ স্বাধীনতা আন্দোলনতো তেওঁ ভাগ লৈছিল। তাৰ কাৰণে জেলো খাটিবলগীয়া হৈছিল।

তেখেত সম্বন্ধত মোৰ মোমাই আছিল। আৰু মোক বিশেষ মৰমৰ চকুৰে চাইছিল। ময়ো বিশেষ শ্ৰদ্ধাৰে তেখেতৰ আদৰ্শ লাভ কৰিছিলো। তেখেতৰ কৰ্মই মোক অনুপ্ৰাণিত কৰিছিল। গুৱাহাটীত থকা সময়ত মই তেওঁক প্ৰায়েই লগ পাইছিলো আৰু নানা বিষয়ত উপদেশ লৈছিলো।

# মৰমৰ দদাইদেউৰ স্মৃতিত

**লখিমী চৌধুৰী**

আজি মোৰ মৰমৰ দদাইদেউ (কনকচন্দ্ৰ বৰুৱা) আৰু ইহ সংসাৰত নাই। তেখেত এজন মহান চিকিৎসক, শিল্পী, সাহিত্যিক আৰু দেশপ্ৰেমিক আছিল। আজি মোৰ মনত পৰিছে মোৰ শৈশৱ কালৰ কথা। মই দদাইদেউৰ লগতে ডাঙৰ হৈছিলো। তেখেত মোৰ পিতৃতুল্য আছিল। আজি মই একেবাৰে নিঠৰুৱা হৈ পৰিলো। দদাইদেউহঁতৰ ছয়জন ককাই-ভাই আৰু সাতগৰাকী বাই-ভনী আছিল। তেখেতৰ দেউতাকৰ নাম আছিল জীৱেশ্বৰ বৰুৱা আৰু মাকৰ নাম গিৰিজা বৰুৱা। ককাদেউতা জীৱেশ্বৰ বৰুৱাই শদিয়াত হাকিমৰ কাম কৰিছিল আৰু দদাইদেউ সেই ঠাইতে ডাঙৰ-দীঘল হৈছিল। তাৰ পিছত ডিব্ৰুগড়লৈ আহে।

ডিব্ৰুগড় হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰে। ১৯২১ চনত গান্ধীজীৰ নেতৃত্বত হোৱা অসহযোগ আন্দোলনত তেওঁ সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰে। সবৰমতী আশ্ৰমত থাকি তেওঁ গান্ধীজীৰ পৰা শিক্ষা লৈছিল। সূতা কটা, গান্ধীজীৰ বাণী যেনে, বিলাতী কাপোৰ বৰ্জন, আদি শিক্ষাৰ দীক্ষা লৈছিল। দদাইদেৱে সদায় খদ্দৰৰ পাঞ্জাবী, চুৰিয়া আৰু চাদৰ লৈ বাহিৰলৈ ওলাইছিল।

তেওঁ এল. এম. পি. পাছ কৰি বিলাতলৈ যাবলৈ চেষ্টা চলায় হৃদয়ৰোগৰ বিশেষজ্ঞ হ'বলৈ। এই চেষ্টাৰ ফলত তেওঁ ১৯৩৫ চনত বিলাতলৈ যাবলৈ সক্ষম হয়। তেতিয়া উৰাজাহাজ নথকাত তেওঁ 'Victoria' নামৰ জাহাজত বম্বেৰ পৰা লণ্ডনলৈ গৈছিল। এই দীঘলীয়া বাট যাবলৈ তেওঁৰ এমাহ লাগিছিল। তেওঁ অতি মৰমেৰে আমালৈ সকলো ঠাইৰ পৰা চিঠি লিখিছিল। ভিয়েনাত তেওঁ cardiography পঢ়িবলৈ গৈছিল। এবছৰৰ মূৰত সকলো জ্ঞান আহৰণ কৰি তেওঁ ঘৰলৈ ওভতে। তেওঁ আহি মাকক শয্যাগত অৱস্থাত পায়। বিলাতলৈ যোৱাৰ আগতে শিৱসাগৰত খুলি থোৱা ফাৰ্মাচীত তেওঁ চিকিৎসা আৰম্ভ কৰে।

দুখীয়াৰ পৰা কেতিয়াও পইচা নলৈছিল। আনকি দৰব কিনিবলৈও তেওঁলোকক পইচা দিছিল। শিৱসাগৰত থাকোতে তেওঁ বহুত সামাজিক অনুষ্ঠানৰ লগত জড়িত আছিল। ইয়াৰ নাটঘৰত তেওঁ বহুত নাটকত ভাও লৈছিল। তেতিয়া তেওঁৰ লগত আছিল প্ৰফুল্ল বৰুৱা আৰু ফুনু বৰুৱা আদি। ইয়াৰ উপৰি তেওঁ বহুতো সভা-সমিতিৰ লগতো জড়িত আছিল।

ইয়াৰ পিছত তেওঁ গুৱাহাটীলৈ আহে। অতি সোনকালে তেওঁ ভাল আৰু মৰমিয়াল ডাক্তৰ হিচাপে প্ৰসিদ্ধ হয়। ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ লগত তেওঁ সততে ৰোগ সম্বন্ধে আলোচনা কৰিছিল। তেওঁ ৰোগীৰ ধাতু চাই চিকিৎসা কৰিছিল। তেওঁ বেছি দামী বা কাঢ়া ঔষধ পৰাপক্ষত নিদিছিল।

'ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠান' দদাইদেউ কনকচন্দ্ৰ বৰুৱাৰ ভাতৃ প্ৰেমৰ এক সুউচ্চ চানেকী। দেহে-কেহে তেওঁ এই অনুষ্ঠানটোৰ লগত জড়িত হৈ পৰিছিল।

দদাইদেউৰ জীৱন আছিল সুশৃঙ্খলিত আৰু সুনিয়ন্ত্ৰিত। সেয়েহে বহু অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত সক্ৰিয়ভাৱে জড়িত থাকিও সকলো কাম নিয়াৰিকৈ কৰিব পাৰিছিল। নিজে যেনে এটা পৰিপাটি জীৱন যাপন কৰিছিল, আনকো তেনেভাৱে চলিবলৈ উপদেশ দিছিল। তেখেতে সকলোৰে লগত সম ব্যৱহাৰ কৰিছিল। কেতিয়াও কাকো কোনো অপ্ৰিয় কথা নকৈছিল। দদাইদেউ যেন পৃথিৱীলৈ আহিছিল মানৱ-সেৱা যোগে আৰ্তজনৰ দুখ মোচন কৰিবলৈ আৰু মানুহক আনন্দ দিবলৈ!

# ডাক্তৰ কনক চন্দ্ৰ বৰুৱা ঃ ব্যক্তি আৰু ব্যক্তিত্ব

বসন্ত মঙ্গল নেওগ

"তেমেব শৰণং গচ্ছ সৰ্বভাৱেন ভাৰত।
তৎপ্ৰসাদাৎ পৰাং শান্তিং স্থানং প্ৰাপ্স্যসি শাশ্বতম্।।"
( শ্ৰীমদ্ভাগৱত গীতা ১৮/৬২ )

গীতিকবি পাৰ্বতীপ্ৰসাদৰ ভাষাত দুখিনীয়া উৎসৱৰো বিষাদৰাগী আছে সময়ৰ বালি-চাপৰিৰ বলুকাৰাশিত— মিলন মুহূৰ্তৰো বিদায়ৰ ক্ষণ আছে জীৱনৰ মধ্যাহ্ন পৰত। (পাই হেৰুওৱাৰ বেদনাই দগ্ধ কৰিলেও) মানসিক আৰু বৌদ্ধিক উত্তৰণ ঘটোৱাত মুখ্য ভূমিকা গ্ৰহণ কৰা ডাক্তৰ কনক চন্দ্ৰ বৰুৱা আছিল সকলো সময়তে ধীৰ, স্থিৰ, শান্ত, সৌম্য, ধৈৰ্য, সাহস আৰু ত্যাগৰ প্ৰতীকস্বৰূপ। সকলোকে সহিষ্ণু গুণৰ অধিকাৰী হ'বলৈ উপদেশ দিয়া ডাক্তৰ বৰুৱা আছিল স্বল্পভাষী-মৃদুভাষী। চিকিৎসক জীৱনত ডাক্তৰ বৰুৱাৰ নিষ্ঠা আৰু দায়িত্ববোধৰ যি মহানতা সেয়া আমাৰ নতুন প্ৰজন্মসকলৰ বাবে এক অনন্ত অনুপ্ৰেৰণাস্বৰূপ। ডাক্তৰ বৰুৱাৰ এই আদৰ্শ পালন কৰিব পাৰিলেহে তেখেতৰ সোঁৱৰণৰ সাৰ্থকতা হ'ব।

আজীৱন সমাজ-সেৱক ডাক্তৰ কনকচন্দ্ৰ বৰুৱা : মানুহজনৰ তুলনা নাই, তেওঁ অতুলনীয়। আকৰ্ষণীয় চেহেৰা, পৰিপাটি পোছাকেৰে দেখিলেই সততে শ্ৰদ্ধাত মূৰ দোঁ খাই অহা সমাজসেৱী চিকিৎসক ডাক্তৰ বৰুৱা আছিল ভিন্ন ব্যক্তিত্বৰ পুৰুষ। থোৰতে ক'বলৈ গ'লে, এই পৰাকী বৰেণ্য ব্যক্তি একেবাৰে ফুটবল, ক্ৰিকেট, হকী, টেনিছ, বেডমিন্টন, ভলীবল, বাস্কেটবল আদিৰ সুনিপুণ খেলুৱৈ হৈয়ো দেশৰ স্বাধীনতা সংগ্ৰামৰ প্ৰাক-মুহূৰ্তত ১৯২১ চনৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি সেই সময়ৰ বিদেশী ইংৰাজ প্ৰশাসকসকলক চিন্তান্বিত কৰি তুলিছিল।

বিখ্যাত মজিন্দাৰ বৰুৱা পৰিয়ালত ১৯০২ চনৰ দৌল পূৰ্ণিমাৰ দিনা শদিয়াত জন্ম গ্ৰহণ কৰা বৰুৱাই প্ৰথমে শদিয়াৰ প্ৰাথমিক বিদ্যালয়ত শিক্ষা-জীৱন আৰম্ভ কৰি পিছত ডিব্ৰুগড়ৰ ৰ্ৰকছপ প্ৰাথমিক বিদ্যালয়ত শিক্ষা গ্ৰহণ কৰিছিল। ডিব্ৰুগড় চৰকাৰী হাইস্কুলৰ পৰা ১৯১৮ চনত প্ৰথম বিভাগত সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯২০ চনত গুৱাহাটীৰ কটন কলেজৰ পৰা আই এছ ছি পৰীক্ষাতো সফলতাৰে উত্তীৰ্ণ হৈছিল। তাৰ পিছত ৰসায়ন বিদ্যাত সম্মানসহ বি এছ ছি শ্ৰেণীত নাম লগাইছিল যদিও জাতিৰ পিতা মহামানৱ মহাত্মা গান্ধীৰ অনুপ্ৰেৰণাত অভিভূত হৈ কলেজীয়া শিক্ষা পৰিত্যাগ কৰি ১৯২১ চনত অসহযোগ আন্দোলনত যোগদান কৰে। ১৯২২ চনত তেওঁক তিনিমাহ কাল ডিব্ৰুগড়ৰ জিলা কাৰাগাৰত আটক কৰি ৰখা হৈছিল। কাৰাগাৰৰ পৰা মুকলি হৈ অহাৰ পিছত গান্ধীজীৰ লগত আলোচনা কৰিবৰ বাবে অসমৰ প্ৰতিনিধিৰূপে তেওঁক সবৰমতী আশ্ৰমলৈ পঠোৱা হৈছিল। তাত তেওঁ ছমাহ কাল থাকি পুনৰ অসমলৈ ঘূৰি আহে আৰু কংগ্ৰেছৰ কামত আত্মনিয়োগ কৰে।

সেই সময়ত কংগ্ৰেছৰ ভিতৰ চ'ৰাত কিছু খেলি-মেলি দেখা পাই তেওঁ কংগ্ৰেছ দল ত্যাগ কৰে আৰু ১৯২৪ চনত তেওঁ ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলত চাৰি বছৰ পঢ়ি কলিকতাৰ স্কুল অব ট্ৰপিকেল মেডিছিনত যোগদান কৰে আৰু তাৰ পৰা ঘূৰি আহি ১৯৩০ চনত শিৱসাগৰত তেওঁ ব্যক্তিগতভাৱে চিকিৎসা সেৱা আগবঢ়ায়। উচ্চশিক্ষাৰ কাৰণে এবছৰৰ বাবে ১৯৩৬ চনত তেওঁ ভিয়েনালৈ যায়। এই সময়তে তেওঁ এমেৰিকান মেডিকেল এছ'চিয়েচনৰ সদস্যও আছিল। ১৯৩৯ চনত তেওঁ নিজ ঘৰলৈ ঘূৰি আহে আৰু তাৰ পিছতে তেওঁৰ মাতৃ-বিয়োগ ঘটে। ১৯৩৮ চনৰ পৰা মৃত্যু পৰ্যন্ত গুৱাহাটীত তেওঁ নিজাববীয়াকৈ পুনৰ চিকিৎসা সেৱা আগবঢ়ায়।

সমাজ-সেৱক হিচাপে ডাক্তৰ বৰুৱাৰ জীৱনটো আছিল অনবদ্য। লোকপ্ৰিয় গোপীনাথ বৰদলৈ চিকিৎসালয়ৰ সভাপতি আৰু ধন-ভঁৰালী, অসম সেৱা সমিতি, গুৱাহাটী চাইন ক্লাব, গুৱাহাটী শিশু কল্যাণ সমিতি, বিবেকানন্দ সেৱা সমিতি আদি বিভিন্ন অনুষ্ঠানৰ সভাপতিৰ পদ অলঙ্কৃত কৰিও গুৱাহাটী বিশ্ববিদ্যালয়ৰ চিকিৎসা পৰিষদৰো অন্যতম সক্ৰিয় সদস্য আছিল ডাক্তৰ বৰুৱা ডাঙৰীয়া। গুৱাহাটী ৰ'টাৰী ক্লাবৰো তেওঁ প্ৰতিষ্ঠাপক সভাপতি আছিল। তেওঁ লোকবন্ধু ডাক্তৰ ভুৱনেশ্বৰ বৰুৱাৰ স্মৃতিত প্ৰতিষ্ঠিত ডাক্তৰ ভুৱনেশ্বৰ বৰুৱা কেন্সাৰ ইন্সটিটিউটৰো আছিল মুখ্য প্ৰতিষ্ঠাপক।

বিশিষ্ট চিকিৎসক হিচাপে আজীৱন খ্যাতি লাভ কৰা ডাক্তৰ বৰুৱাৰ এই জীৱন জোৰা সাধনা, ত্যাগ আৰু কষ্টৰ বিনিময়ত সমাজৰ পৰা তেওঁ কোনো দিনেই কোনো ধৰণৰ প্ৰতিদান বিচৰা নাছিল। বৰঞ্চ দুখীয়া-নিচলা ৰোগীসকলক নিজৰ জেপৰ পইচাৰে শুশ্ৰূষাহে কৰিছিল। গোটেই সমাজখনৰ প্ৰতি কৰা তেওঁৰ এই মহৎ দানেই ডাক্তৰ বৰুৱাক চিৰতিকালেই জীয়াই ৰাখিব।

প্ৰাণপ্ৰাচুৰ্যসম্পন্ন ডাক্তৰ বৰুৱাৰ বয়সে তেওঁৰ অক্লান্ত মানসিক শক্তিক মৃত্যু পৰ্যন্ত হাৰ মনাব পৰা নাছিল। বাৰ্দ্ধক্যজনিত অসুখত চাৰি কুৰি দহ বছৰীয়া স্বাৰ্থহীন ত্যাগৰ প্ৰতীক এইজনা মহান ব্যক্তিৰ জীৱন শলিতাডালি ১৯৯২ চনৰ ১৬ ছেপ্টেম্বৰৰ দিনা পুৱাই নিমিষতে নিৰ্বাপিত হ'ল। মৃত্যু এক নিৰ্মম সত্য হ'লেও একোগৰাকী ব্যক্তিৰ মৃত্যুৱে তেওঁৰ পৰিয়ালৰ লগতে সমাজখনকো জোকাৰি থৈ সমাজত এক বিৰাট শূন্যতাৰ সৃষ্টি কৰে। কিয়নো তেনে লোকৰ স্বাৰ্থহীন ত্যাগৰ বাবেই সমাজত তেওঁ সকলোৰে প্ৰিয়পাত্ৰ হৈ পৰে। কৈশোৰ কালৰে পৰাই ডাক্তৰ বৰুৱা সমাজ কল্যাণৰ কামত ব্ৰতী হৈ সাংসাৰিক কৰ্ম-ব্যস্ততাৰ মাজেৰেই তেওঁ ৰাইজৰ প্ৰশংসা বুটলিবলৈ সক্ষম হৈছিল। সমাজৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ সৈতে ডাক্তৰ বৰুৱা জড়িত হৈ পৰিছিল অতি নিবিড়ভাৱে। তেখেতৰ কৰ্মময় জীৱনৰ এই চাৰিকুৰি দহ বছৰীয়া জীৱনৰ সেই ৰেখাডালিয়ে অসমৰ ইতিহাসৰ পাতত ৰেখাপাত কৰি গৈছে অতি সুগভীৰভাৱে। তেখেতৰ বিয়োগত কেৱল অসমেই নহয়, ভাৰতবৰ্ষয়ো চিৰকাল গৌৰৱ কৰিব পৰা এটি অমূল্য মহাৰত্নৰ পৰা চিৰতিকালৰ বাবেই বঞ্চিত হ'ব লগা হ'ল। অসমবাসীৰ প্ৰতিখন অন্তৰ শ্ৰদ্ধাৰ, সন্মানৰ এখনি আসন চিৰাকালৰ বাবেই শূন্য হৈ গ'ল। কিয়নো তেখেতৰ বৰগুণি কেৱল চিকিৎসা ক্ষেত্ৰতেই সীমাবদ্ধ নাছিল, সমাজ-সেৱাৰ ক্ষেত্ৰতো তেখেতৰ অৰিহণা আছিল যথেষ্ট। নিজ বিশ্বাসৰ প্ৰতি আপোচহীন শ্ৰদ্ধাই আছিল তেখেতৰ ব্যক্তিত্বৰ অন্য এটি দিশ। আনে ভুল বুজিলেও নিজৰ মনক ফাকি দিবলৈ তেওঁ টান পাইছিল। তেখেতৰ পৰিপাটি জীৱনটোৱে জাতিটোৰ জীৱনশৈলীত, জীৱন-পদ্ধতিত পৰিপাটি কৰিবলৈ বিচাৰিছিল সকলো ক্ষেত্ৰ, সকলো দিশৰ পৰাই যেন সুখময় হয়, তেনে এটি কামনাৰেই। ডাক্তৰ বৰুৱাৰ বক্তব্য আছিল স্পষ্ট আৰু সাহসিকতা তেখেতৰ অন্যতম চৰিত্ৰ। লক্ষ্যভেদত আছিল অব্যৰ্থ। সেই অমিততেজা ব্যক্তিত্বৰ পুৰুষগৰাকী সেই গৌৰৱেৰেই যে সম্পূৰ্ণ! নিজৰ সকলো আশা-আকাঙ্ক্ষা সংযত কৰি জীৱনৰ আদৰ্শখিনিকে জনসেৱাৰ মাধ্যম হিচাপে সাৰটি জাতিৰ সমুখত সেই ৰূপতেই পৰিচিত হোৱা সেই ডেকা মনটোক বয়সে বহু দিনলৈকে চুব পৰা নাছিল। তেওঁৰ সেই উদাত্ত আহ্বান, স্মৃতিশক্তি সৰস হৈ থকালৈকে আমাৰ মাজত অমৰ হৈ থাকক। কিয়নো স্মৃতি বিজড়িত সেই ছবি জীৱনৰ পাতে পাতে আঁকা

সেই সৌৰৱণক কালে কোনো দিনেই কোনো পৰিস্থিতিতেই মচি পেলাব নোৱাৰে। পুনৰ্জন্ম যদি সত্য হয়, তেন্তে ডাক্তৰ বৰুৱাৰ সপোন সেই জন্মতেই সফল হওক, সাৰ্থক হওক। তেখেতৰ আত্মাই নিজ কৰ্মৰাজিৰেই সদগতি লাভ কৰিব। এনেবোৰ প্ৰতিভাশালী ব্যক্তিত্বৰ এইগৰাকী ব্যক্তিয়ে অসমৰ সামগ্ৰিক বিকাশৰ বাবে যিখিনি বৰঙণি আৰু ত্যাগ আগবঢ়ালে, সেয়া অবিস্মৰণীয়। তেখেতৰ বিদেহী আত্মাই সদগতি লাভ কৰি চিৰশান্তিৰ ভাজন হওক, এয়ে আমাৰ সশ্ৰদ্ধ প্ৰাৰ্থনা।

# ডাঃ কনকচন্দ্ৰ বৰুৱাৰ সোঁৱৰণত

**মালতী বৰুৱা**

ডাঃ কনকচন্দ্ৰ বৰুৱা মোৰ দেউতা কমলেশ্বৰ বৰুৱাৰ চতুৰ্থ ভায়েক আছিল। দেউতাহঁতৰ মুঠতে ছজন ল'ৰা আৰু সাতজনী ছোৱালী আছিল। ককাদেউতাৰ নাম আছিল জীৱেশ্বৰ বৰুৱা আৰু আইতাৰ নাম আছিল গিৰিজাবালা বৰুৱা।

ডাঃ বৰুৱাৰ ঘৰত মতা নাম আছিল সোণ আৰু আমি ভতিজাবোৰে তেওঁক সোণ দদাইদেউ বুলি মাতিছিলো। তেওঁ নিজৰ ভাগিন-ভতিজাবোৰক নিজৰ ল'ৰা-ছোৱালীৰ দৰে মৰম কৰিছিল।

আমাৰ এই বৃহৎ পৰিয়ালৰ এগৰাকী জ্যেষ্ঠা কন্যা হিচাপে দদাইদেউৰ লগত মোৰ ঘনিষ্ঠতা অলপ বেছি আছিল। দদাইদেৱে আমাক তেওঁৰ জীৱনৰ অভিজ্ঞতাবোৰ বহুৱাই লৈ সাধুকথা কোৱাদি কৈ যায়। কলেজত পঢ়ি থকা অৱস্থাতে তেওঁ অসহযোগ আন্দোলনত নামি পৰে আৰু ডিব্ৰুগড়লৈ ঘূৰি আহি কংগ্ৰেছৰ প্ৰচাৰ অভিযানত মনপ্ৰাণ দি ব্ৰতী হৈ যায়। ইয়াৰ বাবে তেওঁ তিনিমাহ কাল কাৰাদণ্ড খাটিব লগা হয়। সেই সময়ত আমি নিচেই সৰু আছিলো। আমাৰ খলিহামাৰীৰ ঘৰখন স্বদেশ আন্দোলনৰ এক অন্যতম কেন্দ্ৰ আছিল। দদাইদেউ জেলত থকা কালত তেওঁক শিল ভঙা, বাৰী পৰিষ্কাৰ কৰি পাচলি কৰা আদি কঠোৰ শ্ৰম কৰিবলৈ দিছিল। মূৰত বগা কয়দীৰ টুপী আৰু হাফপেণ্ট পিন্ধাই কুচকাৱাজ কৰাইছিল। আমি জেলৰ দাঁতিয়েদি ফুৰিবলৈ যাওঁ কিজানিবা দেখোৱেই। দদাইদেউৰ প্ৰতি আমাৰ মৰম এনে ধৰণৰ আছিল।

দদাইদেউ ১৯৩৬ চনত যেতিয়া উচ্চ শিক্ষাৰ বাবে ভিয়েনালৈ যায়, আমি বাই-ভনী সকলোৱে খুব কন্দা মোৰ মনত আছে। দেউতাই আশীৰ্বাদ দি চকুলো টুকিছিল। জাহাজত উঠাৰ পিছৰ পৰাই তেওঁ নিয়মীয়াকৈ আমালৈ ধুনীয়া ধুনীয়া কাৰ্ডত মুকুতাৰ দৰে আখৰকেইটাৰে চিঠি পঠিয়াইছিল। এই কাৰ্ডবোৰ এতিয়াও

মোৰ আৰু লখিমী চৌধুৰীৰ হাতত আছে। আমাৰ বাবে এইবোৰ এতিয়াও ডাঙৰ সম্পদ।

দদাইদেউৰ সতে মোৰ ঘনিষ্ঠতা বৃদ্ধি পায় কলেজত পঢ়ি থকা দিনবোৰত। তেখেতে ভিয়েনাৰ পৰা উভতি আহি গুৱাহাটীত চিকিৎসা কৰ্ম আৰম্ভ কৰে। তেওঁৰ লগত তেতিয়া তেওঁৰ ভাগিন ডাঃ ৰোহিণী কান্ত বৰুৱা বিলাতৰ পৰা ঘূৰি আহি আছিলহি। মই কটন কলেজৰ ছাত্ৰী আৰু ছাত্ৰীবাৰী মিশ্যন হোষ্টেলত এমাহ কাল থকাৰ পিছত দদাইদেউ ডাঃ ভুবনেশ্বৰ বৰুৱাৰ ঘৰত থাকি পঢ়িছিলো। মাজে মাজে সোণ দদাইদেউৰ ঘৰত আহি থাকোহি। তেতিয়া দদাইদেউৰ ঘৰত গুৱাহাটীত থাকি পঢ়া ভাগিন– ভতিজাবোৰ প্ৰায়েই থাকে। তেখেতে অৱশ্যে সেই সময়ত বিয়া কৰোৱা নাছিল। সেই সময়তে মই তেখেতৰ ঘৰত বহুত ডাক্তৰী সামগ্ৰী দেখিবলৈ পাও। তেওঁ নিজৰ ঘৰতে সুকীয়া কোঠালি এটাত এটা pathological laboratory পাতি লৈ নিজেই সকলোবোৰ পৰীক্ষা কৰিছিল। বিজ্ঞানৰ ছাত্ৰী হিচাপে মই এইবোৰ দেখি বৰ আনন্দ পাইছিলো আৰু সকলো কথা সুধি সুধি জানিবলৈ বৰ ইচ্ছুক আছিলো। দদাইদেৱে অতি ধৈৰ্যৰে সৈতে মই জানিবলৈ বিচৰা কথাবোৰ বুজাই দিছিল। কিন্তু যিবোৰ কথা মোক জনোৱা উচিত নহ'ব বুলি ভাবিছিল সেইবোৰ কেতিয়াও নকয়।

১৯৪২ চনত মোৰ বিয়া দদাইদেউৰ ঘৰৰ পৰাই হৈছিল। মোৰ স্বৰ্গগত স্বামী ভৱেশ চন্দ্ৰ বৰুৱা দদাইদেউৰ অতি প্ৰিয় জোঁৱাই আছিল। তেওঁলোক দুয়ো বহি দেশ তথা সমাজৰ বিভিন্ন দিশৰ আলোচনা কৰিছিল। এই আলোচনাবোৰ শুনি শুনি মোৰ মনত এটা ভাবেই সততে খেলাইছিল মোৰ মৰমৰ দদাইদেউ ডাঃ কনকচন্দ্ৰ বৰুৱা প্ৰকৃতাৰ্থত কিমান যে এজন মহান আৰু সম্পূৰ্ণ মানুহ আছিল।

# কৰ্মযোগী কনকচন্দ্ৰ বৰুৱা আৰু কৰ্কট প্ৰতিষ্ঠান

**কৈলাস চন্দ্ৰ শৰ্মা**

ফুলপাহ দেখিলেই তাৰ সৌৰভলৈ, জুইকুৰা দেখিলেই তাৰ তীব্ৰতালৈ মনত পৰাৰ দৰেই কনকচন্দ্ৰ বৰুৱাদেৱক দেখিলেই মনত পৰে এক স্নিগ্ধ উজ্জ্বল প্ৰভাতলৈ। কিয় জানো নিখুঁত চাহাবী পোছাক পিন্ধা উজ্জ্বল মুখৰ মানুহজনক দেখিলেই মোৰ এটি অনুপম প্ৰভাতক লগ পোৱা যেন লাগে।

১৯৬৯ চনৰ পাঁচ ফেব্ৰুৱাৰীত মই অসম চৰকাৰৰ নিৰ্মাণ নিগমৰ কামত সোমাও। তেতিয়া বৰ্তমান ডাঃ ভুৱনেশ্বৰ বৰুৱা কৰ্কট প্ৰতিষ্ঠানৰ মূল গৃহটো নিৰ্মাণৰ ভাৰ অসম চৰকাৰ নিৰ্মাণ নিগমে লয়। মই এই নিগমত ভৰ্তিৰ ঠিক এক সপ্তাহৰ পিছত উক্ত গৃহ নিৰ্মাণৰ চোৱা-চিতাৰ দায়িত্ব দিয়ে। তেতিয়া এই ঘৰটোৰ কাম বুলিবলৈ মূল ঘৰটোৰ চাৰিভাগৰ এভাগ অৰ্থাৎ প্ৰথম তলাৰ ছাডখন ঢালাই হৈছে আৰু বাকী অংশত কেৱল টাই বীমটো ঢালাই হৈছে। মই মূল ঘৰৰ এটি কোঠাত তৰ্জাৰ বেৰ দিয়াই তুল বাহাদুৰ নামৰ এজন নেপালী চকীদাৰৰ সহায় লৈ তাতে থাকি কামৰ চোৱা-চিতা কৰোঁ।

এদিনৰ কথা, সিদিনা সম্ভৱ শনিবাৰ আছিল। সময় তেতিয়া চাৰিমান বাজিছিল, হঠাৎ ক'লা এম্বেছেডৰ গাড়ী এখন আহি মোৰ সন্মুখত ৰ'লহি। গাড়ীখনৰ পৰা সুন্দৰ-সুঠাম দেহৰ চাহাবৰ নিচিনা এজন মানুহ, লগত দুটি পুতলাৰ নিচিনা দেৱশিশু।

চাহাবৰ নিচিনা সুন্দৰ-সুঠাম গহীন-গম্ভীৰ মানুহজনেই আছিল ডাঃ কনকচন্দ্ৰ বৰুৱা। তেখেতে গৃহ-নিৰ্মাণৰ প্ৰতিটি কামৰ বুজ লৈছিল। তেখেত প্ৰতি দিনেই কৰ্কট প্ৰতিষ্ঠানৰ কাম চাবলৈ আহিছিল। মোৰ এই নিষ্ঠাবান কৰ্মীজনক চাই এটি ভক্তিৰ ভাব সৃষ্টি হৈছিল। তাহানি পঢ়া এটি কবিতা মোৰ এতিয়াও কাণত বাজি আছে:

অপূৰণ কৰমৰ ভাৰ বান্ধি লৈ
ঘূৰি ঘূৰি আহিছোঁ উভতি।

অহা আৰু যোৱাৰ মাজত খন্তেকৰ জিৰণি এই সংসাৰ নাট-ঘৰত। সংসাৰত আহি কি পালোঁ, কি কৰিলোঁ, কি দিলো, তাতেই জীৱনৰ খোজ-মাফ জীৱনৰ মূল্য নিৰ্ধাৰণ। কৰ্মময় জীৱনেই হ'ল প্ৰকৃত জীৱন।

বৰুৱাদেৱ আছিল এজন প্ৰকৃত কৰ্মী। তেখেত কাম চাবলৈ আহিছিল আৰু মোক নানা উপদেশ দিছিল, ক্ৰমে তেখেতৰ প্ৰতি মোৰ নিষ্ঠা, শ্ৰদ্ধা আন্তৰিকতাৰ ভাব উদ্ভৱ হৈছিল। সেয়ে মই প্ৰতিজ্ঞাবদ্ধ হৈছিলো যে বৰুৱাদেৱৰ লগত মই মহান সেৱাত ব্ৰতী হৈ জীৱনৰ কালছোৱা কটাই যাম। লোকবন্ধু ডাঃ ভুৱনেশ্বৰ বৰুৱাদেৱৰ চেম্বাৰটো জোৰপুখুৰীৰ পাৰত অৱস্থিত আছিল। বৰ্তমান চেম্বাৰটোৰ কোনো চিন-চাব নাই। এই চেম্বাৰটোত তেখেতৰ কনিষ্ঠ ভাতৃ ডাঃ কনকচন্দ্ৰ বৰুৱাদেৱে প্ৰেক্টিচ কৰিছিল। ইয়াতে এটি সৰু কাৰ্যালয় খুলি কৰ্কট প্ৰতিষ্ঠানৰ সকলো কাম-কাজ চলাইছিল। সহায়ক হিচাপে আছিল মাণিকচন্দ্ৰ দাস।

মই মোৰ নিজৰ কামৰ উপৰিও প্ৰায় সকলো সময়তে বৰুৱাদেৱৰ কামৰ সহায়ক হৈ পৰিছিলো। আনকি মই বৰুৱাদেৱৰ পৰিয়ালৰ এজন হৈ পৰিছিলোঁ। ৰাতিপুৱা চেম্বাৰত বহি ৰোগীক চোৱাৰ উপৰিও হাস্পতালৰ যাৱতীয় কাম-কাজবোৰ তন্ন তন্নকৈ চাই-চিতি একান্তমনে ৰাতি এপৰলৈ খাটি গৈছিল। তদুপৰি প্ৰতিষ্ঠানটো গঢ়াবৰ বাবে দান-বৰঙণি বিচাৰি অৰ্থাৎ আৰ্থিক সাহায্য বিচাৰি দুৱাৰে দুৱাৰে ঘূৰি ফুৰিছিল।

এই অনুষ্ঠানৰ সাহায্যৰ বাবে পোনতে কিছুমান একটকীয়া টিকট ছপাই লোৱা হৈছিল। কিয়নো অতি সাধাৰণ শ্ৰেণীৰ লোকৰ পৰাও যাতে বৰঙণি ল'ব পৰা যায় সেই কাৰণে একটকীয়া টিকটৰ ব্যৱস্থা কৰা হৈছিল। অনুষ্ঠানটোৰ গাতে লাগি থকা আৰ্য বিদ্যাপীঠ মহাবিদ্যালয় ছাত্ৰাৱাসৰ কেইজনমান ল'ৰাৰ সৈতে এনেবোৰ টিকট ৰাইজৰ মাজত বিলাই এটা বৃজন পৰিমাণৰ টকা অনুষ্ঠানৰ বাবে সংগ্ৰহ কৰা হৈছিল।

কৰ্কট ৰোগ চিকিৎসাৰ মূল যন্ত্ৰ দীপ এক্সৰে মেচিনটো সেই সময়ত চিকিৎসাৰ মূল আছিল। ৰোগীৰ বাবে বিছনা-পত্ৰ, অন্যান্য আচ-বাব পত্ৰ আদি ক্ৰয় কৰা হ'ল। আচলতে দীপ এক্সৰে মেচিনটো কলিকতাৰ চিমেন্‌ছ কোম্পানীৰ পৰা লোৱা হৈছিল। টকাৰ যথেষ্ট নাটনি হোৱাৰ বাবে ইয়াৰ সম্পূৰ্ণ দাম একেলগে দিব পৰা নাছিল। এইবাবে উক্ত কোম্পানীৰ অভিযন্তা মিঃ পাণ্ডেৰ লগত বৰুৱাদেৱৰ বহু দিনলৈ তৰ্ক-বিতৰ্ক চলিছিল। মূল ঘৰটোৰ চাৰিভাগৰ এভাগ সম্পূৰ্ণকৈ তৈয়াৰ কৰি লৈ ১৯৭৩ চনৰ ওঠৰ নবেম্বৰত একালৰ পঞ্জাবৰ ৰাজ্যপাল তথা এই অনুষ্ঠানৰ পৰিচালনা সমিতিৰ সদস্য মহেন্দ্ৰমোহন চৌধুৰীদেৱক সভাপতি হিচাপে লৈ বিপুল জনগণৰ সমাবেশত এই প্ৰতিষ্ঠানটো

আনুষ্ঠানিকভাৱে উদ্বোধন কৰা হ'ল। এই প্ৰতিষ্ঠানৰ পৰিচালনা সমিতিৰ সভাপতি দেবেন্দ্ৰনাথ শৰ্মাই এই সভাত লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাদেৱৰ এখন প'ট্ৰেত ছবি নিলাম কৰে। উক্ত ছবিখন শ্ৰীযুত মহাদেউ খাখলিয়াদেৱে এহেজাৰ টকাত ক্ৰয় কৰি প্ৰতিষ্ঠানটোলৈ সাহায্য আগবঢ়ায়। এই সভাথলীতে বহুত ৰাইজে মুক্তহস্তে প্ৰতিষ্ঠানটোলৈ আৰ্থিক সহায় আগবঢ়ায়।

বৰুৱাদেৱৰ আকৌ নতুন দায়িত্ব আহি পৰিল অনুষ্ঠানৰ লালন-পালনৰ। ১৯৭৪ চনৰ প্ৰায় শেষৰ ফালে তিনিজন ডাক্তৰ, নাৰ্চ তিনিগৰাকী, ওৱাৰ্ডবয় তিনিজন, ওৱাৰ্ডগাৰ্ল দুজনী, জামাদাৰ দুজন, ৰান্ধনি দুজন আদি কৰি মুঠ ষোল্লজন* কৰ্মচাৰী আৰু পোন্ধৰখন বিছনাৰে ৰোগী চিকিৎসাৰ কাম আৰম্ভ কৰা হ'ল। বৰুৱাদেৱ ৰাতিপুৱা ঠিক ন বজাৰ লগে লগে হাস্পতালত উপস্থিত হয়। সময়ৰ মূল্যবোধ যাতে সকলোৰে থাকে এইটোত তেখেতে অতি গুৰুত্ব দিছিল। পৰিষ্কাৰ-পৰিচ্ছন্নতাই বেমাৰ নিৰ্মূলৰ কাৰণ আৰু এইটোৱেই আছিল তেখেতৰ মূল মন্ত্ৰ আৰু ইয়াত তেখেতে যথেষ্ট গুৰুত্ব দিছিল।

তেখেতে হাস্পতালৰ প্ৰতিটি বস্তু পুঙ্খানুপুঙ্খৰূপে চাইছিল আৰু পৰিষ্কাৰ কৰাইছিল। তেখেতৰ দিনত হাস্পতালৰ চাৰিওপিনে ফুলে জকমকাই আছিল।

মৃত্যু যন্ত্ৰণাত ভুগি থকা ৰোগীসকলৰ কাষত গৈ নানা ধৰণৰ উপদেশ দি সেইসকলৰ মূৰত হাত বুলাই তেওঁলোকৰ দুখত দুখী হৈছিল।

পিতৃসুলভ ব্যৱহাৰে সকলো কৰ্মীকে নিজ নিজ দায়িত্ব পালনৰ প্ৰেৰণা যোগাইছিল। কোনোবা কৰ্মচাৰীয়ে আৰ্থিক সুবিধাৰ বাবে অন্য ঠাইত চাকৰিৰ বাবে চেষ্টা কৰিলে বৰুৱাদেৱে মৃদু হাঁহিৰে মাথোঁ কৈছিল, "তোমালোক ইয়াৰ পৰা গুচি গ'লে (এই হাস্পতালখন) ইমান ডাঙৰ এটা অনুষ্ঠানক কোনে গঢ় দিব? অসমৰ ৰাইজক কোনে বচাব? তোমালোকে কিছুদিন কষ্ট সহ্য কৰা, দেখিবা এইখন ভাৰতবৰ্ষৰ ভিতৰত অন্যতম হাস্পতাল হ'ব।"

সঁচাকৈ বৰুৱাদেৱ এজন নিজেই আৰ্কিটেক্ট আৰু দূৰদৰ্শীসম্পন্ন ব্যক্তি আছিল। দিনৰ দিনটো কাম কৰি কামৰ মাজত নানা ধৰণৰ নক্সা কৰি ক'ত কেনেকৈ কেনে ধৰণৰ ঘৰ হ'ব, কেনে ধৰণৰ সুবিধা কৰিলে হাস্পতালৰ কলেবৰ বৃদ্ধি হ'ব আদি পৰিকল্পনা কৰিছিল। লগতে এইখনক সৰ্বভাৰতীয় ৰূপত গঢ় দিবলৈ দৃঢ় হৈছিল।

অসম চৰকাৰৰ নিম্নতম বছৰেকীয়া অনুদান, ৰোগীৰ পৰা পোৱা অতি সামান্যতম মাচুল আৰু ৰাইজৰ পৰা পোৱা দান-বৰঙণিৰে হাস্পতাল চলোৱা কঠিন হৈ পৰিছিল। আৰ্থিক সঙ্কটে সময়ে সময়ে ভয়াবহ ৰূপ ধাৰণ কৰিছিল।

কৰ্মচাৰীসকলৰ মাহিলি দৰমহাৰ বাবদ বেংকৰ পৰা ওভাৰ ড্ৰাফ্‌ট লৈ গাইপতি মূল দৰমহাৰ শতকৰা দহভাগ, শতকৰা বিশভাগ আদি ভগাই দিব লগা হৈছিল। বৰুৱাদেৱৰ ধৈৰ্য আৰু নেৰা-নেপেৰা চেষ্টাৰে পৰিস্থিতিৰ সন্মুখীন হৈছিল। কৰ্মচাৰীসকলে কেনোদিনেই ওজৰ-আপত্তি নকৰিছিল। বৰং বৰুৱাদেৱৰ গভীৰ ব্যক্তিত্বক শ্ৰদ্ধা কৰিছিল।

১৯৭৫ চনৰ ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপতি মাননীয় ফকৰুদ্দিন আলি আহমেদ আৰু তেখেতৰ সহধৰ্মিণী আৱেদা বেগমক আহ্বান কৰি আনি উত্তৰ-পূৰ্বাঞ্চলৰ একমাত্ৰ এই প্ৰতিষ্ঠানটোৰ ভাৰতবাসীৰ মাজত চিনাকি কৰাইছিল।

বৰুৱাদেৱে ১৯৭৭ চনত তেতিয়াৰ ভাৰতৰ স্বাস্থ্যমন্ত্ৰী মাননীয় ৰবি ৰায়ক আমন্ত্ৰণ কৰি আনি ভাৰত চৰকাৰৰ পৰা আৰ্থিক সাহায্য বিচাৰিছিল। সেই বছৰেই ভাৰত চৰকাৰৰ পৰা নগদ পাঁচ লাখ টকা সাহায্য পায়। এই টকা আৰু নগদ বৰঙণিৰ টকাৰে প্ৰথম কোবাল্ট মেচিনটো ক্ৰয় কৰা হয়।

১৯৭৮ চনত বৰুৱাদেৱে ভূতপূৰ্ব ৰাষ্ট্ৰপতি মাননীয় জ্ঞানী জেইল সিঙক সম্ভাষণ কৰি এই প্ৰতিষ্ঠানটোৰ উন্নতিৰ হকে অনুৰোধ জনাইছিল। বৰুৱাদেৱৰ আপ্ৰাণ চেষ্টাত ১৯৮০ চনত এই প্ৰতিষ্ঠানটো এটা আঞ্চলিক চিকিৎসা আৰু গৱেষণা কেন্দ্ৰ হিচাপে প্ৰতিষ্ঠিত হ'ল।

১৯৮৪ চনত উত্তৰ-পূব পৰিষদৰ পৰা নগদ পঁইত্ৰিশ লাখ টকাৰ এককালীন অনুদান হিচাপে আদায় কৰি দ্বিতীয়টো কোবাল্ট মেচিন কিনি ক্ৰমশঃ বৃদ্ধি হৈ অহা দুৰাৰোগ্য ৰোগীসকলক প্ৰাণ দিয়াবলৈ চেষ্টা কৰিলে।

১৯৮৬ চনত অনুষ্ঠানটো আনুষ্ঠানিকভাৱে অসম চৰকাৰৰ হাতত গতাই দিয়ে।

বাৰ্ধক্যজনিত কাৰণত বৰুৱাদেৱে ঘৰতে বহি জীৱনৰ অন্তিম দিনলৈ অনুষ্ঠানটিৰ সকলো কামতে গুৰি ধৰি থাকিল।

জীৱনৰ গোটেই কালছোৱা আন আন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত আছিল যদিও এই অনুষ্ঠানটিৰ লগত জীৱনৰ সকলো সুখ-শান্তি ত্যাগ কৰিছিল। আনকি মই যেতিয়াই তেখেতৰ ঘৰলৈ যাওঁ তেতিয়াই তেখেত অনুষ্ঠানটিৰ নানা ধৰণৰ কথা পুঙ্খানুপুঙ্খৰূপে বৰ্ণনা নিদিয়ালৈকে ক্ষান্ত হোৱা নাছিল।

ভগৱানৰ অস্তিত্ব মানি নোলোৱা বৰুৱাদেৱৰ আদৰ্শ আছিল কৰ্ম আৰু মানৱসেৱা। কৰ্মই তেখেতৰ ধৰ্ম আছিল।

এই ধৰ্মত তেখেত যেনে অটল আছিল, ঠিক তেনেকৈ সময়ৰ মূল্যাঙ্কন কৰাটো আছিল চাৰিত্ৰিক আদৰ্শ। গভীৰ ব্যক্তিত্বসম্পন্ন বৰুৱাদেৱে জীৱনৰ প্ৰতিটো পলেই যুঁজি গৈছিল এই অনুষ্ঠানটোৰ বাবে।

জীৱনৰ বিয়লি বেলিকা ডাউন-টাউন হাস্পতালত মৃত্যুৰ ক্ষণ গণি থকা অৱস্থাতো করুণ দৃষ্টিৰে মোৰ পিনে চাই অনুষ্ঠানটিৰ কথাকে অবুজ ভাষাৰেই কৈছিল।

অসমত যেতিয়ালৈকে কৰ্কট অনুষ্ঠানটো চিকিৎসা আৰু গৱেষণাৰ কেন্দ্ৰ হৈ জীয়াই থাকিব তেতিয়ালৈকে এই একনিষ্ঠ পূজাৰীৰ নাম মানৱ ইতিহাসত জিলিকি থাকিব।

# এজন বিচক্ষণ পুৰুষ

মাখনপ্ৰসাদ দুৱৰা

১৯২৮ কি '২৯ চনৰ কথা। মই তেতিয়া স্কুলীয়া ল'ৰা। আমাৰ ককাদেউতাৰ অসুখ; শিৱসাগৰত চিকিৎসা কৰিবলৈ নতুনকৈ অহা ডাক্তৰ এজনক মতা হ'ল। আমি সৰু-ডাঙৰ আটায়ে ব্যগ্ৰ হৈ ডাক্তৰজনক চাবলৈ বৈ আছিলো।

অলপ পিছতে, প্ৰশস্ত ললাট, উন্নত নাসিকা, গৌৰ বৰ্ণ, নাতিদীৰ্ঘ, বুদ্ধিদীপ্ত চকুৰে, শুধ বগা পটলুং আৰু হাতকটা কামিজ পৰিহিত প্ৰাণ প্ৰাচুৰ্যৰে ভৰা, তজবজীয়া হাঁহিমুখীয়া মানুহ এজন চাইকেলেৰে নামিলহি। প্ৰথম দৰ্শনতে তেওঁৰ প্ৰতি মই আকৃষ্ট হ'লো। ককাৰ বেমাৰো সোনকালেই ভাল হ'ল।

এইজনেই ডাক্তৰ কনকচন্দ্ৰ বৰুৱা, বহুতেই স্মৃতিচাৰণত লেখাৰ দৰে কনকেশ্বৰ বৰুৱা নহয়। মজিন্দাৰবৰুৱাৰ ঘৰৰ লোকবন্ধু ভুবনেশ্বৰ বৰুৱাৰ ভায়েক কনক বৰুৱা আমাৰ আইৰ একে বংশৰ কাৰণে আইহঁতৰ ভায়েক সোণবোপাটি আৰু আমাৰ সোণ মোমাইদেউ হ'ল। শিৱসাগৰত ডাক্তৰি কৰা কালত আমি প্ৰায়ে লগ পাইছিলোঁ। তেখেতে অতি সুন্দৰকৈ মনত লগাকৈ সকলো বিষয়তে কথা ক'ব পাৰিছিল আৰু আমি বৰ মন দি তেখেতৰ কথা শুনিছিলো।

আমাৰ পৰিয়াল সংৰক্ষণশীল হোৱাৰ কাৰণে অমুক বাৰে তমুক বস্তু নেখাবা, আওবাৰে যাত্ৰা নকৰিবা আদি কিছুমান নিয়ম আছিল, সোণ মোমাইদেৱে আমাক এই কথাবোৰৰ অৰ্থহীনতা ভালকৈ বুজাই দিছিল আৰু আমি তেওঁৰ পাছে পাছে নমনা হৈ ঘৰত অনুশাসিত হ'বলগীয়া হৈছিল। 'সোণ বোপাটিয়ে ল'ৰাবোৰক নষ্ট কৰিলে' বোলা কথাও শুনিব লাগিছিল। ১৯৩৬ চনৰ পাছত শিক্ষা সাং কৰি কেইবাবছৰো তেখেতক শিৱসাগৰত পাইছিলো— তেতিয়া আৰু 'চেলা' শুচি সমনীয়া হৈছিলো।

সেই সময়ৰ শিৱসাগৰত ডাক্তৰ ছৈয়দ লতিফুৰ ৰহমান, মেনু ঘোষ, ডাঃ এডেলিন গেদফৌ। মই আৰু ডাক্তৰ বৰুৱাই প্ৰত্যেক মাহে পাঁচ টকাকৈ চান্দা

দি, Ariel, San Michale, In Bandage, Great Hunger আদি সেই সময়ৰ ভাল ভাল কিতাপ আনি প্ৰত্যেকে পালপাতি পঢ়িছিলো। পঢ়াৰ অন্তত এদিন ডাঃ বৰুৱাৰ ফাৰ্মাচীতে বহি সমালোচনা কৰা হৈছিল। ডাক্তৰ বৰুৱাই শিৱসাগৰত থকা কালত সকলো সামাজিক কামত যোগদান কৰিছিল। নাট্য সমাজৰ 'কুৰুক্ষেত্ৰ' নাটকত তেখেতে শ্ৰীকৃষ্ণৰ ভাও অতি নিখুঁতভাৱে দিয়াৰ কথা মনত আছে। সাংস্কৃতিক কিবা আলোচনা চক্ৰ হ'লেও তেখেতে যোগ দি তেখেতৰ বক্তব্য প্ৰাঞ্জল আৰু সুন্দৰ ভাষাৰে ব্যক্ত কৰিছিল। সেইবাৰ শিৱসাগৰত এখন ফুটবল খেলৰ চূড়ান্ত খেল টাউন ক্লাব আৰু চৰকাৰী হাইস্কুলৰ লগত হৈছিল; সেই খেলত টাউন ক্লাবৰ হৈ তেতিয়াৰ হাকিম আশু দত্ত (এসময়ত মোহনবাগানৰ খেলুৱৈ), নগেন দাস, কনক পাঠক, কনক বৰুৱা আৰু নলিনী বৰকাকতিক খেলা দেখিছিলো। ইমান উন্নত খেলা হৈছিল যে স্কুলীয়া ডেকা ল'ৰাৰ দলে এই বয়সিয়াল খেলুৱৈৰ হাতত ছয় গ'লত হাৰিলে। কনক বৰুৱাই দুটা গ'ল দিছিল।

কিছুদিনৰ পাছত শিৱসাগৰৰ পৰাই তেখেতে ভিয়েনালৈ হৃদৰোগৰ বিষয়ে অধ্যয়ন কৰিবলৈ গৈছিল। মনত আছে যোৱাৰ দিনা শিমলুগুড়ি ৰেল ষ্টেচনত তেখেতৰ কম্পাউণ্ডাৰ আচান আলি, মই আৰু দুজনমানে তেখেতক বিদায় দিবলৈ গৈছিলো। ৰেল যোৱাৰ লগে লগে মোৰ চকুৰ পানী ওলাইছিল। ভিয়েনাৰ পৰা ঘূৰি আহি তেওঁ গুৱাহাটীত চিকিৎসা আৰম্ভ কৰিলে।

কনক বৰুৱা খেল-ধেমালি, পঢ়া-শুনা সকলোতে চোকা আছিল; সুখ্যাতিৰে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত বিজ্ঞান স্নাতকৰ কাৰণে অধ্যয়ন কৰিছিল। সেই সময়ত গান্ধীজীৰ আহ্বানত কলেজ এৰি তেখেতে স্বাধীনতা আন্দোলনত জঁপিয়াই পৰিছিল— পৰৱৰ্তী কালতহে Berry White School ৰ পৰা সুখ্যাতিৰে ডাক্তৰী পাছ কৰে।

লোকবন্ধু ভুবনেশ্বৰ বৰুৱা কৰ্কটৰোগ চিকিৎসানুষ্ঠান স্থাপনৰ পৰিকল্পনা তেখেতৰ চিন্তাপ্ৰসূত। চৰকাৰে হাতত লোৱাৰ আগলৈকে নিজৰ চিকিৎসা কাম সম্পন্ন কৰিও দেহে-কেহে লাগি উক্ত অনুষ্ঠান স্থাপনৰ কাম কৰিছিল। পৰৱৰ্তী কালত এই অনুষ্ঠানৰ কামত আন্তৰিকতাহীনতাৰ কথা মোৰ আগত কৈ খেদ কৰিছিল।

এইজন মানুহ অকল ডাক্তৰেই নাছিল; বিশ্বসাহিত্যৰ লগত পৰিচয় থকা খেল-ধেমালিতো ভালেখিনি বৰগুণি যোগোৱা ব্যক্তিও আছিল। তেখেতৰ বিয়োগত দেশে এজন যোগ্য পুৰুষক হেৰুৱালে।

# REMINSCENCE OF DR.K.C. BOROOAH

**Satyendra Prasad Sarma**

Old age usually robs an individual's enthusiasm, interest in the world around him, sense of humour and zest for life as his physical process diminishes along with the organs of the senses. This results in loss of contact with the environment, limiting daily activities to the barest minimum and causing frustration and mental depression. Thus the very old lives almost a vegetative life confined only to the needs of a primate. He is depressed because his physical stamina limits his desire to do things.

Surprisingly all these old age infirmites could not afflict Dr. K.C. Borooah to that extent even at the age of 90 years. Lots of stamina, both physical and more of mental, remained in him almost to his last days Those of us attending his birthday celebration at sweet 90 years would bear testimony to my statement He happily and eagerly waited for the occasion. His birthday too fell on the colourful day of the Holi festival which added colour to the celebration and uncle Borooah was in youthful exuberance, enjoying himself to the full. Dressed elegantly in a cream coloured Lucknow type *CHIKON KURTA -PYJAMA* beaming with smile, he accepted the greetings, presents and felicitations of hosts of his dearer kith and kin and other admiring guests. His memory was so sharp that he could tell me who was who, their names and relationship without any mistake at all. His effortless conversation and affability was noticeable to all around him. Dr. Borooah's warm affection and interest in people, personalities, institutions especially to the Dr. Bhubaneswar Barooah Cancer Institute, were marvellous. He was so sociable. He understood that being the centre of attraction of the function he must be available to all the fun and frolic. He posed to video camera, answered questions at his ease and even after a daylong birthday function, he had enough stamina left to continue without revealing any noticeable fatigue or boredom.

Not that he did not have certain age related health problems at the later part of his life, but he was never unduly alarmed or anxious to regain good health like most aged persons. He had to swallow drugs to mellow down his high blood pressure although he would like to skip it under one pretext or the other. After all, who would challenge him? He knew what he was doing.

Death or dying being a natural phenomenon, Dr. K.C. Borooah could so easily joke about it and make fun about his own dying. I don't know whether he really believed in the existence of the god of death Yama and his record keeper the Chitragupta whom he often blamed for having misplaced his (doctor's) documents in earthly existence. Anyway, his repeated reminders could not be ignored and Yama took prompt action and snatched him away hastily in good old age after a brief illness.

He expressed his preference for domiciliary care at home rather than being carried to a hospital which was needed at anytime when he developed respiratory infection. He seemed to have full confidence at the ability of his wife and family members to take good care of him. One thing to be sure: he expected his wife to hover around him and keep vigil, no matter how busy his better-half might have been. This was more noticeable a few months prior to his death. That is why his wife misses him so much. Bereavement or separation of any of the partners of an old couple is fraught with danger of losing the other.

My association with Dr. Borooah and his family dated back to the year 1945. It was late Parameswar Borooah, dear nephew of Dr. Borooah, who introduced me to the family soon after I joined Cotton College in 1945. It is still vivid in my memory when I visited Paramesh in his uncle's residence at Ambari. It was a rented house but the way the house was kept with well trimmed lawn and neat flowering flower beds showed his aesthetic sense. I often visited the house. I vividly remember dear aunt Maya Borooah, a slim pretty little lady, offering us tea and fruit cake in Paramesh's room and his infant cousin brother Surajeet toddling unsteadaily into that room. This child was none other than Surajeet Borooah now a senior college teacher in English and an upcoming leading Guwahatian. Dr . Borooah worked in his clinical sideroom laboratory attached to the consultation chamber in one part of the house. It may be noted that those days most clinicians preferred to run their own

clinical side room to diagnose one's own casese, Dressed in his well tailored western attire of three piece suit, wrapped up in a spotlessly white doctor's coat apron, he used to work long hours peeping through the microscope lens. He looked so impressive. I never met anyone so fair and handsome like Dr. K. C. Borooah éarlier. I wanted to see him and talk to him, but donot remember to have done any as I never found him alone nor collected enough courage to do so.

The opportunity came to me in full measure after a long gap of nearly 45 years, that too after the sad, untimely death of my friend Paramesh, most dear loving nephew of Dr. Borooah. I presumed this bereavement hurt him most and would leave a deep scar in his heart. So I wanted to help him lighten the grief and being close to his nephew availed any opportunity to see him and talk Disturbed situation in Dr. B. Borooah Cancer Institute also came in handy. I was a freshly elected member of the Board of Trustees of which Dr. K C. Borooah remained President till his death. Dr. Borooah was such a fine conversationalist who could talk on any subject and was easy to elicit information. I heard from him his early childhood and schooling at Sadiya and thereafter at a number of places, medical study in Berry-White Medical School and finally in Vienna. the Mecca of medical study in those days He was happy wherever he was and made many friends His fair rotund face beamed with fond memories of sporting activities where he excelled and captained to victory.

He recollected his participation in India's freedom movement. He strongly believed in Gandhian principles and was a true Swadeshi, imbued with ideals of Swami Vivekananda, Aurobindo and Rabindranath. He must have treated half the people in Guwahati and its suburbs and most of them with a smile and at no cost. He had his positive and strong views about the political leaders in Assam as well as at national level.

Dr. Borooah was a teetotaler but never showed his.boredom in the company of others indulging in smoking or hot dimks without revealing or propagating his own views. He liked company and was so very sociable that he made you feel at ease. To my queries as to how he escaped a marriage with a European lady and could avoid the habit or taste for alcoholic drink during his study abroad far away from home influence, he merely smiled and answered : 'Swadeshi ideology perhaps'.

